# স্বাধীনতা সংগ্ৰাম

বিপিন চন্দ্ৰ
অমলেশ ত্ৰিপাঠী
বৰুণ দে

অনুবাদক
মৃগেন্দ্ৰনাথ ৰায়চৌধুৰী




নেছনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া
নিউ দিল্লী

মাৰ্চ, 1974 ( ফাল্গুন চ'ত 1895 )



FREEDOM STRUGGLE (ASSAMESE)

পৰিবেশক
লয়াৰ্চ বুক ষ্টল
কিতাপ বেচোঁতা আৰু প্ৰকাশক
গুৱাহাটী অসম।

ডাইৰেক্টৰ নেচনেল বুক ট্ৰাষ্ট ইণ্ডিয়া এ 5 গ্ৰীন পাৰ্ক, নিউ দিল্লী 16ৰ দ্বাৰা
প্ৰকাশিত আৰু নব মুদ্ৰণ প্ৰাইভেট লিমিটেড, কলিকাতা 4 দ্বাৰা মুদ্ৰিত।
প্ৰচ্ছদপট আৰু ছবি ইন্দ্ৰপ্ৰস্থ প্ৰেছ ( চি বি টি ) নিউ দিল্লীত মুদ্ৰিত।

# আগকথা

এই বছৰ আমি ভাৰতবৰ্ষৰ স্বাধীনতাৰ পঞ্চবিংশতিতম বাৰ্ষিকী উদযাপন কৰিছোঁ। আমি বাঞ্ছা কৰা এই স্বাধীনতা অৰ্জন কৰিবলৈ ভাৰতীয় ৰাইজে কৰা আন্দোলনৰ বুৰঞ্জী পৰ্য্যালোচনা কৰাৰ ই উপযুক্ত সময়। আমি যি সকলে স্বাধীন ভাৰতত বাস কৰো। সেইসকলে স্বাধীনতা লাভ কৰিবলৈ কিমান শ্ৰম আৰু ৰক্তপাত কৰিবলগীয়া হৈছিল সেই কথা জনা উচিত। আমাৰ স্বাধীনতাৰ হকে আত্মত্যাগ কৰা কোটি কোটি ভাৰতীয় ৰাইজ আৰু তেওলোকৰ নেতালৈ শ্ৰদ্ধাঞ্জলী আগবঢাবলৈ এই পুথিখন উলিওৱা হৈছে।

এই কাম পিচে বৰ সহজসাধ্য হোৱা নাই। আমাৰ স্বাধীনতা আন্দোলনৰ ৰূপ ৰেখাৰ কথা জনাজাত হলেও এই আন্দোলনৰ বুৰঞ্জীক কিছু গভীৰভাবে চমু আকাৰত প্ৰকাশ কৰিবলৈ আৰু আন্দোলনৰ প্ৰতি বৰঙনি যোগোৱা বিভিন্ন শক্তিৰ সঠিক ছবি এখন দাঙি ধৰিবলৈ যথেষ্ট যত্ন জ্ঞান আৰু নিপুণতাৰ প্ৰয়োজন। কিতাপখন পণ্ডিতসকলৰ কাৰণে গবেষণা গ্ৰন্থ নহৈ সৰ্বসাধাৰণ ৰাইজ, বিশেষকৈ উঠি অহা চামে পঢিব পৰাকৈ উলিওৱাৰ প্ৰযোজন হোৱাত এই কাম আৰু কঠিন হৈছিল।

এইবোৰ কাৰণতে মই এই পুথিখনৰ আচনি তৈয়াৰ কৰিবলৈ আৰু যুগুতাবলৈ আমাৰ সুবিখ্যাত বুৰঞ্জীবিদ কেইগৰাকীমানক নিমন্ত্ৰণ জনাইছিলোঁ। এই বুৰঞ্জীবিদ সকলৰ কমিটি খনৰ অধ্যক্ষ আছিল ড এচ, গোপাল আৰু সভ্যসকল আছিল ড সতীশ চন্দ্ৰ, ড অমলেশ ত্ৰিপাঠী, ড বিপিনচন্দ্ৰ, ডং বৰুণ দে, ড শেখ আলী আৰু ড এচ আৰ মেহৰোট্ৰা। এই পণ্ডিত কেইগৰাকীয়ে কিতাপ খনৰ জকাটোৰ বিষয়ে একমত হ'ল আৰু ড বিপিন চন্দ্ৰক কিতাপ খনৰ প্ৰথম আৰু দ্বিতীয় অধ্যায়, ড ত্ৰিপাঠীক তৃতীয় আৰু চতুৰ্থ অধ্যায় আৰু বৰুণ দেক পঞ্চম আৰু ষষ্ঠ অধ্যাযটো লিখিবলৈ অনুৰোধ

জনালে। এখেতসকলে প্ৰস্তুত কৰা কিতাপখনৰ খচৰাটো কমিটি-খনে বিবেচনা কৰাৰ পিচত, "নেচনেল বুক ট্ৰাষ্ট" ৰ শ্ৰী কু, প, বঙ্গচাৰিযে কমিটিযে আগবঢোৱা বিভিন্ন মত আৰু পৰামৰ্শৰ ভেটিত ইযাক সম্পাদনা কৰিছে। এই কথাটো কৰিবলৈ ইমান ততালিকে সম্মতি প্ৰদান কৰা কাৰণে মই তেখেত সকলৰ প্ৰতি অতি কৃতজ্ঞ।

কমিটিযে পুথিখনৰ চূড়ান্ত পাঠটো অনুমোদন কৰিছে। সেযে আকাৰত সৰু হলেও প্ৰামাণিক আৰু নিৰ্ভৰযোগ্য। মই নিশ্চিত যে বহুজনে ইযাক পঢ়িব। একেসমযতে 'নেচনেল বুক ট্ৰাষ্টে সকলো লেখতলবলগীয়া ভাৰতীয ভাষালৈ এই পুথিখন ভাঙি প্ৰকাশ কৰিবলৈ লৈছে। পুথিখন প্ৰাথমিক আৰু মজলীযা বিদ্যালযৰ শিক্ষক সকলৰ কাৰণে আৰু উচ্চ মাধ্যমিক বিদ্যালয আৰু প্ৰাক বিশ্ববিদ্যালয শ্ৰেণীৰ ছাত্ৰ সকলৰ কাৰণে বিশেষ কামত আহিব লাগে।

স্বা এচ নুৰুল হাচান
শিক্ষা সমাজ কল্যাণ
আৰু কৃষ্টি দপ্তৰৰ মন্ত্ৰী।

# সূচীপত্ৰ

# ১ বৃটিছ শাসনৰ প্ৰভাৱ

"বহু বছৰৰ আগতে আমি ভাগ্যৰ সৈতে এটি ক্ষণ বান্ধিছিলোঁ। আজি সম্পূৰ্ণকৈ নহলেও যথেষ্ট পৰিমাণে আমাৰ সংকল্প পূৰোৱাৰ সময় আহিছে। মাজ-নিশাৰ লগে লগে, পৃথিৱীয়ে যেতিয়া নিতাল মাৰিব ভাৰতবৰ্ষ স্বাধীন আৰু সঞ্জীৱিত হৈ সাৰ পাই উঠিব।"

জওহৰলাল নেহৰুৱে সংবিধান সভা আৰু ভাৰতীয় ৰাইজক ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনাখন এইদৰে সম্বোধন কৰিছিল। স্বাধীন ভাৰতৰ প্ৰধান মন্ত্ৰী হিচাপে নেহৰুৱে এই কথা-ষাৰি কৈছিল। স্বাধীনতা যুদ্ধৰ অন্ত পৰিছিল। ভাৰতবৰ্ষ স্বাধীন হৈছিল।

নেহৰুৱে কি ভাগ্য নিৰ্ণয়ৰ কথা কৈছিল?

ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰাৰ ১৭ বছৰৰ আগতে ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ দিনাখন মাজৰাতিৰ ঘন্টাই নতুন বছৰক আদৰণি জনোৱাৰ ক্ষণতে ভাৰতীয় ৰাষ্ট্ৰীয় কংগ্ৰেছৰ সভাপতি ৰূপে নেহৰুৱে ৰাবী নৈৰ পাৰত ত্ৰিৰঙ্গ পতাকা উত্তোলন কৰি, এক বিশাল জনতাৰ উপস্থিতিত ঘোষণা কৰিছিল যে স্বাধীনতা আন্দোলনৰ উদ্দেশ্য হ'ব পূৰ্ণ স্বৰাজ অৰ্থাৎ সম্পূৰ্ণ স্বাধীনতা। এক সংকল্প পত্ৰৰ আঁচনি কৰা হ'ল আৰু সিদ্ধান্ত লোৱা হ'ল যে ভাৰতৰ ৰাইজে ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনাখন ৰাজহুৱা সভাত স্বাধীনতাৰ কাৰণে যুদ্ধ দিবলৈ, ৰাইজৰ দৃঢ় প্ৰতিজ্ঞাৰ কথা ঘোষণা কৰি এই সংকল্প গ্ৰহণ কৰিব। এই দিনটোৰ ঐতিহাসিক গুৰুত্বৰ বাবেই পিচত ১৯৫০ চনত ভাৰতৰ নতুন গণতান্ত্ৰিক সংবিধান ৰচনা হোৱাত ২৬ জানুৱাৰীৰ দিনাখনেই তাক প্ৰচলন কৰা হ'ল। তেতিয়াৰে পৰা প্ৰতি বছৰে এই দিনটো গণতন্ত্ৰ দিবস হিচাপে উদ্‌যাপিত হৈছে।

১৯২৯-৩০ চনৰ ঘটনাবলীৰ কথাকে ভাগ্য নিৰ্ণযৰ ক্ষণ হিচাপে নেহৰুৱে উল্লেখ কৰিছিল। সেই দিনাখন যি সংকল্প গ্ৰহণ কৰা হৈছিল, ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা ভাৰত স্বাধীন হওঁতে সেই সংকল্প পৰিপূৰ্ণ হৈছিল।

সেইবুলি স্বাধীনতাৰ কাৰণে ভাৰতৰ যুঁজ ১৯২৯ চনত আৰম্ভ হোৱা নাছিল। এই যুঁজৰ সূত্ৰপাত কেইবা যুগৰো আগতে। এই পুস্তকত মুক্তি আৰু স্বাধীনতাৰ কাৰণে ভাৰতৰ এই ঐতিহাসিক যুঁজৰ কথা কোৱা হৈছে।

খৃষ্টীয় শতিকাৰ কেইবা শ বছৰৰো আগতে ভাৰতৰ ইতিহাসৰ সূচনা হৈছে। এই দীঘলীয়া ইতিহাস অসমান জটিল হোবা একো আচৰিত নহয়। বহুদিন ধৰি ভাৰতবৰ্ষখন আনকি এখন দেশো নাছিল, কেইবাখনো ৰাজ্যৰে গঠিত আছিল। সময়ে সময়ে, এই উপ মহাদেশ খনৰ এটা বিশাল অঞ্চল একেখন সাম্ৰাজ্যৰ শাসনৰ তললৈ আহিছিল। দেশখন কেইবাবাৰো বিদেশীসকলৰ দ্বাৰা আক্ৰান্ত হৈছিল। তেওলোকৰ কিছুমানে ইয়াতে বাস কৰিবলৈ লৈ ভাৰত-বাসী হৈ ৰজা আৰু সম্ৰাট হিচাপে দেশখন শাসন কৰিছিল। কিছুমানে আকৌ দেশখন লুটি পুতি ধ্বংসৰ সোঁত বোৱাই যিমান পাৰে ধন সোণ গোটাই নিজৰ দেশলৈ উভটি গৈছিল। কোনো এটা সময় আছিল গতিশীল মহান সাফল্যৰ আৰু কোনোটো সময় আছিল গতিৰহিত দুখকষ্টৰ। পিচে আমি যি ভাৰতৰ স্বাধীনতা যুঁজৰ কথা কওঁ, সেয়া বৃটিছ শাসনাধীন কালৰ ভাৰতৰ কথা আৰু পৰাধীনতাৰ শিকলি দলিয়াই পেলাই স্বাধীন হবলে ভাৰতীয় জনতাই কৰা যুঁজৰ অতি শেহতীয়া কালৰ কথা।

১৭৫৭ চনত বঙ্গৰ নবাব চিৰাজ-উদ্-দৌলাক ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানীৰ সৈন্যবাহিনীয়ে পলাশীৰ যুদ্ধত ঘটুওবাৰ কালৰ পৰাই ভাৰতত বৃটিছ শাসনৰ সূত্ৰপাত হৈছিল বুলি কব পাৰি। কিন্তু ঊনবিংশ শতাব্দীৰ শেহৰ ফালে আৰু কুৰি শতিকাৰ প্ৰথম ভাগত বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ভাৰতত এক শক্তিশালী ৰাষ্ট্ৰীয়

আন্দোলনে গঢ় লয়। বৃটিছ শাসকসকলৰ আৰু ভাৰতীয় ৰাইজৰ স্বাৰ্থৰ মাজত হোৱা সংঘাতৰ পৰিণতি হৈছিল এই যুদ্ধ। এই সংঘাতৰ কথা বুজিবলৈ হ'লে ভাৰতত বৃটিছ শাসনৰ ঘাই বৈশিষ্ট্যবোৰ আৰু ভাৰতীয় সমাজৰ ওপৰত তাৰ প্ৰভাৱ সম্পৰ্কে অধ্যয়ন কৰা প্ৰয়োজন হব। বিদেশী শাসনৰ স্বৰূপটোৱেই ভাৰতীয় জনসাধাৰণৰ মাজত জাতীয় ভাব জগাই তুলিলে আৰু শক্তিশালী ৰাষ্ট্ৰীয় আন্দোলনৰ অভ্যুত্থান আৰু বিকাশৰ উপযোগী নৈতিক, বৌদ্ধিক, আৰ্থিক আৰু ৰাজনৈতিক পৰিস্থিতিৰ সৃষ্টি কৰিলে।

## ভাৰতত বৃটিছ শাসনৰ বিভিন্ন অধ্যায়

১৭৫৭ চনৰ পৰা বৃটিছসকলে নিজ স্বাৰ্থসিদ্ধিৰ বাবে ভাৰতৰ ওপৰত তেওঁলোকৰ নিয়ন্ত্ৰণ প্ৰতিষ্ঠা কৰিছিল। অৱশ্যে তেওঁলোকৰ শাসনৰ ঘাই বৈশিষ্ট্যবোৰ তেতিয়াৰে পৰা শেহলৈকে একে ধৰণে থকা বুলি ধাৰণা কৰিলে ভুল হব। প্ৰায় দুশ বছৰীয়া বৃটিছ শাসনৰ দীঘলীয়া ইতিহাস, বিভিন্ন অধ্যায়ৰ মাজেৰে অতিবাহিত হৈছিল। বৃটেইনৰ সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক জীৱনৰ পৰিবৰ্ত্তনে বৃটিছ শাসন আৰু সাম্ৰাজ্যবাদৰ প্ৰকৃতি, নীতি আৰু প্ৰভাৱবো পৰিবৰ্তন সাধন কৰিছিল।

পোন প্ৰথমতে ১৭৫৭ চনৰো আগতে ইংৰাজ ইষ্ট ইণ্ডিয়া কোম্পানীৰ মাথোন দুটা কথাতহে স্বাৰ্থ আছিল। কোম্পানীয়ে ভাৰতৰ আৰু প্ৰাচ্যৰ লগত একচেতীয়া বাণিজ্যৰ অধিকাৰ বিচাৰিছিল যাতে অইন কোনো ইংৰাজ বা ইউৰোপীয় সদাগৰ নাইবা বণিজ সন্থাই তেওঁলোকৰ লগত প্ৰতিযোগিতা কৰিব নোৱাৰে। আকৌ তেওঁলোকে ভাৰতীয় বয়বস্তু কিনা আৰু বিদেশত সেইবোৰ বেচাৰ ক্ষেত্ৰতো ভাৰতীয় বেপাৰী সকলে তেওঁলোকৰ লগত প্ৰতিযোগিতা কৰাতো নিবিচাৰিছিল অৰ্থাৎ কোম্পানীয়ে যিমান পাৰে সস্তাত ভাৰতত প্ৰস্তুত কৰা বয়বস্তু কিনি, যিমান সম্ভৱপৰ

সিমান উচ্চ দামত সেইবোৰ বেচিবলৈ বিচাৰিছিল যাতে সৰ্বোচ্চ মুনাফা অৰ্জন কৰিব পাৰে। বিভিন্ন কোম্পানী আৰু ব্যক্তিয়ে প্ৰতিযোগিতা কৰা সাধাৰণ বেপাৰৰ ক্ষেত্ৰত এনে ব্যৱস্থা সম্ভৱপৰ নাছিল। ভেটি থুৱাই আৰু নানান অৰ্থনৈতিক আৰু ৰাজনৈতিক পন্থা অৱলম্বন কৰি ইষ্ট ইণ্ডিয়া কোম্পানীক ভাৰত আৰু প্ৰাচ্যৰ লগত একচেতীয়া বেপাৰৰ অনুমতি দিয়াবলৈ বৃটিছ চৰকাৰক পতিয়ন নিয়াই আন ইংৰাজ প্ৰতিযোগী সকলক এই বাণিজ্য ক্ষেত্ৰৰ বাহিৰত ৰখা সহজসাধ্য হৈছিল। পিচে বৃটিছ আইনে আন ইউ-ৰোপীয় বেপাৰী আৰু কোম্পানীক এনেদৰে আঁতৰাই ৰাখিব নোৱাৰিলে। সেইকাৰণে ইষ্ট ইণ্ডিয়া কোম্পানীযে নিজৰ লক্ষ্য সাধন কৰিবলৈ দীঘলীয়া আৰু তুমুল ৰণ দিবলগীয়া হৈছিল। বাণিজ্যৰ ক্ষেত্ৰবোৰ কেইবাখনো সাগৰ পাৰ হৈ সুদূৰত হোৱা কাৰণে কোম্পানীয়ে এটি শক্তিশালী নৌ বাহিনী ৰাখিবলগীয়াত পৰিছিল।

পৰাক্ৰমী মোগল সাম্ৰাজ্যৰ দ্বাৰা সুৰক্ষিত হোৱা কাৰণে ভাৰতীয় সদাগৰ সকলৰ পৰা প্ৰতিযোগিতা বন্ধ কৰাও বৰ সহজ নাছিল। প্ৰকৃততে সোতৰ শতিকাৰ আৰু ওঠৰ শতিকাৰ প্ৰথম ভাগত ভাৰতৰ ভিতৰত বেপাৰ কৰাৰ অধিকাৰ লাভ কৰিবলৈ মোগল সম্ৰাট আৰু তেওঁলোকৰ প্ৰাদেশিক শাসনকৰ্তাসকললৈ আবেদন ভিক্ষা কৰিব লাগিছিল। কিন্তু ১৭০৭ চনত আওৰঙ্গজেবৰ মৃত্যুৰ পিচত মোগল সম্ৰাট সকল দুৰ্বল হোৱা কাৰণে সুদূৰ প্ৰসাৰিত সমুদ্ৰতীৰভূমিৰ ওপৰত তেওঁলোকৰ কৰ্তৃত্ব শিথিল হৈ পৰে। তাৰ সুবিধা লৈ কোম্পানীয়ে নিজৰ উন্নত নৌশক্তিৰ সহায়ত ভাৰতৰ উপকূলত বেহাবেপাৰ বঢ়াবলৈ ধৰিলে আৰু বিদেশী বাণিজ্য আৰু উপকূলীয় বেহা-বেপাৰৰ ক্ষেত্ৰৰ পৰা ভাৰতীয় সদাগৰসকলক খেদি পেলালে।

আৰু এটা বৰ গুৰুত্বপূৰ্ণ কথা আছিল। ভাৰতত আৰু সাগৰত ৰণ কৰিবলৈ আৰু লগতে বাণিজ্যৰ কোঁঠ, দুৰ্গ আদি ৰক্ষা কৰিবলৈ নৌ আৰু স্থল বাহিনীৰ খৰচ যোগাবলৈ কোম্পানীৰ প্ৰয়োজন হৈছিল সৰহ ধনৰ। বৃটিছ চৰকাৰ নাইবা ইষ্ট ইণ্ডিয়া কোম্পানীৰ এনে

বিশাল বিত্তীয় সমল নাছিল। সেয়ে এই ধন ভাৰতত সংগ্ৰহ কৰিব লগীয়া হ'ল। কোম্পানীয়ে উপকূল ভূমিৰ সুৰক্ষিত নগৰ—কলিকতা, মাদ্ৰাজ আৰু বোম্বাইত স্থানীয় শুল্ক আদায় কৰি এই ধন সংগ্ৰহ কৰিছিল। ক্ৰমে আৰু বেছি অঞ্চলৰ ওপৰত শুল্ক লগাই আৰ্থিক সমল বৃদ্ধি কৰিবলৈ কোম্পানীয়ে ভাৰতত নিজ দখলৰ অধীনত থকা অঞ্চলৰ আয়তন বৃদ্ধি কৰাৰ প্ৰয়োজন হ'ল।

এই সময়তে বৃটিছ পুঁজিবাদেও উন্নয়নৰ এক প্ৰবল অধ্যায়ত সোমাল। অধিক প্ৰসাৰণৰ কাৰণে ইয়াৰ প্ৰয়োজন হ'ল বাণিজ্য ব্যৱসায় আৰু কৃষিত বিৰাট পুঁজি খটোৱাৰ। সেই সময়ত বৃটেইনত এনে ধন খটুৱাব পৰা সমল নিচেই তাকৰ হোৱা কাৰণে পুঁজিপতি-সকলে বৃটিছ পুঁজিবাদৰ উন্নয়নৰ কাৰণে প্ৰয়োজনীয় মূলধন সংগ্ৰহ কৰিবলৈ আনৰ দেশ লুটপাত কৰাৰ কামে মন দিলে। দেখা গ'ল, সম্পদশালী আৰু চহকা বুলি জনাজাত ভাৰতবৰ্ষই মূলধন যোগোৱাৰ ক্ষেত্ৰত এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিব পাৰিব।

বাণিজ্যৰ একচেতীয়া অধিকাৰ আৰু বিত্তীয় সমলৰ ওপৰত দখল —এই দুযোটা উদ্দেশ্য ১৭৫০ চনত বঙ্গদেশ আৰু দক্ষিণ ভাৰত কোম্পানীৰ ৰাজনৈতিক দখললৈ অহাত—ইষ্ট ইণ্ডিয়া কোম্পানীৰ ডিৰেক্টৰসকলৰ কাৰণে কল্পনাতীত ভাৱে, অতি শীঘ্ৰে সাধিত হ'ল।

ইষ্ট ইণ্ডিয়া কোম্পানীয়ে এতিয়া অধিকৃত অঞ্চলবোৰৰ চৰকাৰী শুল্কৰ ওপৰত দখল লাভ কৰিলে আৰু ইয়াৰ ফলত স্থানীয় শাসক, সম্ভ্ৰান্ত পৰিয়াল আৰু জমিদাৰসকলৰ সঞ্চিত সম্পদ হস্তগত কৰিব পৰা হ'ল। এই সম্পদৰাজি আৰু চৰকাৰী খাজনাৰ গোটেইখিনি ধন, নিজৰ আৰু কৰ্মচাৰী সকলৰ সা-সুবিধা আৰু কোম্পানীৰ প্ৰসাৰণৰ বাবে খটুৱালে। উদাহৰণ স্বৰূপে, ১৭৬৫ চনৰ পৰা ১৭৭০ চনলৈকে, বয়বস্তুৰ আকাৰত কোম্পানীয়ে বঙ্গদেশৰ মুঠ খাজনাৰ শতকৰা প্ৰায় তেত্ৰিছ ভাগ ধন বাহিৰলৈ পঠিয়ালে। তাৰোপৰি কোম্পানীৰ বিষয়ববীয়াসকলে ভাৰতীয় সদাগৰ, চাকৰিয়াল আৰু জমিদাৰ সকলৰ

পৰা জোৰ কৰি বেআইনীভাবে সংগ্ৰহ কৰা ধনৰ পৰা বৃজন পৰিমানো বাহিৰলৈ পঠিয়ালে। ভাৰতৰ পৰা বাহিৰলৈ গুহি নৈ যোৱা এই ধনসম্পদে বৃটেইনৰ ঔদ্যোগিক উন্নয়নৰ বাবে পুঁজি যোগোবাত ব্যবহাৰ কৰা হ'ল। হিচাপ কৰি দেখা গৈছে যে এই সম্পদৰ পৰিমান সেই সময়ৰ বৃটেইনৰ ৰাষ্ট্ৰীয় আয়ৰ শতকৰা দুভাগ আছিল।

একে সময়তে ভাৰতৰ বাণিজ্য আৰু উৎপাদনৰ ক্ষেত্ৰত একচেতীয়া দখল লাভ কৰিবলৈ কোম্পানীৰ ৰাজনৈতিক ক্ষমতা প্ৰয়োগ কৰিলে। ভাৰতীয় সদাগৰ সকলক লাহে লাহে নিৰ্মূল কৰা হ'ল। আনফালে তাঁতী আৰু আন কাৰু শিল্পীসকলক নিজৰ উৎপন্ন বযবস্তুবোৰ লাভ নোহোৱা দৰত বেচিবলৈ নাইবা নিচেই কম পাৰিশ্ৰমিকৰ বিনিময়ত কোম্পানীৰ তলত খাটিবলৈ বাধ্য কৰা হ'ল। বৃটিছ শাসনৰ এই প্ৰাথমিক অধ্যায়ৰ বিশেষত্ব আছিল যে তেওঁলোকে ভাৰতৰ শাসন-ব্যৱস্থা বিচাৰ-বিধি, যাতাযাত-ব্যবস্থা, খেতিৰ-পদ্ধতি নাইবা ঔদ্যোগিক উৎপাদন আৰু ব্যবসায চালনাৰ ক্ষেত্ৰ অথবা শিক্ষা আৰু বৌদ্ধিক ক্ষেত্ৰত কোনোধৰণৰ বুনিযাদী পৰিবৰ্তন বিচৰা নাছিল। এই কাল-চোৱাত সুদূৰৰ উপনিবেশসমূহৰ পৰা কৰ আদায কৰাৰ ক্ষেত্ৰত প্ৰাচীন সাম্ৰাজ্যবোৰৰ লগত বৃটিছ শাসনৰ বৰ বেছি পাৰ্থক্য নাছিল। অৱশ্যে বৃটিছ শাসনৰ তলত এই কাম অধিক দক্ষতাৰে কৰা হৈছিল।

তেওঁলোকৰ অগ্ৰগামী সকলৰ খোজত খোজ দি বৃটিছসকলে পুৰণা খাজনা সংগ্ৰহৰ ৰীতিৰে যিমানদিন কৃতকাৰ্য্যতাৰে লাভৰ ধন গুহিবলৈ পাৰিলে সিমানদিনলৈ গাওবোৰৰ ভিতৰ সোমোৱাৰ প্ৰয়োজন বোধ নকৰিলে। ফলত যিখিনি শাসন ব্যৱস্থাৰ পৰিবৰ্তন কৰিলে সেয়া খাজনা সংগ্ৰহৰ গাঁথনিৰ মূধাতহে প্ৰযোজ্য হ'ল। এই গাঁথনিক খাজনা সংগ্ৰহৰ ক্ষেত্ৰত বেছি কাৰ্য্যকৰী কৰি তোলাৰ এক-মাত্ৰ উদ্দেশ্যৰেই শাসন ব্যৱস্থাৰ পৰিৱৰ্তন সধা হ'ল।

বৌদ্ধিক ক্ষেত্ৰত পাশ্চাত্য ভাবধাৰা প্ৰচাৰ কৰিবলৈ কোনো প্ৰচেষ্টা চলোৱা নহ'ল। ওঠৰ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ কালচোৱাত মাথোন দুখন নতুন শিক্ষা অনুষ্ঠান খোলা হ'ল—এখন কলিকতাত আৰু আন খন

বাৰানসীত। এই ছুয়োখন ঠাই সেই সময়ত কাৰ্চী আৰু সংস্কৃত শিক্ষাৰ প্ৰাচীন কেন্দ্ৰ আছিল। কোম্পানীৰ ৰাজ্যৰ পৰা খৃষ্টীয় মিছনেৰী সকলকো আঁতৰাই ৰখা হৈছিল।

মনত ৰখা উচিত হব যে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰত অধিকাৰ কৰা সময়ত বৃটেইনত বিশাল বাণিজ্য নিগমবোৰৰ যুগ ওৰ পৰিছিল। বৃটিছ সমাজৰ পৰিৱৰ্তিত কোম্পানীয়ে ধ্বংসমুখী গতিৰহে প্ৰতিনিধিত্ব কৰিছিল, উঠি অহা সামাজিক ধাৰাৰ নহয়।

## ঔদ্যোগিক পুঁজিবাদ আৰু অবাধ বাণিজ্যৰ যুগ

ভাৰতত ইষ্ট ইণ্ডিয়া কোম্পানী আঞ্চলিক শক্তি হৈ পৰা মাত্ৰকে, নতুনকৈ লাভ কৰা সাম্ৰাজ্যখনেনো কাৰ স্বাৰ্থ সেৱিব তাকে লৈ বৃটেইনত এখন তীব্ৰ যুদ্ধৰ সৃষ্টি হ'ল। বছৰে বছৰে কোম্পানীক বৃটেইনৰ অইন ব্যৱসায়িক আৰু ঔদ্যোগিক স্বাৰ্থৰ হকে কাম কৰিবলৈ বাধ্য কৰা হ'ল। ১৮১৩ চনত কোম্পানীৰ মুঠিত ভাৰতৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক শক্তিৰ মাথোন ছাঁ টোহে ৰ'ল। প্ৰকৃত শক্তিৰ গৰাকী এতিয়া হ'ল বৃটিছ চৰকাৰ। সমগ্ৰ বৃটিছ পুঁজিপতি-সকলৰ স্বাৰ্থৰ কাৰণে এই শক্তি খটুওৱা হ'ল।

ইতিমধ্যে বৃটেইনত ঔদ্যোগিক বিপ্লৱৰ ঢৌ বৈ গ'ল। ইয়াৰ ফলত বৃটেইন পৃথিৱীৰ পণ্য উৎপাদন আৰু ৰপ্তানী কৰা দেশসমূহৰ ভিতৰত এক লেখত লবলগীয়া শক্তি হৈ পৰিল। বৃটেইনৰ ভিতৰতে এক তাৎপৰ্যপূৰ্ণ পৰিৱৰ্তনৰ কাৰণো হ'ল ঔদ্যোগিক বিপ্লৱ। সময়ত ঔদ্যোগিক পুঁজিপতিসকলে শক্তিশালী ৰাজনৈতিক প্ৰভাৱ সম্পন্ন হৈ বৃটেইনৰ অৰ্থনীতিৰ ক্ষেত্ৰত প্ৰৱল আধিপত্য বিস্তাৰ কৰিলে। ভাৰতৰ ঔপনিবেশিক শাসন আৰু নীতি এতিয়া তেওঁলোকৰ স্বাৰ্থসিদ্ধিৰ হকেহে নিয়োজিত হবলগীয়াত পৰিল। ইষ্ট ইণ্ডিয়া কোম্পানী আছিল এটি ব্যৱসায়ী নিগম মাথোন। গতিকে ভাৰত সাম্ৰাজ্যত বৃটেইনৰ পুঁজিপতিসকলৰ স্বাৰ্থ কোম্পানীৰ স্বাৰ্থতকৈ সম্পূৰ্ণ বেলেগ

আছিল। ইয়াৰ ফল স্বৰূপে ভাৰতত বৃটিছ শাসনৰ দ্বিতীয় অধ্যায় আৰম্ভ হৈছিল।

ভাৰতীয় হস্তশিল্প ৰপ্তানীৰ একচেতীয়া ব্যৱস্থা নাইবা ভাৰতৰ পৰা সংগৃহীত কৰ-কাটল পোনপতীয়াকৈ আত্মসাৎ কৰা নীতিৰ পৰা বৃটিছ উদ্যোগপতিসকলৰ বৰ বিশেষ লাভ নহ'ল। আনহাতে ক্ৰমান্বয়ে বৰ্দ্ধিত উৎপাদনৰ বিক্ৰীৰ বাবে তেওঁলোকক বিদেশী বজাৰৰ প্ৰযোজন হ'ল। ভাৰতৰ দৰে এখন বিশাল আৰু জনবহুল দেশ এক লোভজনক বজাৰত পৰিণত হ'ল। একে সময়তে বৃটিছ উদ্যোগবোৰৰ কাৰণে কেঁচামালৰ প্ৰযোজন হ'ল আৰু বৃটিছ শ্ৰমিক-সকলৰ কাৰণে প্ৰযোজনীয় খাদ্যবস্তু আমদানীৰ আৱশ্যক হ'ল। আন কথাত কবলৈ হলে বৃটেইনে এতিয়া ভাৰতবৰ্ষক তেওঁলোকৰ বাণিজ্যৰ বহতীয়া' অংশীদাৰ কৰিবলৈ বিচাৰিলে। ইয়াৰ উদ্দেশ্য আছিল এই বিশাল দেশৰ বজাৰখন শোষণ কৰা আৰু বৃটেইনৰ প্ৰয়োজনীয় খাদ্যসম্ভাৰ আৰু কেঁচামাল তৈয়াৰ কৰি যোগান ধৰিব পৰা এক অধীনস্থ উপনিৱেশ হিচাপে ভাৰতক ৰখা।

কিন্তু এই ক্ষেত্ৰত এটা সমস্যাই দেখা দিলে। ভাৰতবৰ্ষই বয়বস্তু আমদানী কৰা বাবে পইচা ভৰিব লাগিছিল। আকৌ বৃটিছ সামৰিক আৰু অসামৰিক কৰ্মচাৰীৰ পেঞ্চন আৰু কোম্পানীৰ অংশীদাৰসকলৰ পাওনা হিচাপেও ভাৰতবৰ্ষই এক বিশাল সা-সম্পদ বাহিৰলৈ পঠিয়াব লগীয়া হৈছিল। কৰ্মচাৰীসকলক তেওঁলোকে ভাৰতত জমা কৰা ধনখিনি ঘৰলৈ লৈ যাবলৈ অনুমতি দিয়া হৈছিল। বৃটিছ সদাগৰ আৰু চাহ খেতিয়ক সকলৰ মুনাফাৰ ধনখিনিও ভাৰতৰ সম্পদৰ পৰাই শোষণ কৰা হৈছিল। ভাৰতত খটোৱা বৃটিছ পুঁজিৰ ওপৰত সুদ আৰু মুনাফাৰ ধনৰ যোগানো ধৰিবলগীয়াত পৰিছিল ভাৰতবৰ্ষই। এই সকলোবোৰৰ কাৰণে বৃটেইন আৰু আন কিছুমান দেশলৈ ভাৰতে কিছু মাল ৰপ্তানী কৰাৰ প্ৰয়োজন হ'ল। কিন্তু ভাৰতৰ প্ৰাচীন ঐতিহ্যসম্পন্ন হস্তশিল্পৰ ৰপ্তানী প্ৰায় বন্ধ হৈ গৈছিল। তাতোকৈ লেখত লবলগীয়া কথা হ'ল ভাৰতবৰ্ষক বস্ত্ৰ-শিল্প আদিৰ

ক্ষেত্ৰত বৃটেইনৰ ঘৰুৱা উদ্যোগৰ লগত প্ৰতিযোগিতা কৰিব পৰাকৈ বয়বস্তু ৰপ্তানী কৰিবলৈ অনুমতি দিয়া নহৈছিল। অকল কৃষিজাত কেঁচামালহে ভাৰতৰ পৰা ৰপ্তানী কৰিব পৰা হৈছিল। চীনদেশলৈ আমদানী নিষিদ্ধ হোৱা সত্বেও চৰকাৰে কানি উৎপাদন আৰু চীনদেশলৈ ইয়াৰ ৰপ্তানী ব্যবস্থা বঢ়াইছিলহে। তাৰোপৰি এতিয়া ভাৰতৰ পৰা কপাহ, মৰাপাট, পাট, তেলগুটি, গোমধান, জন্তুৰ চামৰা আৰু ছাল, নীল আৰু চাহৰ ৰপ্তানী বঢ়োৱা হ'ল। এইদৰে ভাৰতৰ বহিৰ্বাণিজ্যৰ এক নাটকীয পৰিবৰ্তন ঘটিল যদিও সি ভালৰ কাৰণে ন'হল। শ শ বছৰ ধৰি কপাহী কাপোৰ আৰু আন আন হস্ত শিল্পজাত দ্ৰব্য ৰপ্তানী কৰি অহা ভাৰতবৰ্ষই উমৈহ শতিকাত কপাহী কাপোৰ আমদানী আৰু কেঁচা কপাহ আৰু অন্যান্য কেঁচামাল ৰপ্তানীহে কৰিবলৈ ললে।

সেই সময়ৰ অৰ্থনৈতিক, ৰাজনৈতিক আৰু সাংস্কৃতিক পটভূমিত ভাৰতবৰ্ষই এই নতুন ভূমিকা গ্ৰহণ সহজ নহ'ল। বৃটিছ অৰ্থনীতিৰ উন্নতিৰ হকে কাম কৰিব পৰাকৈ ভাৰতৰ অৰ্থনীতিৰে আমূল পৰিবৰ্তন আৱশ্যক হ'ল। প্ৰাচীন কালৰ পৰা চলি অহা অপুঁজিবাদী অৰ্থনৈতিক ব্যবস্থা ভাঙিবৰ প্ৰয়োজন হ'ল। ১৮১৩ চনৰ পিচত বৃটিছ চৰকাৰে এই উদ্দেশ্য সফল কৰিবলৈ ভাৰতীয় শাসন ব্যৱস্থা, অৰ্থনীতি আৰু সামাজিক ধাৰা সলাই পেলাবলৈ উঠি পৰি লাগিল।

অৰ্থনৈতিক ক্ষেত্ৰত বৃটিছ পুঁজিপতি সকলক মুক্ত ভাবে ভাৰতত প্ৰৱেশ কৰিবলৈ আৰু ইচ্ছানুসাৰে ব্যৱসায়িক কাৰ্য্যকলাপ চলাই যাবলৈ অনুমতি দিয়া হ'ল। এই সকলোবোৰৰ উপৰি অবাধ বাণিজ্য ব্যৱস্থাৰ প্ৰচলন কৰা হ'ল আৰু বৃটিছ বয়বস্তু প্ৰস্তুত কাৰক সকলৰ কাৰণে ভাৰতীয় বন্দৰ আৰু বজাৰবোৰ মুকলি কৰি দিয়া হ'ল। বৃটেইনত তৈয়াৰী বয়বস্তু বিনামূল্যে নাইবা নামমাত্ৰ শুল্কৰ হাৰত ভাৰতবৰ্ষত সোমাব দিয়া হ'ল। শাসনব্যৱস্থা বিস্তাৰিত আৰু বহুল প্ৰসাৰী কৰা হ'ল। অকল কৰ সংগ্ৰহ আৰু বাণিজ্য পথবোৰ সুৰক্ষিত

কৰিবলৈ আইন শৃঙ্খলা ৰক্ষাই নহয় আন বিবিধ কাৰ্য্যাৱলীক ইয়াৰ অন্তৰ্ভুক্ত কৰা হ'ল। শাসনব্যৱস্থাৰ পৰিসৰো বৃদ্ধি পাই সুদূৰ গাওঁ-বোৰকো সামৰি ললে যাতে বৃটেইনত তৈয়াৰী বযবস্তু দেশৰ ভিতৰত সৰু নগৰ আৰু গাওঁবোৰতো সোমাব পাৰে আৰু ৰপ্তানীৰ কাৰণে কৃষিজাত বয়বস্তুবোৰ উলিয়াই আনিব পৰা হয়। এইদৰে উনৈছ শতিকাত ভাৰতৰ বৃটিছ শাসনৰ ক্ষিপ্ৰ গতিত বিৰাট পৰিবৰ্তন কৰা হ'ল।

পুঁজিবাদী বাণিজ্য ব্যবস্থাৰ ওপৰত প্ৰতিষ্ঠিত হবলগীয়া হোৱাত ভাৰতীয় সমাজৰ আইনৰ গাঁথনি সম্পূৰ্ণভাবে সলাই পেলাবলগীযা হ'ল। উদাহৰণ স্বৰূপে আমদানী আৰু ৰপ্তানী সমূহৰ প্ৰসাৰণৰ কাৰণে প্ৰয়োজনীয লাখ লাখ অৰ্থনৈতিক লেনদেন সমূহ স্থায়ী কৰিবলৈ চুক্তিপত্ৰৰ পবিত্ৰতা দেশৰ মূল আইন আৰু ৰীতিত পৰিণত হ'ল। ইযাৰ ফলত নতুন বিধি বিধানৰ ভেটীত এক সম্পূৰ্ণ নতুন আইন ব্যবস্থাৰ যেনে, ভাৰতীয দণ্ডাবিধি ( ইণ্ডিয়ান পেনাল কোড ) আৰু দেওবানী আইন বিধিৰ প্ৰবৰ্তন কৰা হ'ল।

ৰাষ্ট্ৰৰ এই নতুন বিশাল শাসন আৰু আইন ব্যৱস্থা চলাবলৈ আৰু বৃটিছ ব্যবসায়ৰ নিম্ন বিভাগবোৰত কাম কৰিবলৈ এদল শিক্ষিত কৰ্মচাৰীৰ প্ৰযোজন হ'ল। ইযাৰ কাৰণে বৃটেইনৰ যথেষ্ট জনবল নাছিল। আকৌ সুদূৰ ভাৰতীয উপনিবেশ আৰু ইয়াৰ অস্বাস্থ্যকৰ জলবায়ুলৈ আকৰ্ষিত কৰিব পৰাকৈ উচ্চ দৰমহা দি এই সকলো কামৰ কাৰণে ইংৰাজ কৰ্মচাৰী নিযুক্ত কৰা, ভাৰত চৰকাৰ বা বৃটিছ ব্যবসায়ী সকলৰ পক্ষে সম্ভৱপৰো নাছিল। সেই হেতুকে ১৮৩৩ চনৰ পিচত বৃটিছসকলে ভাৰতত আধুনিক শিক্ষাৰ পাতনি মেলি তাৰ বহল প্ৰসাৰ কৰিলে।

বৃহৎ আকাৰত তৈয়াৰী বস্তুৰ আমদানী আৰু তাতোকৈয়ো অধিক পৰিমানৰ গধুৰ কেঁচা মাল ৰপ্তানীৰ বাবে এক সস্তীয়া আৰু সহজ যানবাহনৰ প্ৰযোজন হ'ল। চৰকাৰে এইবাবে নৈবোৰত ভাপ-জাহাজৰ প্ৰচলন কৰিলে আৰু আলি পদূলীবোৰ উন্নত কৰালে।

এইবোৰৰ উপৰি ১৮৫৩ চনৰ পিচত দেশৰ প্ৰধান নগৰ আৰু বজাৰ সমূহক বন্দৰবোৰৰ লগত সংলগ্ন কৰি ৰেলপাথেৰে দেশখন ছানি পেলোৱা হ'ল। ১৯০৫ চনৰ ভিতৰত প্ৰায় ৩৫০ কোটি টকা খৰচ কৰি ২৮,০০০ মাইল ৰেলপথ তৈয়াৰ কৰা হ'ল। সেইদৰে ব্যৱসায়ৰ লেনদেন সুকলমে চলাবলৈ আধুনিক ডাক আৰু তাঁৰ পদ্ধতিৰ প্ৰৱৰ্ত্তন কৰা হ'ল।

এই কালচোৱাত বৃটিছ ৰাজনৈতিক নেতা আৰু ভাৰতৰ বৃটিছ শাসনকৰ্তা সকলৰ মাজত এক উদাৰনৈতিক সাম্ৰাজ্যবাদী ৰাজনৈতিক ভাবধাৰাৰ অভ্যুদয় হ'ল। তৈয়াৰী বস্তুৰ ক্ষেত্ৰত প্ৰায় সমগ্ৰ বিশ্বতেই বৃটেইনৰ একাধিপত্যৰ ওপৰত ভৰসা কৰি, এওঁলোকৰ বহুতৰে ধাৰণা হৈছিল যে অবাধ বাণিজ্য ব্যৱস্থা চলি থাকিলে পৰোক্ষভাবে বৰ কটকটীয়াকৈ শাসন নকৰাকৈয়ে বৃটেইনে ভাৰত আৰু অইন দেশবোৰত সমানে আৰ্থিক শোষণ চলাই যাব পাৰিব। কাৰণ উনৈছ শতিকাৰ প্ৰথমাৰ্দ্ধত বৃটেইনেই মাথোন একমাত্ৰ পূৰাপুৰি ঔদ্যোগিক ৰাষ্ট্ৰত পৰিণত হৈছিল আৰু ফলত পৃথিৱীৰ কাৰখানা বুলি জনাজাত হৈ পৰিছিল। বৃটিছ নেতা আৰু শাসনকৰ্তাসকলে সেয়েহে ভাৰতীয়সকলক স্বায়ত্ত্ব শাসনৰ কৌশল শিকাই লোৱাৰ কথা আৰু কালত তেওঁলোকৰ হাতলৈ ৰাজনৈতিক শক্তি হস্তান্তৰ কৰাৰ কথাও কবলৈ লৈছিল। পিচত ভাৰতীয় জাতীয়তাবাদী নেতা সকলে ৰাজনৈতিক আন্দোলনৰ সময়ত এই বক্তব্যবোৰকে অস্ত্ৰস্বৰূপে ব্যৱহাৰ কৰিছিল।

বৃটিছ শাসনৰ দ্বিতীয় অধ্যায়ত অৰ্থনৈতিক শোষণৰ নতুন ধাৰাৰ প্ৰচলন হলেও পূৰ্বৰ প্ৰচলিত শোষণ নীতিৰ সামৰণি নপৰিল। ভাৰতৰ বাকী অঞ্চল দখল কৰিবলৈ আৰু বৃটিছ শাসনৰ একছত্ৰিতা বঢাবলৈ ভাৰতীয় খাজনাৰ এতিয়াও প্ৰয়োজন থাকিল। ওপৰ খাপৰ হেজাৰ হেজাৰ ইংৰাজ কৰ্মচাৰীক দৰমহা (সমসাময়িক মানদণ্ড অনুসৰি এই দৰমহা কল্পনাতীত আছিল) আৰু ভাৰতৰ ভিতৰুৱা অঞ্চলত ভালদৰে সোমাই লব পৰাকৈ অৰ্থনৈতিক আৰু

শাসনমূলক সালসলনি কৰিবলৈ আৱশ্যকীয় ধন, এই খাজনাৰ পৰাই যোগাব লগীয়া হ'ল। ফলস্বৰূপে বৃটিছ শাসনৰ নতুন অধ্যায়ে ভাৰতীয় কৃষকৰ ওপৰত বৰ উচ্চ হাৰত কৰৰ গধুৰ বোজা জাপি দিলে।

একে সময়তে নীল, আফিং আৰু চাহৰ দৰে বৃটিছ উৎপাদনকাৰী সকলৰ সৈতে প্ৰতিযোগিতাত নোসোমোবা কেইটিমান ভাৰতীয় উৎপাদনৰ ক্ষেত্ৰত উন্নতি কৰা হ'ল। কিন্তু এই ক্ষেত্ৰবোৰ চৰকাৰ বা বৃটিছ পুঁজিপতিসকলৰ কঠোৰ দখলত ৰখা হ'ল। সিফালে ভাৰতৰ ওপৰত প্ৰযোগ কৰা অবাধ বাণিজ্য ব্যৱস্থা আছিল একলীয়া। কাৰিগৰী বিদ্যাত দক্ষ বৃটিছসকলৰ নাইবা বৃটিছ সকলৰ দখলত উৎপাদিত ঔপনিবেশিক বয়বস্তুৰ লগত, তেতিয়াও কেৰ মাৰিব পৰা ভাৰতীয় উৎপন্ন বস্তুবোৰৰ ওপৰত বৃটেইনত আমদানী কৰ বহুওৱা হ'ল। উদাহৰণ স্বৰূপে ১৮২৪ চনত ভাৰতীয় বস্ত্ৰশিল্পই শতকৰা ত্ৰিছৰ পৰা সত্তৰ ভাগলৈ শুল্ক ভৰিবলগীয়া হ'ল। ভাৰতীয় চেনীৰ ওপৰত বিনামূল্যৰ তিনিগুণ শুল্ক বহুওৱা হ'ল। কিছুমান ভাৰতীয় বয়বস্তুৰ ক্ষেত্ৰত, বৃটেইনত শতকৰা চাৰিশ ভাগৰ নিচিনা অতি উচ্চ নিৰিখৰ শুল্ক লগোৱা হ'ল। ইয়াৰ উপৰি চৰকাৰে ভাৰতৰ ভিতৰতে এক বিশাল শুল্ক ব্যৱস্থাৰ সৃষ্টি কৰি ভাৰতীয় উৎপাদকসকলক সৰ্বভাৰতীয় বজাৰ এখনৰ সুবিধা লোৱাৰ পৰা বঞ্চিত কৰিলে। ভাৰতবৰ্ষত এনে এটা বিপৰীত পৰিস্থিতি হ'ল যে দেশৰ ভিতৰত নিজ উৎপাদন বস্তুৰ ক্ষেত্ৰত শুল্ক লগোৱাৰ ব্যৱস্থা হ'ল অথচ বিদেশী বস্তু হলে বিনা শুল্কে দেশৰ ইমূৰৰ পৰা সিমূৰ পালেগৈ। ১৮৪০ চনতহে এই আভ্যন্তৰীণ শুল্কবোৰ উঠাই দিয়া হ'ল। অৱশেষে তেতিয়ালৈকে ভাৰতীয় বজাৰৰ ভিতৰতে ভাৰতীয় উৎপাদন সামগ্ৰীক বৃটিছ প্ৰস্তুত কাৰক সকলে চেৰাই যাব পৰা অৱস্থা হৈছিল গৈ।

## বিদেশী মূলধন বিনিয়োগৰ যুগ আৰু উপনিবেশৰ কাৰণে আন্তঃৰাষ্ট্ৰীয় প্ৰতিযোগিতা

ভাৰতত বৃটিছ শাসনৰ তৃতীয় অধ্যায়ৰ সূত্ৰপাত ১৮৬০ চনৰ পৰা হোৱা বুলি কব পাৰি। বিশ্বৰ অৰ্থনৈতিক অৱস্থাৰ তিনিটা প্ৰধান পৰিৱৰ্তনৰ ফলত এই অধ্যায়ৰ জন্ম হৈছিল। প্ৰথমতঃ, ক্ৰমান্বয়ে পশ্চিম ইউৰোপৰ দেশসমূহ আৰু উত্তৰ আমেৰিকাত ঔদ্যোগীকৰণৰ বিকাশ হ'ল আৰু ইয়াৰ ফলত বৃটেইনৰ উৎপাদন আৰু বিত্তীয় ক্ষেত্ৰত একাধিপত্যৰ অৱসান ঘটিল। ফ্ৰান্স, বেলজিয়াম, জাৰ্মানী, যুক্তৰাষ্ট্ৰ ৰুচিয়া আৰু পিচত জাপানে শক্তিশালী উদ্যোগ গঢ়ি তুলিলে আৰু উৎপন্ন বস্তুবোৰৰ কাৰণে বিদেশত বজাৰ বিচাৰিবলৈ ললে। বজাৰৰ বাবে বিশ্বজোৰা প্ৰতিযোগিতা আৰম্ভ হ'ল।

দ্বিতীয়তে উনৈছ শতিকাৰ শেষৰ ফালে বিজ্ঞানৰ প্ৰয়োগৰ ফলত উদ্যোগৰ ক্ষেত্ৰত কেইবাটাও লেখতলবলগীয়া কাৰিগৰী উন্নয়ন সম্ভৱপৰ হল। এই কালতে আধুনিক তীখা উদ্যোগৰ জন্ম হ'ল। ১৮৫০ চনত সমগ্ৰ বিশ্বতে তীখাৰ উৎপাদন আছিল ৮০,০০০ টন। ১৮৭০ চনতো ইয়াৰ উৎপাদন ৭,০০,০০০ টনৰ বেছি নাছিল। ১৯০০ চনত তীখাৰ উৎপাদন ২ কোটি ৮০ লাখ টনলৈ বৃদ্ধি পালে। এই কালচোৱাত আধুনিক ৰাসায়নিক উদ্যোগ সমূহৰো উন্নতি হ'ল। মটৰৰ ইঞ্জিনত পেট্ৰোলিয়াম জাত বস্তু ব্যৱহাৰ আৰু উদ্যোগৰ কামত বিজুলী শক্তিৰ ব্যৱহাৰ হবলৈ ধৰিলে। ঔদ্যোগিক উন্নয়নৰ অগ্ৰগতি যিমানে ক্ষিপ্ৰতাৰে হবলৈ ধৰিলে সিমানেই নতুন উদ্যোগবোৰত বেছি পৰিমানৰ কেঁচামালৰ প্ৰয়োজন হ'ল। ইয়াৰ অবিহনে ঔদ্যোগিক গাঁথনি তিষ্ঠি থকাই টান হ'ল। ঔদ্যোগিক উন্নয়নৰ ফলত নগৰৰ জনসংখ্যা বাঢিবলৈ ধৰিলে। এই জনসংখ্যাৰ বাবে অধিক খাদ্যৰ প্ৰয়োজন হ'ল। কেঁচামাল আৰু খাদ্যবস্তুৰ কাৰণে নতুন আৰু স্থায়ী উৎস বিচাৰি বিশ্বজুৰি অনুসন্ধান চলিল। আফ্ৰিকা, এচিয়া আৰু লেটিন আমেৰিকাৰ দেশবোৰত কৃষিজাতীয় আৰু খনিজ

কেঁচামালৰ দেখদেখকৈ থকা নাইবা সম্ভৱপৰ অস্তিত্বৰ ওপৰত পূৰা দখল লভিবলৈ বিশ্বৰ উদ্যোগী দেশবোৰে এখনে আনখনৰ লগত ফেৰ মাৰিবলৈ লাগি গ'ল।

তৃতীয়তে শিল্প আৰু বাণিজ্যৰ উন্নয়ন আৰু উপনিবেশসমূহৰ বজাৰ আৰু অইন ধৰণৰ শোষণৰ ফলত উন্নত পুঁজিবাদী দেশসমূহত এক সীমাহীন পুঁজি গোট খালে। পুজিখিনি আকৌ ক্ৰমে কেইটামান বেঙ্ক, নিগম আৰু নিধি অনুস্থানৰ হাততহে থুপ খাইছিল। ইয়াক নিযোগ কৰিবলৈ বাট উলিয়াব লগা হ'ল। অবশ্যে তেতিয়াও এই দেশবোৰৰ বেছিভাগ অধিবাসীযেই দৰিদ্ৰ অৱস্থাত থকা কাৰণে এই পুঁজি খটুওৱাৰ বহুতো বাট আছিল। কিন্তু ইতিমধ্যে তাৰ শ্ৰমিকসকল সঙ্ঘবদ্ধ হবলৈ ধৰিলে। এনেস্থলত সৰহ ধনৰ বিনিযোগৰ দ্বাৰা উদ্যোগৰ প্ৰসাৰণ কৰিলে শ্ৰমিকসকলৰ সা-সুবিধা দাবী কৰাৰ শক্তি বৃদ্ধি পোৱাৰ লগতে ইতিমধ্যে গঢ় লোৱা উদ্যোগ সমূহৰ লাভৰ পৰিমান কমি যায। অথচ এই পুঁজি যদি বিদেশত খনিজ আৰু কৃষিজাত কেঁচামাল উৎপাদন কৰিবলৈ বিনিয়োগ কৰা যায তেনেহলে দেখোন কেইবাটাও চৰাইক একেটা গুলীতে মাৰিব পাৰি। এনে কৰিলে অতিৰিক্ত পুঁজিৰ বাবে বিনিয়োগৰ বাট ওলাব আৰু এই অনুন্নত দেশবোৰত শ্ৰমিকৰ বানচ নিচেই কম কাৰণে লাভৰ মাত্ৰাও চৰিব। লগে লগে নিজৰ উদ্যোগবোৰৰ কাৰণে প্ৰযোজনীয় তেজমগুহ স্বৰূপ—কেঁচামালৰ যোগান চলি থাকিব। উন্নত পুঁজিবাদী দেশবোৰে সেযে তেওঁ-লোকৰ অতিৰিক্ত পুঁজি খটুবাব পৰা অঞ্চল কিছুমান বাচি উলিযাবলৈ একে সময়তে চলাথ লগালে।

সাম্ৰাজ্যবাদী দেশসমূহত সাম্ৰাজ্যবাদৰ অধিক প্ৰসাৰণেও এই কাল চোবাত এক গুৰুত্বপূৰ্ণ আদৰ্শগত আৰু ৰাজনৈতিক উদ্দেশ্য পূৰণ কৰিছিল। উনৈছ শতিকাৰ পিচৰ চোবাত জনসাধাৰণৰ মাজত গণতান্ত্ৰিক অনুভূতিৰ এক প্ৰৱল ধাৰাই প্ৰকাশ পাইছিল। আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু সকলো পশ্চিম ইউৰোপীয় দেশত জন-

সাধাৰণক ভোট দিয়াৰ অধিকাৰ দিয়া হৈছিল। শ্ৰমিক আৰু কৃষকে নিজৰ শ্ৰেণীৰ স্বাৰ্থ সিদ্ধি কৰিবলৈ এই অধিকাৰ প্ৰয়োগ কৰিব আৰু ইয়াৰ ফলত উচ্চ শ্ৰেণীৰ লোকসকলৰ দ্বাৰা সমাজৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক আধিপত্যৰ দিনবোৰ শেষ হৈ যাব বুলি শাসনত অধিষ্ঠিত উচ্চ শ্ৰেণীৰ লোকসকল বিমোৰত পৰিছিল। সাম্ৰাজ্যবাদে এই সমস্যা সমাধানৰ বাট দেখুৱালে। দেশৰ ৰাইজৰ দৃষ্টি বিদেশৰ ফালে আকৰ্ষিত কৰি তেওঁলোকৰ মাজত উৎকট জাতীয়তাবাদী দেশপ্ৰেমী আৰু স্বগৌৰৱৰ জয়ঢোল কোবোৱা মনোভাৱৰ প্ৰচাৰৰ যোগেদি সমাজৰ বিভিন্ন দলক আকৌ পুঁজিবাদৰ চাৰিওকাষে একত্ৰিত কৰিব পৰা হ'ল। বৃটিছ সকলে "বৃটিছ সাম্ৰাজ্যত সূৰ্য্য কেতিয়াও অস্ত নেযায়" এই ধ্বনি তুলিলে। ইয়াৰ উদ্দেশ্য আছিল প্ৰকৃত জীৱনত কেতিয়াও সূৰ্য্যৰ পোহৰ ভালদৰে নপৰা লেতেৰা বস্তীত বাস কৰা বৃটিছ শ্ৰমিক সকলৰ মাজত এক সন্তুষ্টি আৰু অহঙ্কাৰৰ মনোভাব বিয়পাই পেলোৱা। জাৰ্মানসকলে পৃথিবীত এখন ঠাইৰ কাৰণে কৰা দাবীৰ পাচত সকলোকে একজোট কৰালে। ফৰাচী সকলৰ বিশ্বাস আছিল বিশ্বক সুসভ্য কৰাৰ মিছনৰ ওপৰত। জাপানে এচিয়াৰ আৰু ৰুছিয়াই শ্লাভ সকলৰ উদ্ধাৰকাৰী বুলি দাবী কৰিলে। উত্তৰ আমেৰিকাই লেটিন আমেৰিকাক তেওঁলোকৰ ন্যাসৰ অন্তৰ্গত বুলি দাবী কৰিলে, কাৰণ তাত হেনো তেওঁলোকে "ঈশ্বৰ অভিহিত ভাগ্য" দেখা পাইছিল। তেওঁলোকে শীঘ্ৰে কুৰি শতিকাটোক আমেৰিকাৰ শতিকা বুলি বিশ্বাস কৰিবলৈ ললে। ফলত ৰাজ্যপ্ৰসাৰণ, সাম্ৰাজ্যবাদ আৰু জাতীয় মহত্বৰ ভাবধাৰাৰে অনুপ্ৰাণিত হৈ জনসাধাৰণে তেওঁলোকে ভোটাধিকাৰ পোৱাৰ আগতে শাসনত অধিষ্ঠিত থকা চৰকাৰৰ দৰে একেধৰণৰ চৰকাৰকে ভোট দি আকৌ শাসনত অধিষ্ঠিত কৰিলে। এই সকলোবোৰ নতুন কথা আৰু স্বাৰ্থৰ পৰিণতি স্বৰূপে সম্পূৰ্ণভাবে উপনিবেশ আৰু উপনিবেশৰ অংশ বিশেষ অঞ্চলৰ কাৰণে অন্বেষণ আৰম্ভ হ'ল, যাতে সাম্ৰাজ্যবাদী দেশখনে বজাৰ, কেঁচামাল আৰু ধন

বিনিয়োগৰ ক্ষেত্ৰত সম্পূৰ্ণ অধিকাৰ খটুৱাব পাৰে। নতুন উপ-নিবেশৰ বাবে সহজতে পোৱা অঞ্চলবোৰ কম হৈ পৰাৰ লগে লগে উপনিবেশৰ কাৰণে প্ৰতিযোগিতা তীব্ৰতৰ আৰু কঠোৰ হৈ আহিল। বিশ্বক উপনিবেশ কিছুমানত ভগাই লোৱাৰ সঙ্ঘৰ্ষই এতিয়া ঔপনিবেশিক জগতখনক পুনৰ্বিভাগৰ সংঘৰ্ষলৈ ৰূপ ললে।

বৃটেইনৰ কাৰণে এই গোটেই কালচোৱা বৰ হাহাকাৰ আৰু উদ্বেগপূৰ্ণ আছিল, কাৰণ নবাগত পুঁজিবাদী দেশসমূহে বাণিজ্য আৰু ধন বিনিয়োগৰ ক্ষেত্ৰত বৃটেইনৰ মুখ্য ভূমিকাক সততে আক্ৰমণ কৰিছিল। বৃটেইনে এতিয়া ইতিমধ্যে লাভ কৰা সাম্ৰাজ্যৰ ওপৰত দখল দৃঢ়তৰ কৰি তাৰ পৰিসৰ বঢ়াবলৈ প্ৰবল চেষ্টা চলালে।

ভাৰতবৰ্ষত, বৃটিছ শাসনৰ তৃতীয, অধ্যাযৰ উল্লেখযোগ্য কথা আছিল সাম্ৰাজ্যবাদী দখল প্ৰচেষ্টাৰ এক নতুন প্ৰবল উচ্ছ্বাস। লিটন, ডফৰিণ, লেন্সডাউন আৰু কাৰ্জন ভাইচৰয় হৈ থকা কালত অনুসৰণ কৰা প্ৰতিক্ৰিয়াশীল নীতিত এই দৃষ্টিভঙ্গি প্ৰতিফলিত হৈছিল। সমগ্ৰ বিশ্বতেই তুমুল প্ৰতিযোগিতাৰ সন্মুখীন হৈ— বৃটিছসকলে তেওঁলোকৰ মূলধন খটুৱাবলৈ ভাৰতবৰ্ষক আশ্ৰয় স্থল হিচাপে পালে।

১৮৫০ চনৰ পিচত বৃটিছ মূলধনৰ এক বৃহৎ অংশ ভাৰতত ৰেলপথ নিৰ্মাণৰ কাৰণে চৰকাৰলৈ ঋণ দিয়া ধন হিচাপে খটুওৱা হৈছিল। কিছু মূলধন চাহখেতি, কয়লাখনি, মৰাপাটৰ কল, জাহাজ-তৈয়াৰ, বাণিজ্য আৰু বেঙ্ক ব্যবস্থাত খটুওৱা হৈছিল। এই মূলধন, অৰ্থনৈতিক আৰু ৰাজনৈতিক বিপদৰ পৰা সুৰক্ষিত কৰিবলৈ বেছি দৃঢ়ভাৱে ভাৰতৰ ওপৰত বৃটিছ শাসন জাপি দিয়াৰ প্ৰয়োজন হ'ল। সমসাময়িক বৃটিছ কৰ্মচাৰী আৰু ৰাজনৈতিক নেতাসকলে খোলাখুলিকৈ এই কথা স্বীকাৰ কৰিছিল। অসামৰিক বিষয়া আৰু বোম্বাইৰ গবৰ্ণৰ ৰিচাৰ্ড টেম্পলে ১৮৮০ চনত লিখিছিল যে "ইংলণ্ডে ভাৰতবৰ্ষক দখলত ৰাখিবই লাগিব কাৰণ এই

দেশত বৃটিছ শাসন চিৰস্থায়ী হব বুলি ভৰসা কৰিছে বৃটিছ মূলধনৰ এক বিশাল অংশ খটুওৱা হৈছে।"

সাম্ৰাজ্য গঠনৰ হকে লোৱা বৃটিছ পৰিকল্পনাত ভাৰতবৰ্ষই আৰু এটা গুৰুত্বপূৰ্ণ বাব লৈছিল। আফ্ৰিকা আৰু এচিয়াত বৃটিছ শক্তিৰ প্ৰসাৰ আৰু একত্ৰিকৰণৰ কামত ভাৰতীয় সৈন্য বাহিনী মুখ্য অস্ত্ৰ হিচাপে ব্যৱহৃত হৈছিল। গোটেই পৃথিৱীজুৰি এই সৈন্যবাহিনীয়ে বৃটিছ সাম্ৰাজ্যৰ সেৱা কৰিছিল। ফলত এই সৈন্যবাহিনীৰ খৰচ বাঢ়ি গৈছিল আৰু ১৯০৪ চনত ভাৰতীয় ৰাজহৰ শতকৰা ৫২ ভাগ এই স্থায়ী সৈন্য বাহিনীৰ কাৰণেই খৰচ কৰা হৈছিল।

এই কালচোৱাত স্বায়ত্ব শাসনৰ কাৰণে ভাৰতীয়সকলক প্ৰশিক্ষণ দিয়াৰ কথা নাইকীয়া হৈ পৰিছিল। (১৯১৮ চনত ভাৰতৰ জাতীয়তা-বাদী আন্দোলনৰ সংঘাতত হে এই কথাবোৰ আকৌ ওলাইছিল।) এই সময়ত বৃটিছ শাসনৰ উদ্দেশ্য ভাৰতত চিৰস্থায়ী "ন্যাসৰক্ষী" অথবা হিতৈষীৰ স্বেচ্ছাচাৰিতা বুলি ঘোষণা কৰা হৈছিল। ভৌগলিক, গোষ্ঠীমূলক ঐতিহাসিক, সামাজিক আৰু কৃষ্টিমূলক কাৰণত ভাৰতীয় ৰাইজক স্বায়ত্ব শাসনৰ বাবে অনুপযুক্ত বুলি কোৱা হৈছিল। সেই কাৰণেহে বোলে বৃটিছ সকলে তেওঁলোকক শ শ বছৰ ধৰি 'সু'সভ্য' আৰু 'হিতৈষী' শাসনৰ যোগান ধৰিবলগীয়া হৈছিল।

পূৰ্বতে আৰম্ভ হোৱা ভাৰতৰ পৰিৱৰ্তন সাধন তৃতীয় অধ্যায়ৰ কালচোৱাত পূৰ্ণগতিত চলি থাকিল। ভাৰতৰ আৰু ভাৰতীয় সমাজৰ প্ৰতিটো চুক কোণ বৃটিছ প্ৰশাসনে চুকি পোৱাটো আৰু বৃটেইনৰ লাভৰ কাৰণে ভাৰতৰ প্ৰত্যেকটো বন্দৰ আৰু প্ৰতিখন নগৰ আৰু গাওঁ বিশ্বৰ অৰ্থনীতিৰ লগত সংলগ্ন হোৱা অধিক প্ৰয়োজনীয় হৈ পৰিল। কিন্তু, আগৰ দৰে এই পৰিৱৰ্তন যথেষ্ট সীমিত নাইবা আংশিক হৈয়েই ৰ'ল। ইয়াৰ কাৰণ ভাৰতত বৃটিছ ঔপনিবেশবাদৰ প্ৰকৃতিৰ মাজতে নিহিত আছিল।

প্ৰথম কথা হ'ল—পোনতে বৃটিছৰ ভাৰত দখল অভিযানৰ খৰচ

ভাৰতীয় ৰাজহৰ পৰা যোগোৱাৰ নিচিনাকৈ এতিয়াও প্ৰশাসনিক, অৰ্থনৈতিক আৰু কৃষ্টিমূলক পৰিৱৰ্তনৰ খৰচ পাতি ভাৰতীয় ৰাজহৰ পৰাই যোগাব লগীয়া হৈছিল। ভাৰতবৰ্ষ এখন দুখীয়া দেশ হোৱা কাৰণে ঔপনিবেশিকতাই ইয়াক আৰু বেছি জুৰুলা কৰিলে। অৰ্থ নৈতিক ভাবে উন্নয়নৰত এখন দেশে হ'লে অনায়াসে বৰ্দ্ধিত ৰাজস্বৰ ধন যোগাব পাৰিলে হেঁতেন। কিন্তু ভাৰতবৰ্ষত এনে ৰাজহ বঢোৱাৰ ফলত কৰৰ বোজা বৃদ্ধি পালে। অবশ্যে ৰাজনৈতিক ভাবে এনে কাৰ্য্যক্ৰমৰ এটা সীমা আছিল। স্থবিৰ অৰ্থনীতিত কৰৰ বোজা বৃদ্ধিৰ সচৰাচৰ হোৱা প্ৰতিক্ৰিয়া হ'ল জনতাৰ বিদ্ৰোহ। তাৰোপৰি ভাৰতবৰ্ষই একেসময়তে ব্যয় বহুল প্ৰশাসনিক আৰু সামাজিক গাঁথনিৰ বাবে আৰু শিক্ষা, জলসিঞ্চন, যাতায়াত ব্যৱস্থা আৰু আধুনিক উদ্যোগৰ উন্নতিৰ কাৰণে ধন যোগাব পৰা অৱস্থাত নাছিল। দৰাচলতে ভাৰতত ঔপনিবেশবাদৰ এইটো আছিল প্ৰধান পৰস্পৰবিৰোধী কথা। ঔপনিবেশিক শোষণৰ সম্প্ৰসাৰণৰ কাৰণে প্ৰয়োজন আছিল দেশখনৰ কিছু আভ্যন্তৰীণ উন্নয়নৰ, কিন্তু এই শোষণ পদ্ধতিৰ স্বৰূপেই ভাৰতক পিছপৰা অঞ্চল কৰি ৰাখি এই সম্প্ৰসাৰণৰ পথ অসম্ভৱ কৰি পেলাইছিল।

দ্বিতীয়তে, ঔপনিবেশিক শাসনকৰ্তা সকলে ভাৰতৰ আধুনিকীকৰণৰ ফলাফল দেখি তাক বাধা দিছিল। নিচেই সীমিত পৰিমানৰ পৰিৱৰ্তনেও এনে সামাজিক মতবাদৰ সৃষ্টি কৰিছিল যি ভাৰতৰ সাম্ৰাজ্যবাদী শোষণৰ বিৰোধিতা কৰিছিল। সাম্ৰাজ্যবাদী শাসক সকলে সেয়ে অইন এটা দোধোৰ মোধোৰত পৰিল—ভাৰতক বেছি ধন যোগাব পৰা উপনিবেশ কৰি গঢ়ি তুলিবলৈ যি পৰিৱৰ্তনৰ প্ৰয়োজন, সেই পৰিৱৰ্তনেই দেখোন ঔপনিবেশবাদৰ বিৰুদ্ধে আন্দোলন গঢ়ি তোলা সামাজিক মতবাদৰ সৃষ্টি কৰি ঔপনিবেশিক শাসনক বিপদগ্ৰস্ত কৰি পেলাব পাৰে।

## ভাৰতত ঔপনিবেশবাদৰ প্ৰধান বৈশিষ্টসমূহ।

বৃটিছ শাসনৰ ফলত—উনৈছ শতিকাৰ শেহৰ ফাললৈ ভাৰতবৰ্ষ এখন শুদ্ধ উপনিবেশলৈ ৰূপান্তৰিত হ'ল। বৃটিছ বস্তু প্ৰস্তুত-কাৰকসকলৰ কাৰণে ই এখন বিশাল বজাৰ, কেঁচামাল আৰু খাদ্য বস্তুৰ এটি ডাঙৰ উৎস আৰু বৃটিছ মূলধন বিনিয়োগৰ গুৰুত্বপূৰ্ণ ক্ষেত্ৰ হৈ পৰিল। সাম্ৰাজ্যবাদী স্বাৰ্থৰ সুবিধাৰ হকে ভাৰতৰ কৃষিৰ ওপৰত উচ্চ হাৰত কৰ বহুওৱা হ'ল। যাতায়াত ব্যৱস্থাৰ বেছি ভাগেই আৰু আধুনিক খনি আৰু উদ্যোগসমূহ বহিৰ্বাণিজ্য, উপকূলবৰ্তী আৰু আন্তৰ্জাতিক জাহাজ চলাচল, বেঙ্ক আৰু জীৱন বীমা কোম্পানী এই সকলোবোৰেই বিদেশীৰ তলত থাকিল। ভাৰতত হেজাৰ হেজাৰ মধ্যবিত্ত ইংৰাজৰ চাকৰীৰ ব্যৱস্থা হ'ল। ভাৰতবৰ্ষৰ ৰাজহৰ প্ৰায় এক তৃতীয়াংশ ইংৰাজসকলক দৰমহা দিওঁতে খৰচ হৈছিল। সুদূৰ প্ৰসাৰিত বৃটিছ সাম্ৰাজ্য চলাওঁতে আৰু প্ৰাচ্য, দক্ষিণ-প্ৰাচ্য, মধ্য আৰু পশ্চিম এচিয়া, উত্তৰ পূব আৰু দক্ষিণ আফ্ৰিকাত বৃটেইনৰ সাম্ৰাজ্যবাদী স্বাৰ্থ ৰক্ষা আৰু দখল বৃদ্ধি কৰোঁতে ভাৰতীয় সৈন্যবাহিনীয়ে মুখ্য হাতিয়াৰ স্বৰূপে কাম কৰিছিল।

এই সকলোৰে উপৰিও ভাৰতীয় অৰ্থনীতি আৰু সামাজিক বিকাশ, বৃটিছ অৰ্থনীতি আৰু সামাজিক উন্নয়নৰ সম্পূৰ্ণভাবে বহতীয়া হৈছিল, বিশ্বৰ পুঁজিবাদী অৰ্থনীতিৰ লগত ভাৰতীয় অৰ্থনীতিক নিম্ন স্থান দি একত্ৰিত কৰা হ'ল আৰু এক অভিনৱ ধৰণৰ আন্ত-ৰাষ্ট্ৰীয় শ্ৰম বিভাজন প্ৰবৰ্তিত হ'ল। ১৭৬০ চনৰ পিচত কেইবছৰমানৰ ভিতৰতে বৃটেইনে যেতিয়া বিশ্বৰ নেতৃস্থানীয়, উন্নতিশীল পুঁজিবাদী দেশ হিচাবে আগবাঢ়িছিল সেই সময়ত ভাৰতবৰ্ষক বিশ্বৰ পিছপৰা ক্ষেত্ৰতহে 'অগ্ৰগামী' অনুন্নত ঔপনিবেশিক দেশত পৰিণত কৰি পেলোৱা হৈছিল। প্ৰকৃততে কাৰ্য্য আৰু কাৰণৰ সম্বন্ধত এই দুয়োটা গতি পৰম্পৰৰ ওপৰত নিৰ্ভৰশীল আছিল। বৃটেইন আৰু ভাৰতৰ মাজত বাণিজ্য, বিত্ত আৰু কাৰিগৰী বিদ্যাকে ধৰি আৰ্থিক সম্বন্ধৰ সমগ্ৰ

গাঁথনিটোৱে ক্ৰমাগত ভাৰতৰ ঔপনিবেশিক নিৰ্ভৰতা আৰু অনুন্নত-শীলতা বঢ়াই তুলিলে।

## বৃটিছ শাসনৰ প্ৰভাৱ

বৃটিছ শাসন আৰু ইয়াৰ হেঁচাই ভাৰতত এক শক্তিশালী সাম্ৰাজ্য-বাদ বিৰোধী আন্দোলনৰ অভ্যুদয় আৰু ভাৰতৰ বিভিন্ন জনগনক একত্ৰিত কৰি এটা জাতিত পৰিণত কৰা পৰিবেশৰ সৃষ্টি কৰিছিল। বৃটিছ শাসকসকলে অনুসৰণ কৰা স্বাৰ্থপৰ নীতিৰ ফলত ভাৰতৰ কৃষি, খেতিয়ক ৰাইজ, বেপাৰ বণিজ আৰু ঘৰুৱা উদ্যোগবোৰ অতিশয় ক্ষতিগ্ৰস্ত হ'য়। সংস্কৃতি আৰু সামাজিক ক্ষেত্ৰতো এই নীতিয়ে বৰ শক্তিশালী প্ৰভাব পেলালে।

বৃটিছসকলে ভাৰতৰ কৃষি অৰ্থনীতিৰ গুৰুত্বপূৰ্ণ পৰিবৰ্তন সাধন কৰিছিল যদিও ভাৰতীয় কৃষিৰ উন্নতি সাধি উৎপাদন বৃদ্ধি কৰি ভাৰতীয় কৃষকসকলৰ সুখ সম্পদৰ ব্যৱস্থা কৰা তেওঁলোকৰ উদ্দেশ্য নাছিল। তেওঁলোকে এই পৰিবৰ্তনৰ দ্বাৰা কৃষিক্ষেত্ৰত সকলো অতিৰিক্ত লাভ, মাটিৰ খাজনা হিচাপে পাবলৈ বিচাৰিছিল। আৰু ঔপনিবেশিক অৰ্থনীতিত ভাৰতীয় কৃষিক বহতীয়াৰ ভূমিকা পালন কৰিবলৈ বাধ্য কৰাইছিল। ফলত পুৰণি সম্পৰ্কবোৰ আৰু অনুস্থানসমূহ ধ্বংস প্ৰাপ্ত হৈছিল আৰু তাৰ ঠাইত নতুন অনুষ্ঠানে জন্ম লৈছিল। কিন্তু এই নতুন বৈশিষ্ট্যবোৰে আধুনিকীকৰণৰ ফালে বা সঠিক দিশৰ ফালে পৰিবৰ্তন সূচোৱা নাছিল।

বৃটিছসকলে ঘাইকৈ মাটিৰ খাজনা আৰু মাটিৰ পট্টাৰ চৰ্তৰ দুটা পদ্ধতি প্ৰচলন কৰিলে। এটা হ'ল 'জমিদাৰী' প্ৰথা (পিচলৈ উত্তৰ ভাৰতত ৰায়তবাৰী পদ্ধতি, জমিদাৰী পদ্ধতিৰেই কিছু সালসলনি কৰি প্ৰচলন কৰা হৈছিল) আৰু আনটো হ'ল 'ৰায়তৱাৰী' (ৰায়ত) প্ৰথা।

জমিদাৰী প্ৰথাৰ দ্বাৰা, আগৰ খাজনা আদায়কাৰী খেতিয়ক,

ৰাজহ স‌ংগ্ৰাহক আৰু জমিদাৰ সকলৰ ব্যক্তিগত ভাবে, মাটিৰ গৰাকীলৈ ৰূপান্তৰিত কৰা হ'ল। অৱশেষত মাটিত ব্যক্তিগত অধিকাৰৰ কিছুমান স্বত্বেহে তেওঁলোকে পালে। যেনে ধৰক, মাটি খাওঁতাৰ পৰা পোৱা খাজনাৰ সৰহখিনি তেওঁলোকে চৰকাৰক দিব লাগিছিল। একে সময়তে তেওঁলোকক গাঁৱৰ বিভিন্ন সম্প্ৰদায়ৰ সম্পূৰ্ণ গৰাকী কৰা হ'ল। খেতিয়কসকল গৈ গৰাকীয়ে ইচ্ছামতে খেদাব পৰা মাটি খাওঁতাত ৰূপান্তৰিত হ'ল।

'ৰায়তাবাৰী' প্ৰথাৰ দ্বাৰা চৰকাৰে আইন অনুসৰি খেতি কৰা মাটিৰ গৰাকী বুলি মানি লোৱা খেতিয়কসকলৰ পৰা গাইগুটীয়াকৈ পোনপটীয়াভাবে খাজনা আদায় কৰিছিল। কিন্তু মাটি খোৱাৰ বন্দবস্ত সাময়িক হোৱা কাৰণে আৰু চৰকাৰে দাবী কৰা খাজনাৰ হাৰ অতি উচ্চ হোৱাত খেতিয়ক বিশেষে দিবলৈ অপাৰগ হোৱা বাবে এনে মালিকী স্বত্বও সীমাবদ্ধ আছিল।

মাটি খোৱাৰ প্ৰথাৰ যি নামেই হওক মুঠতে প্ৰকৃত খেতিয়কে দুৰ্ভোগ ভুগিবলগীয়া হৈছিল। তেওঁলোকে বৰ উচ্চ হাৰত কৰ ভৰিবলগীয়া হৈছিল আৰু ফলত এককথাত তেওঁলোকে মাটিৰ গৰাকীয়ে "ইচ্ছামতে খেদাব "পৰা ৰায়ত" হিচাপে চলিছিল। আনকি সময়ত তেওঁলোকে নানান বে-আইনী কৰ কাটল ভৰিবলৈ বাধ্য হৈছিল আৰু বাধ্যতামূলক শ্ৰম কৰিবলগীয়া বা "বেগাৰ" খাটিবলগীয়া হৈছিল। মন কৰিবলগীয়া কথা হ'ল, মাটি খোৱাৰ প্ৰথাৰ স্বৰূপ বা নাম যিয়েই নহওক, প্ৰকৃত ক্ষেত্ৰত চৰকাৰেই মাটিৰ গৰাকীৰ স্থান অধিকাৰ কৰিলে। বহু বছৰৰ পিচত বিশেষকৈ ১৯০১ চনৰ পিচত খাজনাৰ হাৰ ক্ৰমান্বয়ে কমোৱা হ'ল। কিন্তু তেতিয়ালৈ কৃষি অৰ্থনীতিৰ গাঁথনি এনেদৰে ভাগি চিগি গ'ল আৰু জমিদাৰ, ঋণদাৰ আৰু সদাগৰ সকলে গাঁও অঞ্চলৰ ইমান ভিতৰলৈ শিপা মেলিলে যে খাজনাৰ হাৰ কমিলেও সেয়ে খেতিয়ক সকলক সকাহ নিদিলে।

ভাৰতীয় কৃষি অৰ্থনীতিৰ ক্ষেত্ৰত বৃটিছসকলে অনুসৰণ কৰা নীতিৰ আটাইতকৈ ডাঙৰ কুফল হ'ল দেশত অৰ্থনৈতিক আৰু

ৰাজনৈতিক শক্তি হিচাপে ঋণদাৰ সকলৰ অভ্যুদয়। অতি উচ্চ হাৰৰ খাজনাৰ দাবী আৰু তাক সংগ্ৰহ কৰাৰ কঠোৰ ব্যবস্থাৰ ফলত কৃষকে বহুসময়ত কৰৰ বোজা সোধাবলৈ টকা ধাৰ কৰিবলগীয়াত পৰিছিল। অতিপাত চৰা হাৰত সুদ ভৰিবলগীয়া হোৱাৰ উপৰিও খেতিয়কে প্ৰায়েই শস্য চপোৱাৰ সময় হলেই অতি সস্তা দৰত নিজৰ উৎপন্ন বস্তুখিনি বেচি দিব লগীযাত পৰিছিল। বিশেষকৈ অনাবৃষ্টি, বানপানী আৰু দুৰ্ভিক্ষৰ সময়ত চিৰকলীয়া দৰিদ্ৰ খেতিয়কে ঋণদাৰ (ধাৰ দিওতা)ৰ ওচৰ চাপিবলৈ বাধ্য হৈছিল। আনহাতে নিজৰ সুবিধাৰ কাৰণে ঋণদাৰে নতুন আইন পদ্ধতি আৰু শাসনযন্ত্ৰক ইফাল সিফাল কৰি নিজৰ কামত লগাব পাৰিছিল। এনে কাৰ্য্যত দৰাচলতে চৰকাৰেই এওলোকক সহায় কৰিছিল কাৰণ, ঋণদাৰৰ সহায় নহলে সময়মতে মাটিৰ খাজনা তোলা নাইবা ৰপ্তানী কৰিবলৈ কৃষিজাত বযবস্তু বন্দৰবোৰলৈ অনা সম্ভৱ নাছিল। প্ৰথম অৱস্থাত আনকি ৰপ্তানী বাণিজ্যৰ বাবে প্ৰযোজনীয লাভজনক শস্য উৎপাদন কৰিবলৈ বুলি ঋণদাৰ সকলে যাতে ধন আগবঢ়াই খেতিযকসকলক মান্তি কৰায় তাৰ বাবে চৰকাৰে তেওঁলোকৰ ওপৰত ভৰসা কৰিছিল। সময়ত এই ঋণদাৰ সকলে গ্ৰাম্য অৰ্থনীতিত সুপ্ৰতিষ্ঠিত আসন অধিকাৰ কৰা একো আচৰিত কথা নহয। জমিদাৰী আৰু ৰায়তবাৰী দুয়ো অঞ্চলতে প্ৰকৃত খেতিযকৰ হাতৰ পৰা মাটি হস্তান্তৰিত হৈ ঋণদাৰ, সদাগৰ, কৰ্মচাৰী আৰু ধনী খেতিয়ক সকলৰ দখললৈ ঘনাই যোৱা হ'ল। ইয়াৰ ফলত, অৰ্থাৎ জমিদাৰ-সকল ভূস্বামী ভূমি-ব্যবস্থাৰ প্ৰধান বৈশিষ্ট্যৰূপে দেখা দিলে।

ৰাযত আৰু মাটিৰ মালিকৰ মাজত খাজনা সংগ্ৰহকাৰী এদল মধ্যবৰ্তী লোকৰ সংখ্যাও বৃদ্ধি পালে। নতুন মাটিৰ মালিক আৰু জমিদাৰ সকলৰ মাটিৰ লগত সম্পৰ্ক আগৰ জমিদাৰসকলতকৈও কমি গ'ল। ভালদৰে খাজনা তুলিবলৈ কাৰ্য্যক্ষম অনুষ্ঠান এটি গঢ়িবলৈ কষ্ট কৰাৰ সলনি তেওঁলোকে মধ্যৱৰ্তী খাজনা লওঁতা সকলকে নিজৰ কতৃত্ব আংশিকভাবে বেচি দিলে।

বৃটিছ শাসনৰ সংঘাতে প্ৰগতিৰ একেবাৰে বিপৰীত অতি অনগ্ৰসৰ এক নতুন কৃষি ব্যৱস্থাৰ সৃষ্টি কৰিলে। নতুন ব্যৱস্থাৰ দ্বাৰা কৃষি কাৰ্য্যৰ একো উন্নয়নৰ সম্ভৱ নহ'ল। সামাজিক মানদণ্ডৰ শীৰ্ষস্থানত আৰু একেবাৰে চলিত নতুন সামাজিক শ্ৰেণীৰ আবিৰ্ভাব হ'ল। মাটিৰ মালিক, মধ্যবৰ্তী লাভখোৰ আৰু ঋণদাৰসকল শীৰ্ষস্থানত উঠিল। আনহাতে মালিকৰ ইচ্ছাত বৰ্তি থকা ৰায়ত, আধিখোৰা খেতিয়ক আৰু খেতি শ্ৰমিকসকল তলিত পৰিল। এই নতুন সামাজিক জীৱন পুঁজিবাদী নাইবা সামন্তবাদীও নাছিল। আকৌ মোগলৰ দিনৰ বন্দবস্তৰ বৰ্দ্ধিত ৰূপও নাছিল। ঔপনিবেশবাদে সৃষ্টি কৰা ই এক নতুন গাঁথনি আছিল। বিচাৰপতি ৰাণাডে, জওহৰলাল নেহৰু আৰু আৰ পালাম দত্তৰ নিচিনা লিখকসকলে এই ব্যৱস্থাক অৰ্দ্ধসামন্তবাদী আৰু অৰ্দ্ধ-ঔপনিবেশবাদী বুলি বৰ্ণনা কৰিছে।

এই সকলোৰে ফলস্বৰূপে আটাইতকৈ দুৰ্ভাগ্যজনক কথা এয়ে হৈছিল যে উৎপন বঢ়াবলৈ কৃষি পদ্ধতিক উন্নত কৰা নাইবা আধুনিক পদ্ধতিলৈ ৰূপান্তৰিত কৰাৰ বাবে তিলমানো প্ৰচেষ্টা চলোৱা হোৱা নাছিল।

খেতিবাতিৰ পদ্ধতিৰ কোনো সালসলনি নহ'ল। উন্নত ধৰণৰ সা-সজুলি, ভাল সঁচ আৰু বিভিন্ন ধৰণৰ প্ৰাকৃতিক আৰু কৃত্ৰিম সাৰ আদি ব্যৱহাৰ কৰা পদ্ধতি মুঠেই প্ৰবৰ্তন কৰা নহল। কৃষিৰ ক্ষেত্ৰত উন্নয়ন সাধিবলৈ দৰিদ্ৰ হোজা খেতিয়কৰ সমল নাছিল, মাটিৰ গৰাকী সকলৰ এই বিষয়ে কোনো উৎসাহ নাছিল আৰু ঔপনিবেশিক চৰকাৰৰ আচৰণ পূৰা দস্তুৰ জমিদাৰৰ দৰে আছিল। এই চৰকাৰৰ আগ্ৰহ আছিল মাথোন উচ্চ হাৰত খাজনা আদায় কৰা, আৰু সেয়ে ভাৰতৰ কৃষিৰ প্ৰসাৰ, উন্নয়ন আৰু আধুনিকীকৰণৰ বাবে কোনো ব্যৱস্থা লোৱা নহ'ল।

ইয়াৰ ফলত কৃষিজাত উৎপাদন বহুদিন গতিৰহিত হৈ থাকিল। খেতিৰ উৎপাদনৰ পৰিসংখ্যা কুৰি শতিকাৰ কালচোৱাৰহে পোৱা যায়। ইয়াৰ ছবিখন সঁচাকৈয়ে বৰ নৈৰাশ্যজনক। ১৯০১ আৰু

১৯৩৯ চনৰ ভিতৰত মুঠ কৃষিজাত উৎপাদন গাইপতি শতকৰা ১৪ ভাগ কমি গ'ল কিন্তু খাদ্য বস্তুৰ উৎপাদন হ'লে জনমূৰি শতকৰা ২৪ ভাগকৈ হ্ৰাস পালে। এই হ্ৰাস বেছিভাগেই হৈছিল ১৯১৮ চনৰ পিচত।

## বেপাৰ আৰু উদ্যোগৰ ক্ষেত্ৰত প্ৰস্তাৱ

কৃষিৰ দৰে ভাৰতৰ বৃটিছ চৰকাৰে বৃটিছ সকলৰ স্বাৰ্থকে পূৰাবলৈ বাণিজ্য আৰু উদ্যোগবো নিযন্ত্ৰণ কৰিলে। ঔপনিবেশবাদৰ সংঘাতত ভাৰততো নিসন্দেহে বাণিজ্য বিপ্লব ঘটিছিল, যাৰ ফলত ভাৰতীয় বাণিজ্য বিশ্বৰ বজাৰৰ লগত সংযোজিত হৈছিল, কিন্তু ভাৰতক বহতীযাৰ স্থানত থাকিবলৈ বাধ্য কৰা হৈছিল। বিদেশী বেপাৰৰ লেনদেন বিশেষকৈ ১৮৫৮ চনৰ পিচত ১৮৩৪ চনৰ ১৫ কোটি টকাৰ পৰা ১৮৫৮ চনত ৬০ কোটি টকালৈ বৃদ্ধি পালে আৰু ১৮৯৯ চনত ২১৩ কোটি টকা হ'লগৈ। ১৯২৪ চনত ই ৭৫৮ কোটি টকালৈ বৃদ্ধি পাই একেবাৰে শীৰ্ষস্থানত উঠিল।

পিচে বিদেশী বেপাৰৰ এই বৃদ্ধিযে ভাৰতীয অৰ্থনীতিৰ কোনো স্পষ্ট বৈশিষ্ট্য সুসূচালে নাইবা ভাৰতীয বাইজৰ কল্যাণমূলক কামৰ কাৰণেও ইযাৰ পৰা কোনো বৰঙনি নোলাল। কাৰণ বৃটিছসকলে বিদেশী বেপাৰক ভাৰতীয় অৰ্থনৈতিক ঔপনিবেশিক আৰু বিশ্বৰ পুঁজিবাদৰ ওপৰত নিৰ্ভৰশীল কৰি তোলাৰ প্ৰধান হাতিয়াৰ হিচাপে ব্যবহাৰ কৰিছিল। ভাৰতত বিদেশী বেপাৰৰ বৃদ্ধি স্বাভাবিক নাইবা সাধাৰণতে যেনে হ'ব লাগে তেনে হোৱা নাছিল। সাম্ৰাজ্য-বাদৰ স্বাৰ্থ পূৰাবলৈ ইয়াক কৃত্ৰিমভাবে বঢোৱা হৈছিল। বিদেশী বেপাৰৰ গঠন আৰু বৈশিষ্ট্য সুসম নাছিল। এহাতে ভাৰতবৰ্ষক বৃটেইনত প্ৰস্তুত কৰা বয়বস্তুৰে ভৰাই পেলোৱা হৈছিল আৰু আনহাতে বৃটেইন আৰু আইন দেশৰ কাৰণে প্ৰয়োজন হোৱা কেঁচামাল উৎপন্ন কৰি ৰপ্তানী কৰাবলৈ বাধ্য কৰোৱা হৈছিল।

শেহত আৰু এটা মন কৰিবলগীয়া কথা যে এনে ধৰণৰ বিদেশী বেপাৰৰ পৰিস্থিতিয়ে দেশৰ ভিতৰত অৰ্জিত ধনৰ বিতৰণ ব্যৱস্থাক বেয়াকৈ প্ৰভাবিত কৰিলে। বৃটিছ নীতিয়ে মাথোন দেশৰ খেতিয়ক আৰু শিল্পীসকলৰ হাতৰ পৰা ধন সম্পদ গৈ সদাগৰ ঋণদাৰ আৰু বিদেশী পুঁজিপতিসকলৰ হাতত পৰাত সহায় কৰিলে।

এই কালচোৱাত ভাৰতীয় বিদেশী বেপাৰৰ এক বৈশিষ্ট্য হ'ল সকলো সময়তে আমদানিতকৈ ৰপ্তানীৰ পৰিমাণ বৃদ্ধি হোৱা। পিচে ইয়াৰ ফলত ভাৰতবৰ্ষৰ কিবা সুবিধা হৈছিল বুলি ভাবিলে আমি ভুল কৰা হব। এই ৰপ্তানীবোৰে বিদেশী ৰাষ্ট্ৰসমূহৰ ওপৰত ভাৰতৰ ভবিষ্যত দাবী সূচোৱা নাছিল—ভাৰতৰ ধন সম্পদ শুহিহে পেলাইছিল। আমি আৰু এটা কথা মনত ৰাখিব লাগিব যে বিদেশী বেপাৰ সৰহভাগেই বিদেশীসকলৰ হাতত আছিল আৰু বয়বস্তুবোৰৰ প্ৰায় আটাইখিনি বিদেশী জাহাজেৰে কঢ়িওৱা হৈছিল।

বৃটিছ শাসনৰ আৰু এটা শোকাবহ পৰিণতি হৈছিল ক্ৰমান্বয়ে নগৰ আৰু গাওঁ অঞ্চলৰ হস্তশিল্প উদ্যোগ সমূহৰ অৱনতি আৰু ধ্বংস প্ৰাপ্তি। ভাৰতৰ ঘৰুৱা উদ্যোগে অকল এচিয়া আৰু ইউৰোপৰ বজাৰকে হেৰুৱালে এনে নহয় ভাৰতৰ ভিতৰুৱা বজাৰো মেচিনত প্ৰস্তুত সস্তীয়া বয়বস্তুৰে উৱৈদনী হৈ পৰিছিল। ইয়াৰ ফলত দেশৰ নিজস্ব হস্তশিল্পৰ অবনতি ঘটিছিল।

দেশৰ নিজস্ব হস্তশিল্প ধ্বংসপ্ৰাপ্ত হোৱাত আৰু বিনিয়োগৰ বাবে অইন ধৰণৰ কোনো সংস্থান নথকাত লাখ লাখ বাটৈ আৰু খনিকৰে খেতিত ধৰিছিলগৈ। এইদৰে খেতিৰ মাটিত জনসংখ্যাৰ হেঁচা বাঢ়ি গৈছিল।

## আধুনিক উদ্যোগৰ বিকাশ

বৃটিছ শাসনে আধুনিক পুঁজিবাদী উদ্যোগ গঢ়ি উঠিব পৰা এটা বাতাৱৰণৰ সৃষ্টি কৰিলে। সমগ্ৰ দেশজুৰি যাতায়াত সুচল হোৱাত

এখন বিৰাট সৰ্বভাৰতীয় বজাৰৰ সূত্ৰপাত হ'ল। ভাৰতত বহুদিন ধৰি গ্ৰাম্য উদ্যোগ আৰু কৃষিৰ মাজত আদান প্ৰদান চলি আহিছিল। কিন্তু এতিয়া হস্তশিল্পকে ধৰি ঘৰুৱা গ্ৰাম্য উৎপাদনৰ পদ্ধতি ধ্বংস নাইবা বিধ্বস্ত হৈ পৰাত এই আদান প্ৰদান নাইকীযা হৈ পৰিল। লাখ লাখ বাটে আৰু খনিকৰ নিবনুৱা হ'ল। সিফালে নতুন খাজনা তোলা ব্যৱস্থাই লাখ লাখ খেতিযকক মাটিহীন কৰি পেলালে। এই দুযোটা কথাৰ ফলত এটা কৰ্মহীন শ্ৰমিক দলৰ সৃষ্টি হ'ল। এই শ্ৰমিকসকলে জীৱন ধাৰণ কৰিবলৈ দিন মজুৰীৰ কাৰণে খাটিবলৈ লোৱাৰ বাহিৰে অইন কোনো উপায নেথাকিল। এইদৰে আধুনিক পুঁজিবাদী উদ্যোগৰ অভ্যুদযৰ কাৰণে লাগতিযাল—এখন সৰ্ব ভাৰতীয় বজাৰ আৰু যথেষ্ট সংখ্যক সস্তীযা বনুৱাৰ—এই দুযোটা প্ৰযোজনেই সিদ্ধ হ'ল। ইয়াৰ পিচত উনৈছ শতিকাৰ দ্বিতীয়াৰ্দ্ধৰ ফালে আধুনিক উদ্যোগ স্থাপিত হ'ল।

কুৰি শতিকাৰ আৰম্ভনীলৈকে ভাৰতৰ ঔদ্যোগিক উন্নযন প্ৰধানকৈ কপাহী আৰু মৰাপাটৰ কাপোৰ, কযলাখনি আৰু চাহ খেতি—এই চাৰিটা উদ্যোগতেই সীমিত আছিল। কপাহ নেওঠা, চাউল, আটা আৰু কাঠকটা কল, চামৰা তৈযাৰী, উনসূতা, কাগজৰ কল, চেনি-কল আৰু নিমখ, বালিচন্দা, যখাৰ পেট্ৰোলিয়াম আৰু লোৰ খনি আদি। কেইটামান সৰু সৰু উদ্যোগৰো উন্নতি কৰা হৈছিল। কেইটামান ইঞ্জিনিয়াৰিং আৰু ৰেলৰ কাৰখানা, লো আৰু তাম ঢলা কাৰখানাও ইতিমধ্যে স্থাপিত হৈছিল।

পিছে এইবোৰৰ পৰা এক ঔদ্যোগিক বিপ্লৱৰ ভেটি সজা হৈছিল বুলি ভাবিলে ভুল হব। প্ৰথম কথা হ'ল—যিবিলাক আধুনিক উদ্যোগ গঢ়ি তোলা হৈছিল তাৰ প্ৰায় ভাগেই বিদেশী পুঁজিপতি সকলৰ নিয়ন্ত্ৰণাধীন আছিল। দ্বিতীযতে, ঔদ্যোগিক উন্নয়নৰ গতি অতি লেহেম আছিল। দেশৰ বিশাল আয়তন আৰু জন সংখ্যাৰ অনুপাতে উদ্যোগীকৰণৰ এই প্ৰচেষ্টা ইমান সামান্য আছিল যে 'উদ্যোগীকৰণ' শব্দটো অপব্যৱহাৰ যেনহে লাগে। আনকি

১৯১৩ চনলৈকে কাৰখানা আইনৰ অন্তৰ্গত বনুৱাৰ সংখ্যা ১০ লাখবো কমহে আছিল।

ভাৰতীয় পুঁজিপতি সকলক প্ৰথম মহাযুদ্ধ আৰু ১৯৩০ চনৰ "মন্দা"ই ( বিশ্বৰ লেনদেন নিম্নমুখী হোবাত ) উদ্যোগীকৰণৰ ফালে অলপ অচৰপ আগবাঢ়িবলৈ সুযোগ দিলে। বিদেশী বস্তুৰ আমদানীৰ লগত প্ৰতিযোগিতা নোহোৱা হ'ল আৰু চৰকাৰে ভাৰতীয় উদ্যোগপতি, সদাগৰ আৰু ঠিকাদাৰ সকলক যযবস্তু প্ৰস্তুতিৰ 'ফৰমাইচ' দিবলৈ বাধ্য হ'ল। পিচে যদিও এই কালচোবাত ভাৰতীয় পুঁজিপতি সকলে অতিশয লাভ কৰিলে, যুদ্ধ শেষ হোবাত আৰু বিদেশী প্ৰতিযোগিতা পুনৰ আৰম্ভ হোবাৰ লগে লগে উদ্যোগসমূহ আকৌ গতিহীন হৈ পৰিল।

এইদৰে দেখা যায যে ১৯৪৭ চনলৈকে ভাৰতৰ ঔদ্যোগিক উন্নয়ন বৰ লেহেম আৰু অনগ্ৰসৰ আছিল। ই কোনোপধ্যেই ঔদ্যোগিক বিপ্লব সূচোবা নাছিল। আনকি, এনে বিপ্লৱৰ পাতনিবো কোনো আগন্তুক নাছিল। মন কৰিলগীযা কথা হ'ল, এই সীমিত উন্নয়নো স্বাধীনভাৱে হোবা নাছিল, বিদেশী মূলধনৰ নিয়ন্ত্ৰণতহে হৈছিল। দ্বিতীযতে উদ্যোগৰ গাঁথনি এনে আছিল যে ইয়াক অধিক উন্নতিৰ বাটে নিবলৈ হলে বৃটেইনৰ ওপৰত৲ নিৰ্ভৰশীল হব লাগিছিল। উৎপন্ন বস্তু বঢ়াব পৰা গধুৰ যন্ত্ৰ-পাতি আৰু ৰাসায়নিক উদ্যোগ প্ৰায় নাছিল বুলিবই পাৰি। ফলত ক্ষিপ্ৰতাৰে স্বাধীনভাবে ঔদ্যোগিক বিকাশ প্ৰায অসম্ভৱ আছিল। মেচিন, যন্ত্ৰ-পাতি আৰু ধাতু নিৰ্মাণ কৰা উদ্যোগ প্ৰায় নাছিলেই। তাৰোপৰি কাৰিগৰী জ্ঞানৰ ক্ষেত্ৰত ভাৰতবৰ্ষ সম্পূৰ্ণৰূপে সাম্ৰাজ্যবাদী জগতৰ ওপৰত নিৰ্ভৰশীল আছিল। দেশত কোনো ধৰণৰ কাৰিগৰী গৱেষণা চলোৱা হোৱা নাছিল।

চমু কথাত ভাৰতবৰ্ষই ঔদ্যোগিক পৰিৱৰ্তন নহৈ এক বাণিজ্য বিষয়ক পৰিৱৰ্তনৰ অভিজ্ঞতাহে লাভ কৰিলে, ইয়াৰ লক্ষ্য এক স্বাধীন ঔদ্যোগিক পুঁজিবাদী অৰ্থনীতি নহৈ পৰাধীন আৰু অনুন্নত

ঔপনিবেশিক অৰ্থনীতিহে আছিল। বৃটিছ শাসনৰ অধীনত ভাৰতৰ ঔদ্যোগিক বিকাশৰ ক্ষেত্ৰত আৰু এক নেতিবাচক দিশ আছিল উদ্যোগবোৰ স্থাপন কৰা স্থান সম্পৰ্কে কোনো নিয়ম নীতি নাছিল। দেশৰ কেইটিমান অঞ্চল আৰু কেইখনমান নগৰতে এটাইবোৰ উদ্যোগ থূপ খাইছিল। জলসিঞ্চন আৰু বিজুলী শক্তিৰ সা সুবিধাও বৰ অসমান ভাবে ভগোবা হৈছিল। ইযাৰ ফলত উপাৰ্জন ব্যৱস্থা, অৰ্থনৈতিক বিকাশ আৰু সামাজিক শ্ৰেণী বিভাগৰ ক্ষেত্ৰত গভীৰ আঞ্চলিক বৈষম্যৰ উৎপত্তি হৈছিল।

ভাৰতত বৃটিছ শাসনৰ এক লেখত লবলগীযা পৰিণতি হৈছিল জনসাধাৰণৰ মাজৰ উৎকট্ দৰিদ্ৰতা। সৰহভাগ মানুহেই স্বাভাবিক অবস্থাত পেটে ভাতে খাই থকা নিম্নতম মানদণ্ডতকৈ তলত জীবন-ধাৰণ কৰিছিল আৰু দেশত বানপানী বা অনাবৃষ্টি হ'লে লাখে লাখে মানুহ মৰিছিল। জনমূৰি আয অতিশয কম আছিল। নিবনুবাৰ সংখ্যা দ্ৰুতগতিত বৃদ্ধি পাইছিল। ১৮৮০ চনত দাদাভাই নৌৰজীযে দেখুবাইছিল যে ভাৰতীয এজনৰ গাইপতি আযতকৈ জেলত ৰখা অপৰাধী এজনক খুওবা আৰু পিন্ধোবাত শতকৰা প্ৰায পঞ্চাছভাগ বেছি খৰচ কৰা হৈছিল। এই দৰিদ্ৰতাৰ ফলত বেছিভাগ লোকৰে স্বাস্থ্য বেযা আছিল। শিশুৰ মৃত্যুৰ হাৰ বৰ বেছি আছিল। উনৈছ শতিকাৰ পিচৰ পঞ্চাছ বছৰৰ কালচোৱাত এটাৰ পিছত এটাকৈ ঘটা আকাল ( দুৰ্ভিক্ষ ) বোৰতে ৰাইজৰ দৰিদ্ৰতা মূৰ্ত হৈ উঠিছিল। ১৮৬০ চনৰ পৰা ১৯০৮ চনৰ ভিতৰত কুৰিটা বছৰ দুৰ্ভিক্ষৰ যুগ আছিল। এটা আনুমানিক হিচাপ অনুসৰি ১৮৫৪ চনৰ পৰা ১৯০১ চনলৈ প্ৰায ২ কোটি ৯০ লাখ লোক দুৰ্ভিক্ষৰ গৰাহত মৰিছিল। এই দুৰ্ভিক্ষ সমূহে ঔপনিবেশিক ভাৰতত যে দৰিদ্ৰতা আৰু অনাহাৰে দকৈ শিপাইছিল সেই কথা ফটফটীযাকৈ দেখুবাই।

দৰিদ্ৰতাৰ বাবে ভাৰতৰ ভৌগলিক অবস্থা দাযী নাছিল। প্ৰাকৃতিক সম্পদৰ অভাৱ অথবা অধিবাসীসকলৰ চৰিত্ৰ বা সামৰ্থ্যৰ কিবা চিৰকলীয়া দোষৰ ফলত যে এই দৰিদ্ৰতা আছিছিল তেনেও

নহয়। আকৌ ই মোগল সকলৰ সময়ৰ বা বৃটিছ অহাৰ আগৰ কালৰ পৰা চলি অহা কথাও নহয়। ভাৰতৰ এই দৰিদ্ৰতা আছিল যোৱা দুই শতিকাৰ বুৰঞ্জীৰ পৰিণতি। তাৰ আগতে ভাৰতবৰ্ষ পশ্চিম ইউৰোপৰ দেশবোৰতকৈ বেচি অনুন্নত নাছিল। সেই সময়ত পৃথিবীৰ বিভিন্ন দেশবোৰৰ মাজত জীৱন নিৰ্বাহৰ মানদণ্ডবো ইমান বেছি তাৰতম্য নাছিল। ঠিক যি সময়ত পশ্চিমৰ দেশবোৰে উন্নতি কৰি সম্পদশালী হৈছিল, সেই সময়তে ভাৰতবৰ্ষ আধুনিক ঔপ-নিবেশিকতাৰ কৱলত পৰি ইয়াৰ বিকাশ ৰোধ হৈছিল। আজি কালিৰ এটাইবোৰ উন্নত দেশেই, ভাৰতবৰ্ষ বৃটিছ শাসনৰ তলত থকা কালচোৱাৰ ভিতৰতে প্ৰায় সম্পূৰ্ণভাবে বিকাশশীল হৈ উঠিছিল। বহুতো দেশে ১৮৫০ চনৰ পিচতহে এনে উন্নতি কৰিছিল। ১৭৫০ চনলৈকে পৃথিবীৰ বিভিন্ন অঞ্চলৰ মাজত জীবন ধাৰণৰ মানদণ্ডৰ বৰ বেছি তাৰতম্য নাছিল। মন কৰিবলগীয়া যে বৃটেইনত ঔদ্যোগিক বিপ্লৱৰ আৰম্ভনী আৰু বঙ্গদেশ বৃটিছৰ দখললৈ যোৱাৰ সময় একে।

প্ৰকৃত কথা হ'ল বৃটেইনত ঔদ্যোগিক বিকাশৰ লগে লগে সমাজ আৰু কৃষ্টিৰ উন্নয়ন সাধন কৰা একেবোৰ কাৰ্য্যকলাপ ভাৰতত অৰ্থ-নৈতিক অনুন্নতি, সমাজিক আৰু কৃষ্টিমূলক অৱনতিৰ সৃষ্টি কৰি সেই অবস্থা স্থায়ী কৰি পেলালে। ইয়াৰ কাৰণ দেখদখকৈ ওলাই আছে। বৃটেইনে ভাৰতীয় অৰ্থনীতিক নিজৰ অৰ্থনীতিৰ বহতীয়া হিচাপে ৰাখিছিল আৰু নিজৰ প্ৰয়োজন অনুসৰি ভাৰতৰ সামাজিক ধাৰাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল। ফলত ভাৰতবৰ্ষৰ কৃষি আৰু উদ্যোগ গতিহীন হৈ পৰিছিল। মুঠকথা জমিদাৰ, মাটিৰ-মালিক, ৰজা-মহাৰাজা, ঋণদাৰ, সদাগৰ, পুঁজিপতি, বিদেশী চৰকাৰ আৰু ইয়াৰ কৰ্মচাৰী সকলে খেতিয়ক আৰু শ্ৰমিকসকলক শোষণ কৰিছিল। ফলত দৰিদ্ৰতা, ৰোগ আৰু অৰ্দ্ধাহাৰ বৃদ্ধি পাইছিল।

## কৃষ্টি আৰু সামাজিক ক্ষেত্ৰত প্ৰভাৱ

বৃটিছ শাসনৰ লগতে পশ্চিমৰ সৈতে ভাৰতৰ এটা যোগ-সূত্ৰ স্থাপিত হৈছিল। পশ্চিম ইউৰোপত পোনতে গঢ় লোৱা আধুনিক ভাবধাৰা আহি ভাৰততো সোমাইছিলহি। বৃটিছসকল ভাৰতলৈ কেতিয়াও নাহিলেও আমাৰ দেশখন ওঠৰ আৰু উনৈছ শতিকাৰ কালচোবাত পশ্চিমৰ ফালে ঘটা সকলো পৰিবৰ্তনৰ পৰা দূৰ হৈ নেথাকিলহেঁতেন। পৰিবৰ্তনৰ বতাহে নিশ্চয় আমাৰ উপকূল অঞ্চল চুই গ'লহেঁতেন, কাৰণ ভাৰতবৰ্ষই কোনো কালে চাৰিবেৰৰ মাজত নিজক বন্ধ কৰি ৰখা নীতি অনুসৰণ কৰা নাছিল। শ শ বছৰ ধৰি বাণিজ্য আৰু ভ্ৰমণৰ মাজেৰে ভাৰতে অকল এচিয়াৰ দেশবোৰৰ লগতেই নহয়, ইউৰোপৰ দেশবোৰৰ লগতো আদান-প্ৰদানৰ সম্বন্ধ স্থাপন কৰিছিল। এইবোৰ উৎসৰ জৰিয়তে ১৮ শতিকাত ইউৰোপ আৰু অইন ঠাইত সংঘটিত ঘটনা আৰু পশ্চিমীয়া দেশবোৰত নতুন ভাৱধাৰাৰ বা-বাতৰি আহি আগতেও ভাৰতবৰ্ষ পাইছিলহি। অবশ্যে এনেদৰে হয়তো পশ্চিমৰ ভাবধাৰা ভাৰত আহি পাওঁতে যথেষ্ট সময় লাগিলহেঁতেন। বৃটিছ শাসনে যে এই ভাবধাৰাৰ আগমন চমু চপালে এনে নহয়। বিদেশী দমন নীতিৰ স্বৰূপেই এই প্ৰভাৱবোৰ খৰতকীয়া কৰিলে আৰু এই ভাবধাৰাই ক্ষিপ্ৰতা আৰু যুক্তিযুক্ততাৰে বলীয়ান হৈ এক স্থানীয় বিশেষত্ব লাভ কৰিলে।

গণতন্ত্ৰ, ৰাইজৰ সাৰ্বভৌমত্ব, যুক্তিবাদ আৰু মানবতাবোধ আদি ভাবধাৰাৰ দ্বাৰা প্ৰভাবিত হৈ ভাৰতীয় বৌদ্ধিক জীবনত এক বৈপ্লবিক পৰিৱৰ্তনৰ সূচনা হ'ল। এই নতুন ভাবধাৰাই ভাৰতবাসী-সকলক অকল নিজৰ সমাজখনকে যে সমালোচনাৰ দৃষ্টিভঙ্গিত চাবলৈ শিকালে এনে নহয় ভাৰতত বৃটিছ সাম্ৰাজ্যবাদৰ প্ৰকৃত স্বৰূপটোকো বুজিবলৈ সহায়তা কৰিলে।

ৰাজনৈতিক দল, বাতৰিকাকত, পুস্তিকা আৰু ৰাজহুৱা সভা আদি নানান মাধ্যমেৰে আধুনিক ভাৱধাৰাৰ বিস্তাৰ হ'ল।

১৮১৩ চনৰ পিচৰ পৰা চৰকাৰ আৰু যাজকসকলৰ (মিছনেৰী) আৰু ব্যক্তিগত ভাৰতীয় প্ৰচেষ্টাত আধুনিক শিক্ষাৰ বিস্তাৰেও এক উল্লেখযোগ্য ভূমিকা গ্ৰহণ কৰিছিল। এই ভূমিকা অৱশ্যে জটিল আৰু পৰস্পৰ বিৰোধী আছিল কাৰণ, কবলৈ গলে আধুনিক শিক্ষাৰ বিস্তাৰ সেই সময়ত বৰ সীমিত আছিল। প্ৰায় এশ বছৰেও এই শিক্ষাই প্ৰাচীন শিক্ষা পদ্ধতিৰ ধ্বংসৰ ক্ষতিপূৰণ কৰিব নোবাৰিলে। বিদেশী চৰকাৰে যেনেদৰে পাঠশালা (প্ৰাথমিক) আৰু স্কুলীয়া শিক্ষাক অবহেলা কৰিছিল, তেনেদৰে প্ৰথম অৱস্থাত অৰ্থাৎ ১৮৫৮ চনৰ পিচতে উচ্চ শিক্ষাৰ প্ৰতিও বিৰোধ আচৰণ কৰিছিল। অনেক শিক্ষিত ভাৰতীয়ই যেতিয়া তেওঁলোকে সন্থহতে আহৰণ কৰা আধুনিক জ্ঞান, বৃটিছ শাসনৰ সাম্ৰাজ্যবাদী আৰু শোষণৰ ৰূপ বিশ্লেষণ আৰু তাৰ সমালোচনা কৰাত ব্যৱহাৰ কৰিবলৈ ললে, তেতিয়া বৃটিছ প্ৰশাসকসকলে ক্ৰমাগত উচ্চ শিক্ষা কমাই পেলাবলৈ চৰকাৰক হেঁচা দিলে। চৰকাৰে অৱশ্যে উচ্চ শিক্ষাৰ বিস্তাৰ বন্ধ কৰা প্ৰচেষ্টাত সফল নহ'ল, কাৰণ এবাৰ আৰম্ভ কৰাৰ পিচত ৰাইজৰ দাবীত ইয়াক চলাই যাবলগীয়া হ'ল। কিন্তু শিক্ষাৰ মান ক্ৰমাগত নিম্নমুখী হবলৈ ধৰিলে।

শিক্ষা পদ্ধতিয়ে জাতীয়তাবাদৰ বাহক হিচাপে ক্ৰিয়া কৰিছিল যদিও সেয়া পৰোক্ষ ভাবেহে হৈছিল। শিক্ষাগ্ৰহণ কৰোঁতাসকলৰ কিছুমান পদাৰ্থ আৰু সামাজিক-বিজ্ঞানৰ সাহিত্য আৰু কলাৰ মূল পুস্তক পোৱাৰ সুবিধা হৈছিল আৰু এইদৰে তেওঁলোকৰ সামাজিক বিশ্লেষণৰ সামৰ্থ্য বৃদ্ধি পাইছিল। আন ফালে শিক্ষা পদ্ধতিৰ গাঁথনি, প্ৰণালী, উদ্দেশ্য, পাঠ্যক্ৰম আৰু বিষয়বস্তু, এই এটাইবোৰকে ঔপনিবেশবাদৰ স্বাৰ্থ পূৰাবলৈহে গঢ় দিয়া হৈছিল।

ঔপনিবেশিকমুখী হোৱা কাৰণে তাৰ পৰা উদ্ভৱ হোৱা আৰু কেইবোৰ কথা ভাৰতীয় শিক্ষাৰ ক্ষেত্ৰত মন কৰিবলগীয়া। এটা হ'ল আধুনিক উদ্যোগৰ জন্ম আৰু বিকাশৰ কাৰণে অতি আৱশ্যকীয় আধুনিক কাৰিগৰী বিস্তাৰ প্ৰতি সম্পূৰ্ণ আওহেলা। আনটো হ'ল,

ভাৰতীয় ভাষাসমূহৰ ঠাইত ইংৰাজীক শিক্ষাৰ মাধ্যম হিচাপে জোৰ দিয়া। ইয়াৰ ফলত অকল জনসাধাৰণৰ মাজত শিক্ষা বিস্তাৰ হোৱাত যে বাধা পৰিল এনে নহয়, শিক্ষিত আৰু সাধাৰণ ৰাইজৰ মাজত এক বিৰাট ভাষা আৰু কৃষ্টিগত ব্যৱধান ৰচিত হ'ল। চৰকাৰে শিক্ষাৰ কাৰণে প্ৰয়োজনীয় ধন দিবলৈ মান্তি নোহোৱাত লাহে লাহে শিক্ষাৰ মানদণ্ড অতি তললৈ নামি গ'ল। আকৌ, স্কুল আৰু কলেজত ছাত্ৰসকলে মাচুল দিবলগীয়া হোৱা কাৰণে এই শিক্ষা সমাজৰ মধ্যবিত্ত আৰু ওপৰ শ্ৰেণীৰ লোক, মহানগৰ আৰু নগৰত বাস কৰা লোকসকলৰ একচেতীয়া সম্পত্তিৰ নিচিনা হৈ পৰিল।

নতুন মতবাদবোৰ, নতুন অৰ্থনৈতিক আৰু ৰাজনৈতিক জীবন আৰু বৃটিছ শাসনে ভাৰতীয় ৰাইজৰ সামাজিক জীৱনত এক গভীৰ সাঁচ বহুৱালে, যাৰ উমান পোনতে নগৰ অঞ্চলত পোৱা গ'ল আৰু পিচলৈ গাঁওভূইলৈ বিস্তৃত হ'ল। আধুনিক উদ্যোগ, উন্নত যানবাহন নগৰীকৰণ, কাৰখানা, অফিচ, চিকিৎসালয় আৰু স্কুলত মহিলাৰ নিযুক্তিৰ ফলত সামাজিক পৰিবৰ্তনৰ সূচনা হ'ল। আচুতীয়া সমাজ ব্যৱস্থা আৰু জাতিভেদৰ নিয়মনীতি শিথিল হৈ পৰিল। গাঁও অঞ্চলত পুৰণি মাটি খোৱা নিয়ম নীতি সম্পূৰ্ণভাৱে বিধ্বস্ত হৈ পৰাত জাতিভেদৰ ভাৰসাম্যতা ভাগি পৰিল। বহুতো কুফল বৰ্তি থাকিলেও, পুঁজিবাদৰ প্ৰৱেশৰ ফলত মূলতঃ ধনৰ ওপৰতে সামাজিক মৰ্য্যাদা নিৰ্ভৰ কৰা হ'ল আৰু লাভ-খোৰী, সকলোতকৈ আকৰ্ষণীয় সামাজিক বৃত্তি হৈ পৰিল।

আৰম্ভনীতে ঔপনিবেশিক চৰকাৰৰ নীতিয়ে সামাজিক সংস্কাৰক উদগনি দিছিল। গোটেই দেশতে ঔপনিবেশিক অৰ্থ নৈতিক ব্যৱস্থা বিস্তাৰ কৰিবলৈ আৰু বৃটিছ শাসনক একত্ৰিত কৰিবলৈ ভাৰতীয় সমাজক আধুনিক কৰিবলৈ প্ৰচেষ্টা চলোৱা হৈছিল। এই বিষয়ত ভাৰতৰ জাতিভেদ প্ৰথাত নিহিত ঘোৰ অন্যায় আৰু নাৰী সমাজৰ নীচ স্থান দেখি প্ৰভাৱিত হোৱা কেইগৰাকীমান বিষয়াৰ মানবীয় প্ৰবৃত্তিয়েও কিছুপৰিমানে ভূমিকা লৈছিল। এই সময়ত খৃষ্টীয় যাজক

( মিছনেৰী ) সকলেও ভাৰতীয় সমাজৰ সংস্কাৰ সাধনৰ কাৰণে বৰগুনি যোগাইছিল। কিন্তু অতি শীঘ্ৰে ঔপনিবেশবাদৰ মূল ৰক্ষণশীল মনোবৃত্তি আৰু স্বাৰ্থপৰতাই গা কৰি উঠিল। সামাজিক সংস্কাৰৰ ক্ষেত্ৰত ঔপনিবেশিক নীতিৰ পৰিবৰ্তন কৰা হ'ল। বৃটিছ-সকলে সেয়ে সংস্কাৰক সকলক সমৰ্থন কৰিবলৈ এৰি পেলালে আৰু ক্ৰমান্বয়ে সমাজৰ গোড়া ৰক্ষণশীল সকলৰ লগ ললে।

বৃটিছসকলে অনুসৰণ কৰা সামাজিক নীতি কিন্তু নিষ্ক্ৰিয় হৈ নেথাকিল। উঠি অহা জাতীয়তাবাদৰ প্ৰত্যাহ্বানৰ সন্মুখীন হবলৈ শাসকগোষ্ঠীয়ে ৰাইজৰ মাজত "বিভেদ জগাই শাসন কৰা নীতি" অনুসৰণ কৰি, সক্ৰিয়ভাবে, সাম্প্ৰদায়িকতা আৰু জাতি ভেদৰ মনোবৃত্তিক উৎসাহিত কৰিছিল। ইয়াৰ ফলত সমাজৰ প্ৰতিক্ৰিয়াশীল শক্তিসমূহ বলীয়ান হৈ পৰিছিল।

নতুন বৌদ্ধিক আৰু ৰাজনৈতিক চেতনাৰ ফলতো ৰাইজৰ মাজত সামাজিক পৰিৱৰ্তনৰ বাবে আন্দোলনৰ সৃষ্টি হৈছিল। কিন্তু নিম্নশ্ৰেণীৰ জাতিবোৰে আৰু নাৰী সমাজে যেতিয়া নিজৰ নিষ্পেষিত অবস্থা উপলব্ধি কৰি সমাজ ব্যৱস্থাক নকৈ গঢ় দিয়াৰ বাবে আন্দোলন আৰম্ভ কৰিলে তেতিয়াহে সামাজিক পৰিৱৰ্তনৰ হেতু প্ৰৱল শক্তি জাগৰিত হ'ল। জোতিবা ফুলেৰ নিচিনা লোকৰ নেতৃত্বত উনৈছ শতিকাৰ শেষৰ ফালৰ পৰা অনুন্নত জাতিবোৰে প্ৰবল আন্দোলন গঢ়ি তুলিলে। সেইদৰে কেৰেলা আৰু দক্ষিণ ভাৰতৰ অইন অঞ্চলত নিম্নবৰ্ণৰ জাতিবোৰে ১৯২০ আৰু ১৯৩০ চনৰ দশকত উচ্চবৰ্ণৰ লোক সকলৰ সামাজিক আৰু অৰ্থনৈতিক নিষ্পেষণৰ বিৰুদ্ধে সঙ্ঘবদ্ধ হ'ল। নাৰীসমাজে আৰু জনজাতীয় ৰাইজেও নিজৰ অধিকাৰ ৰক্ষা কৰিবলৈ উঠিপৰি লাগিল। সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সকলোকে একগোট কৰিবলৈ জাতীয়তাবাদী আন্দোলনে জাতি ধৰ্ম অথবা লিঙ্গৰ ভেটিত গঢ়লোৱা সকলো বিভেদ আৰু বৈষম্য পৰিহাৰ কৰিবলৈ সংকল্প গ্ৰহণ কৰিলে। তাৰোপৰি শোভাযাত্ৰা, জনসভা, জন-আন্দোলন, ট্ৰেড ইউনিয়ন ( শ্ৰমিকসকলৰ সন্থা )

আৰু কিষাণ সভাবোৰত সকলোয়ে একেলগে অংশ গ্ৰহণ কৰাৰ ফলত জাতিভেদৰ আৰু জাত-উচ্চতাৰ ভাব দুৰ্বল হৈ পৰে।

ভাৰতীয় সংস্কৃতিৰ আধুনিকীকৰণৰ আৰু এটা গুৰুত্বপূৰ্ণ দিশ আছিল। এফালে ভাৰতীয় সমাজৰ নৈষ্ঠিক আৰু প্ৰতিক্ৰিয়াশীল দলে তেওঁলোকৰ উচ্চস্থান হেৰুওবাৰ ভয়ত আধুনিক সংস্কৃতি প্ৰচলনৰ বিৰোধিতা কৰিছিল। আনফালে মধ্যবিত্ত আৰু উচ্চ শ্ৰেণীৰ ভাৰতীয সকলৰ এটা দলে ইযাৰ সম্পূৰ্ণ বিপৰীত মনোবৃত্তি পোষণ কৰিছিল। এওলোকে পশ্চিমীয়া জীবন আৰু সংস্কৃতিৰ মানবীয আৰু বৈজ্ঞানিক দৃষ্টিভঙ্গিৰ ভালখিনি সাবধানে সংগ্ৰহ কৰি নিজ সংস্কৃতিৰ লগত মিলাই লোবাৰ পৰিবৰ্তে অন্ধভাবে পশ্চিমীযা জীবনক অনুকৰণ কৰিছিল। এওঁলোকে ইউৰোপীয় আচাৰ ব্যবহাৰক হুবহু নকল কৰিছিল। আধুনিকতা যে এটা পথ, মনোবৃত্তি বা মূল্যাঙ্কণৰহে প্ৰশ্ন, কথা কোবাৰ ধৰণ সাজপাৰ নাইবা খোবালোৱাৰ অভ্যাস নহয, সেই কথা উপলব্ধি কৰিব নোবাৰিছিল। আধুনিক মতবাদ আৰু সংস্কৃতিক যে কিমান ভালদৰে ভাৰতীয় সংস্কৃতিৰ লগত থাপ খুৱাই লব পাৰি সেই কথা তেওঁলোকৰ বোধগম্য হোবা নাছিল।

এই পৰিস্থিতিৰ মূল কাৰণ বিচাৰিবলৈ হলে আমি আকৌ এবাৰ ঔপনিবেশিক নীতিবোৰ ফঁহিয়াই চাব লাগিব। ভাৰতবাসী সকলক তেওঁলোকৰ বয়বস্তুৰ ভাল গ্ৰাহক আৰু প্ৰভু-ভক্ত প্ৰজা কৰি তুলিবলৈ, বৃটিছসকলে ভাৰত উপনিবেশৰ ওপৰত বৃটেইনৰ মহানগৰ মুখী সংস্কৃতি জাপি দিবলৈ সকলো ধৰণৰ প্ৰচেষ্টা চলাইছিল।

ভাৰতৰ ওপৰত ৰাজনৈতিক আৰু অৰ্থনৈতিক কৰ্তৃত্ব ন্যায্য বুলি প্ৰমাণ কৰিবলৈ বৃটিছ লিখক আৰু ৰাজনীতিবিদ সকলেও ভাৰতীয় সংস্কৃতি আৰু সমাজক সমালোচনা কৰিবলৈ লৈছিল। তেওঁলোকে ঘোষণা কৰিছিল যে সমাজ আৰু সংস্কৃতিত নিহিত দোষৰ কাৰণে ভাৰতবাসীক বিদেশী প্ৰভুসকলে চিৰকাললৈ শাসন কৰি থাকিব লাগিব। এইবোৰ কথাই ভাৰতত এক প্ৰৱল প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। বহুতো ভাৰতবাসীয়ে সুদূৰ অতীতৰ গৌৰৱৰ যশ গাই

স্বায়ত্তশাসনৰ কাৰণে তেওঁলোকৰ 'যোগ্যতা' প্ৰমাণ কৰাৰ আৱশ্যকতা অনুভব কৰিলে। অইন কিছুমানে পশ্চিমীয়া সংস্কৃতিক অনুকৰণ কৰা সকলক বিদ্ৰূপ কৰি আধুনিক ভাবধাৰা আৰু সংস্কৃতিৰ যি কোনো প্ৰচলনৰে বিৰোধিতা কৰিলে। তেওঁলোকে ভাবিলে যে সাংস্কৃতিক স্বাধীনতা ৰক্ষা কৰাৰ উত্তম উপায় হ'ল আকৌ অন্তৰমুখী দৃষ্টিৰ প্ৰবৰ্তন কৰোৱা। এই ভাবধাৰা পোষণ কৰা—লোকৰ সংখ্যা তাকৰ আছিল যদিও মানুহৰ মাজত বিশেষকৈ নগৰৰ নিম্ন মধ্যবিত্ত শ্ৰেণীৰ ওপৰত, ইয়াৰ কিছু প্ৰভাৱ পৰিছিল।

বৃটিছ শাসনে দেশৰ সমগ্ৰ ভৌগলিক অঞ্চলটোকে এক প্ৰশাসনৰ তললৈ আনিলে। একে ধৰণৰ আইন আৰু চৰকাৰ প্ৰতিষ্ঠা কৰি এই শাসনে দেশখনক একত্ৰিতও কৰিলে। ৰেলপথ আদি যাতায়াতৰ আধুনিক ব্যৱস্থা, টেলিগ্ৰাফ, আধুনিক ডাব পদ্ধতি, ৰাস্তাঘাটৰ উন্নতি আৰু মটৰৰ ব্যৱহাৰে একত্ৰীকৰণৰ ভাব দৃঢ় কৰিলে। গাঁও অঞ্চলৰ আৰু স্থানীয় অৰ্থনৈতিক স্বাৱলম্বন ব্যৱস্থা বিলুপ্তি হোৱাত আৰু আভ্যন্তৰীণ বাণিজ্য বৃদ্ধি পোৱাৰ ফলত গোটেই দেশখনতে একেধৰণৰ ভাৰতীয় অৰ্থনীতি গঢ়লোৱাৰ পৰিবেশৰ সৃষ্টি হ'ল। কেঁচামালৰ উৎস আৰু বজাৰ সমগ্ৰ দেশখনতে হোৱা বাবে আধুনিক উদ্যোগসমূহৰ লক্ষ্য সৰ্বভাৰতীয় হ'ল। শ্ৰমিকসকলকো আন্তঃআঞ্চলিক ভিত্তিত নিযোগ কৰোৱা হ'ল। ক্ৰমান্বয়ে ভাৰতীয় বাইজৰ অৰ্থনৈতিক ভাগ্য পৰস্পৰ নিৰ্ভৰশীল হৈ ভাৰতৰ অৰ্থনৈতিক জীৱন এক হৈ পৰাৰ আগন্তুক হ'ল। গোটেই দেশতে একে ধৰণৰ শিক্ষা আৰু আধুনিক ভাবধাৰা আহৰণৰ ফলত লাহে লাহে এক সৰ্বভাৰতীয় শিক্ষিত সম্প্ৰদায়ৰ জন্ম হ'ল। সমাজৰ প্ৰতি এওঁলোকৰ মনোভাব আৰু দৃষ্টিভঙ্গি একে ধৰণৰ আছিল। সেইদৰে এই কালচোৱাতে জন্ম লাভ কৰা পুঁজিপতি আৰু শ্ৰমিক এই দুটা নতুন শ্ৰেণীৰ ৰূপও সৰ্বভাৰতীয় আছিল। এই দুইটা শ্ৰেণী পৰম্পৰাগতভাবে চলি অহা জাতি, অঞ্চল আৰু ধৰ্মৰ ভেদাভেদৰ ওপৰত আছিল।

এই সকলোবোৰ উপৰি, জাতি বৰ্ণ ধৰ্ম বা অঞ্চল নিৰ্বিশেষে সকলো ভাৰতবাসীকে শোষণ কৰা এক উমৈহতীয়া শত্ৰুৰ অস্তিত্বই সকলো ভাৰতবাসীকে একতাৰ বান্ধত বান্ধি পেলাইছিল। ইয়াৰ ফলস্বৰূপে সাম্ৰাজ্যবাদ বিৰোধী আৰু তাৰ পৰা ওপজা একতাৰ মনোভাবে ৰাইজক একেলগে বান্ধিব পৰা, অনুভূতি আৰু বুজাপৰাৰ বান্ধোন আনি দিলে। দেশত এক সৰ্বসাধাৰণ ৰাষ্ট্ৰীয় দৃষ্টিভঙ্গিৰ অভ্যুদয় হ'ল।

## ভাৰতীয় সামাজিক গোট আৰু শ্ৰেণীসমূহৰ ওপৰত বৃটিছ শাসনৰ প্ৰভাৱ

কালক্ৰমত বৃটিছ শাসনৰ স্বৰূপ স্পষ্টভাবে দেখা গ'ল। বৃটিছ শাসনৰ উদ্দেশ্য আৰু ভাৰতবাসীৰ স্বাৰ্থৰ মাজত সংঘৰ্ষ আৰু পৰস্পৰ বিৰোধী কথাবোৰ সুস্পষ্ট আৰু দেখদেখকৈ ওলাই পৰিল। বেছি-ভাগ ভাৰতবাসীয়ে উপলব্ধি কৰিলে যে বৃটিছে নিজ স্বাৰ্থসিদ্ধিৰ বাবেহে ভাৰতবৰ্ষ শাসন কৰিছে। তেওঁলোকে বৃটিছ জাতিটোৰ আৰু বিশেষকৈ বৃটিছ পুঁজিপতিসকলৰ স্বাৰ্থৰ কাৰণে ভাৰতীয় স্বাৰ্থক বলি দিবলৈ অকণো পিছ হুঁহকা নাই। ঔপনিবেশিকতাই যে ভাৰতৰ অৰ্থনৈতিক, সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক অনগ্ৰসৰতাৰ প্ৰধান কাৰণ, সেই কথাও ভাৰতবাসীয়ে বুজিবলৈ বাকী নাথাকিল। ভাৰতীয় সমাজৰ বিভিন্ন শ্ৰেণী আৰু গোটবোৰে ক্ৰমান্বয়ে আবিষ্কাৰ কৰিলে যে বৃটিছ শাসনে তেওঁলোকৰ সকলো ধৰণৰ বিকাশত প্ৰতিবন্ধকতা জন্মাইছে।

কৃষকসকলেই চাগে বৃটিছ ঔপনিবেশিকতাৰ ঘাই বলি আছিল। চৰকাৰে মাটিৰ খাজনা আৰু বিভিন্ন কৰ হিচাপে এই শ্ৰেণীলোকৰ উৎপাদনৰ এক বৃহৎ অংশ কাঢ়ি লৈছিল। খেতিয়কসকল সোন-কালে মাটিৰ মালিক আৰু ঋণদাৰসকলৰ দৃঢ় মুঠিৰ ভিতৰত বান্ধ খাই পৰিল। খেতিয়কে দেখিলে যে তেওঁ নিজৰ মাটি বা নিজে

উৎপন্ন কৰা ফচল অথবা নিজৰ শ্ৰম শক্তিৰো গৰাকী নহয়। আৰো খেতিয়া কৃষকসকলে জমিদাৰ, মাটিৰ মালিক আৰু ঋণদাৰসকলৰ বিৰুদ্ধে অৰ্থনৈতিক আৰু ৰাজনৈতিক আন্দোলন চলাবলৈ ললে, চৰকাৰে আইন আৰু শৃঙ্খলাৰ নামত গোটেই পুলিচবাহিনী আৰু বিচাৰ বিভাগক তেওঁলোকৰ বিপক্ষে লগাই দিলে আৰু বহুতো ক্ষেত্ৰত এই আন্দোলন পাশবিকভাৱে দমন কৰিলে। সময়ত কৃষক-সকলে সাম্ৰাজ্যবাদৰ ভূমিকাৰ বিষয়ে সচেতন হ'ল আৰু দেখিলে যে তেওঁলোকৰ দুৰবস্থাৰ কাৰণে এই ব্যৱস্থাই প্ৰধানকৈ দায়ী।

দেশৰ ৰাটে আৰু খনিকৰ সকলেও সাম্ৰাজ্যবাদৰ হাতত যথেষ্ট দুৰ্ভোগ ভোগ কৰিছিল। তেওঁলোকৰ শ শ বছৰীয়া জীৱন ধাৰণৰ উৎস, নতুন, বিনিয়োগৰ কোনো ক্ষতিপূৰণৰ ব্যবস্থা নকৰাকৈয়ে কাঢ়ি নিয়া হৈছিল। উনৈছ শতিকাৰ শেহৰফালে তেওঁলোকৰ অৱস্থা অতি শোকলগা আৰু দুৰ্ভাগ্যজনক হৈ উঠিছিল। ফলত কুৰি শতিকাৰ সাম্ৰাজ্যবাদ বিৰোধী আন্দোলন সমূহত তেওঁলোকেও বৰ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

আধুনিক উদ্যোগৰ অভ্যুদয়ৰ লগে লগে ভাৰতত এক নতুন শ্ৰেণীৰ জন্ম হ'ল—শ্ৰমিক বা বনুৱা শ্ৰেণী সংখ্যাত নিজেই ভাৰত আৰু দেশৰ জনসংখ্যাৰ এটা বৰ সৰু অংশ হলেও এই শ্ৰেণীয়ে এক নতুন সামাজিক দৃষ্টিভঙ্গিৰ প্ৰতিনিধিত্ব কৰিবলৈ ললে। এওঁলোকে শতাব্দী জোৰা ৰীতিনীতি, আচাৰ-ব্যৱহাৰ, আৰু জীৱন ধাৰণৰ বোজা কঢ়িয়াবলগীয়া নহ'ল। এই শ্ৰেণীৰ দৃষ্টিভঙ্গি আৰু স্বাৰ্থ আৰম্ভনীৰ পৰা সৰ্বভাৰতীয় আছিল। তাৰোপৰি কাৰখানা আৰু নগৰবোৰতে এই বনুৱা শ্ৰেণী থূপ খাইছিল। এইবোৰ কাৰণে এওঁলোকৰ ৰাজনৈতিক কাৰ্য্যাৱলীক সংখ্যা অনুপাতে যিমানখিনি গুৰুত্ব দিব লাগে তাতোকৈ বেছি দিয়া হৈছিল।

ভাৰতীয় বনুৱাই অতি অসন্তোষজনক অৱস্থাত কাম আৰু বসবাস কৰিছিল। ১৯১১ চনলৈকে তেওঁলোকৰ কামৰ সময়ৰ কোনো নিৰ্দিষ্ট বিধান নাছিল। ৰোগ, বৃদ্ধাৱস্থা, নিবনুৱা সমস্যা,

আকস্মিক দুৰ্ঘটনা আৰু আকস্মিক মৃত্যুৰ বিৰুদ্ধে এওঁলোকৰ কোনো সামাজিক নিৰাপত্তা নাছিল। ভবিষ্যতৰ সঞ্চয় বুলি ধন জমোৱাৰ কোনো আঁচনি নাছিল। মাতৃ মঙ্গলৰ কাৰণে এখন আঁচনি—১৯৩০ চনতহে কাৰ্য্যকৰী হৈছিল যদিও ই একেবাৰে সন্তোষজনক নাছিল।

১৮৮৯ চনৰ পৰা ১৯২৯ চনলৈ এই সময়চোৱাত কাৰখানাৰ বনুৱাসকলৰ প্ৰকৃত উপাৰ্জন কমিহে গ'ল। এক যুদ্ধং দেহি "ট্ৰেড ইউনিয়ন" আন্দোলন গঢ়ি উঠাৰ পিচতহে ১৯৩০ চনত তেওঁলোকে ১৮৮০ আৰু ১৮৯০ চনৰ ভিতৰত পাবলগা হাৰত উপাৰ্জন বাঢ়িল, পিচে যদিও এই সময়ত বনুৱাৰ উৎপাদন ক্ষমতা শতকৰা পঞ্চাছ ভাগৰো ওপৰলৈ উঠিছিল, ইযাৰ পৰিণতি স্বৰূপে বনুৱাই কোনোমতে পেটেভাতে খাই বই থাকিব পৰা অবস্থাতকৈ তলৰ অবস্থাতহে বৰ্তি আছিল। বৃটিছ শাসনৰ তলত ভাৰতীয় শ্ৰমিকৰ অৱস্থাৰ থূলমূল বিবৰণ দি বিখ্যাত জাৰ্মান অৰ্থনৈতিক বুৰঞ্জীবিদ্ অধ্যাপক মুৰগেন কুচ জ্যাস্কিযে ১৯৩৮ চনত এনেদৰে লিখিছিল—"পেটভৰাই খাব নোপোৱা, পোহৰ, বতাহ আৰু পানী নোহোৱাকৈ জন্তুৰ দৰে বসবাস কৰা, ভাৰতীয় ঔদ্যোগিক বনুৱা পৃথিৱীৰ ঔদ্যোগিক পুঁজিবাদৰ আটাইতকৈ বেছি শোষিতজন।"

চাহ আৰু কফি খেতিত বনুৱাৰ অৱস্থা আৰু শোচনীয় আছিল। এই খেতিবোৰ অস্বাস্থ্যকৰ জলবায়ুৰ পৰিবেশত কম বসতিপূৰ্ণ ঠাইত কৰা হৈছিল। কিন্তু চাহখেতিয়ক সকলে বাহিৰৰ পৰা শ্ৰমিকক আকৰ্ষিত কৰিবলৈ যথোচিত মজুৰী নিদিছিল। তাৰ পৰিবৰ্ত্তে তেওঁলোকে বনুৱা ভৰ্তি কৰিবলৈ মিছা প্ৰতিশ্ৰুতি আৰু ছলনাৰ আশ্ৰয় লৈছিল। জোৰ জবৰদস্তি কৰি আৰু ভীষণ শাৰীৰিক যাতনা দি বনুৱাসকলক খেতিত একেবাৰে ক্ৰীতদাসৰ দৰে ৰখা—তেওঁলোকৰ সাধাৰণ নিয়ম আছিল। চৰকাৰে চাহ-কফি খেতিৰ মালিক সকলক সম্পূৰ্ণভাবে সহায় কৰিছিল আৰু দণ্ডাবিধি আইন পাচ কৰি তেওঁলোকক বনুৱাসকলক শোষণ কৰিবলৈ সুবিধা দিছিল।

সময়ত ভাৰতীয় শ্ৰমিক শ্ৰেণীয়েও এক যুদ্ধং দেহি সাম্ৰাজ্যবাদ বিৰোধী মনোভাব লৈছিল।

জাতীয়তাবাদী আন্দোলনৰ মেৰুদণ্ড হিচাপে জনসাধাৰণৰ আৰু এটা প্ৰধান দলে আগবাঢ়ি আহিছিল। এওঁলোক আছিল মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীৰ লোক। উনৈছ শতিকাৰ প্ৰথমাৰ্দ্ধত বৃটিছসকলে যেতিয়া সৰু চৰকাৰী চাকৰীৰ কাৰণে হেজাৰ হেজাৰ কৰ্মচাৰী ভৰ্তি কৰিছিল আৰু নতুন স্কুল আৰু আদালত খুলি নতুন চাকৰী আৰু ব্যৱসায়ৰ সৃষ্টি কৰিছিল সেই সময়ত এই সকল লোকৰ কাৰণে নতুন সা সুবিধা মুকলি হৈছিল। আকৌ অন্তৰ্বৰ্তী আৰু বহিৰ্বাণিজ্যৰ আকস্মিক অভ্যুদয়ৰ ফলত সকলো ক্ষেত্ৰতে সদাগৰ শ্ৰেণীৰ শ্ৰীবৃদ্ধি হৈছিল। কিন্তু অনুন্নত ঔপ নিবেশিক অৰ্থনীতিৰ যুক্তি যুক্ততাই সোনকালে মূৰ দাঙি উঠিল। উনৈছ শতিকাৰ শেহৰ ফালে, মাথোন এই কেইটিমান শিক্ষিত ভাৰতীয়ইও—যাৰ সংখ্যা গোটেই ভাৰতত আজিৰ দিল্লীৰ নিচিনা সৰু এখন কেন্দ্ৰ শাসিত অঞ্চলৰ লোকসংখ্যাতকৈও তাকৰ আছিল—ক্ৰমে বাঢ়ি অহা নিবনুৱা সমস্যাৰ সন্মুখীন হ'বলগীয়া হ'ল। তদুপৰি যিসকলে কাম পালে তেওঁলোকে দেখিলে যে ভাল দৰমহা পোৱা সৰহভাগ চাকৰী ইংৰাজ মধ্যবিত্ত আৰু উচ্চ শ্ৰেণীৰ ডেকাসকলৰ কাৰণে সংৰক্ষিত। বিশেষকৈ স্নাতকৰ খিতাপ ( বি, এ, ডিগ্ৰী ) নোলোৱাকৈ যি সকলে বিশ্ববিদ্যালয় এৰিবলৈ বাধ্য হ'ল তেওঁলোকৰ কাৰণে চাকৰী পোৱাৰ আশা ক্ৰমে ক্ষীণতৰ হৈ আহিল। ভাৰতৰ মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত শ্ৰেণীয়ে অচিৰতে উপলব্ধি কৰিলে যে অৰ্থনৈতিক উন্নতিশীল আৰু সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰত আধুনিক দেশ এখনেহে তেওঁলোকক এনে অৰ্থনৈতিক আৰু সাংস্কৃতিক সা-সুবিধাবোৰ দিব পাৰিব। তেতিয়াহলে এক অৰ্থপূৰ্ণ আৰু প্ৰয়োজনীয় জীৱন নিৰ্বাহ কৰিব পৰা সম্ভৱ হ'ব আৰু সৰ্বোপৰি তেওঁলোকক আশু দাৰিদ্ৰ্য, নিবনুৱা সমস্যা আৰু

ক্ৰমান্বয়ে নিম্নগামী সামাজিক আৰু আৰ্থিক সন্মান লাঘৱতাৰ পৰা ৰক্ষা কৰিব পাৰিব।

ভাৰতীয় ঔদ্যোগিক পুঁজিপতি শ্ৰেণীৰ অভ্যুদয় হৈছিল ১৮৫৮ চনৰ পিচত। অচিৰতে এওঁলোকে বৃটিছ পুঁজিপতিসকলৰ লগত প্ৰতিযোগিতাত নামি উপলব্ধি কৰিলে যে চৰকাৰী বাণিজ্য শুল্ক, যানবাহন আৰু চৰকাৰৰ অৰ্থনৈতিক নীতিসমূহে তেওঁলোকৰ উন্নতিত বাধা দিছে। স্বাধীন আৰ্থিক বিকাশৰ কাৰণে আন্দোলন কৰে।তে ভাৰতীয় ঔদ্যোগিক পুঁজিপতি শ্ৰেণীটোৱো প্ৰায় সকলো ধৰণৰ মূল অৰ্থনৈতিক কথাত সাম্ৰাজ্যবাদৰ লগত সংঘৰ্ষত লিপ্ত হবলগীয়া হয়।

ভাৰতীয় পুঁজিপতিসকলৰ কাৰণে চৰকাৰৰ সক্ৰিয় আৰু পোন-পটীয়া সহায়ৰ প্ৰয়োজন আছিল। এনে সহায় পালেহে পশ্চিম ইউৰোপৰ ভালদৰে খোপনি পুতি লোৱা উদ্যোগবোৰৰ লগত প্ৰতিযোগিতা কৰিবলগীয়া হোৱাৰ প্ৰাথমিক দুৰ্বলতা আৰু অসুবিধা বোৰ দূৰ হ'লহেঁতেন। সেই সময়ৰ ফ্ৰান্স জাৰ্মানী আৰু জাপানৰ উদ্যোগবোৰক সেইদেশবোৰৰ চৰকাৰৰ পৰা পোৱা সক্ৰিয় আৰু বহুল সাহায্যৰেইহে উন্নত কৰিব পৰা হৈছিল। ভাৰতীয় পুঁজিপতিসকলক এনে সাহায্য দিয়া নহৈছিল। সস্তীয়া বিদেশী বয়বস্তু যাতে দেশত উৎপাদিত বয়বস্তুতকৈ বেছি বিক্ৰি হব নোৱাৰে তাৰ কাৰণে ভাৰতৰ উদ্যোগ সমূহৰ প্ৰয়োজন আছিল বিদেশী দ্ৰব্যৰ ৰপ্তানীৰ ওপৰত কৰ লগাই দেশৰ উদ্যোগসমূহক সহায়তা কৰা। এনে সুবিধাতো দিয়া নহলেই বৰং ভাৰতত পৃথিৱীৰ যি কোনো দেশতকৈ বেছি পৰি-মানেহে 'অবাধ' বাণিজ্যৰ প্ৰচলন কৰা হ'ল।

সহানুভূতিশীল আমোলাতন্ত্ৰ হ'লে সহস্ৰ উপায়ে ভাৰতীয় পুঁজিপতি সকলক সহায় কৰিব পাৰিলেহেঁতেন। পশ্চিম ইউ-ৰোপত আমোলাতন্ত্ৰৰ দৃষ্টিভঙ্গি পুঁজিপতিসকলৰ দৰেই আছিল। দুয়ো শ্ৰেণীৰ মাজত শ শ বান্ধোন আছিল। ভাৰতত আমোলাতন্ত্ৰ আছিল বিদেশী। এওঁলোকে বৃটিছ পুঁজিপতিসকলৰ লগত উঠা-বহা

কৰিছিল। এই আমোলাতন্ত্ৰৰ স্বাভাবিক সহানুভূতি নিজ দেশৰ মানুহৰ আৰু (বৃটেইন নাইবা ভাৰতত য'তে হওক) তেওঁলোকৰ ঔদ্যোগিক আকাঙ্ক্ষাৰ প্ৰতিহে আছিল। আনহাতে ভাৰতীয় ঔদ্যোগিক প্ৰচেষ্টাৰ প্ৰতি এওঁলোকৰ কোনো সহানুভূতিতো নাছিলেই বৰং বিৰোধী মনোভাবহে প্ৰকাশ পাইছিল।

শক্তিশালী বিদেশী মূলধনে তেওঁলোকক সদায় জোৰ কৰি দমাই ৰাখিব—এই কথাটোকে ভাৰতীয় পুঁজিপতিসকলে আটাইতকৈ বেছি ভয় কৰিছিল। ১৯১৮ চনৰ পিচত ভাৰতীয় উদ্যোগলৈ এক বৃহৎ পৰিমানৰ বিদেশী মূলধন আহিবলৈ আৰম্ভ হ'ল আৰু বৃহৎ বৃটিছ উদ্যোগ নিগমবোৰে, (১৯২০ আৰু ১৯৩০ চনৰ ভিতৰত) বৃটিছ ষযবস্তুক বেহাই দি অইনৰ ৰপ্তানী সামগ্ৰীৰ ওপৰত কৰ লগোৱা নীতি, সস্তীয়া ভাৰতীয় শ্ৰম আৰু সহজ লব্ধ বজাৰৰ সুবিধা লবলৈ, ভাৰতত সহকাৰী উদ্যোগ কিছুমান খুলিবলৈ ললে। এইবোৰ দেখি শুনি ভাৰতীয উদ্যোগপতিসকলৰ আত্মৰক্ষাৰ প্ৰবৃত্তি প্ৰবল হ'ল। ভাৰতীয পুঁজিপতি সকলে এতিয়া 'শ্লোগান' দিলে যে ভাৰতীয় বজাৰত ভাৰতবাসীৰ প্ৰতিপত্তি।

ভাৰতীয় পুঁজিপতিসকলে এইদৰে ঔপনিবেশিক অৰ্থনৈতিক গাঁথনি, শাসন যন্ত্ৰ আৰু ইয়াৰ নীতিসমূহৰ লগত ক্ৰমান্বয়ে খোলা-খুলিকৈ বিৰোধিতা কৰিবলগীয়া হ'ল। তেওঁলোকে লাহে লাহে বুজিলে যে দেশীয় পুঁজিপতিসকলৰ পক্ষপাতিত্ব কৰা এটা চৰকাৰ আৰু এখন ঐক্যবদ্ধ জাতীয় ৰাষ্ট্ৰৰ প্ৰয়োজন। বিদেশী সাম্ৰাজ্যবাদে দেশক শোষণ কৰি থাকে মানে ভাৰতীয় বাণিজ্য আৰু উদ্যোগৰ ক্ষিপ্ৰগতিত উন্নয়ন হব নোৱাৰে। অৰম্ভে দুৰ্বল হলেও সম্পত্তিশালী হোৱা কাৰণে তেওঁলোকে বিদেশী শাসকসকলৰ লগত পোনপটীয়াকৈ আৰু খোলাখুলিভাবে সংঘৰ্ষত নামিব নোৱাৰিলে। প্ৰশাসনীয় নানান সা-সুবিধাৰ বাবেও এওঁলোকে বিদেশী শাসকসকলৰ ওপৰত নিৰ্ভৰশীল আছিল। কিন্তু ১৯১৮ চনৰ পিচত ক্ষিপ্ৰভাবে আগবাঢ়ি অহা জাতীয়তাবাদী আন্দোলনৰ কাৰণে এওঁলোকে ব্যক্তিগতভাবে

জাতীয়তাবাদী নেতাসকলক টকা পইচাৰে সমৰ্থন দিবলৈ আৰম্ভ কৰিলে।

জাতীয়তাবাদৰ অভ্যুদয়ত আধুনিক ভাৰতীয় শিক্ষিত সম্প্ৰদায়ে আটাইতকৈ গুৰুত্বপূৰ্ণ আৰু সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। ভাৰতত বৃটিছ শক্তিৰ প্ৰভুত্ব স্থাপনৰ ফলত পুৰণি কালৰ সৈতে যে যোগসূত্ৰ একেবাৰে ছিগি গ'ল আৰু এক ইতিহাসৰ অধ্যাযৰ নতুন সূত্ৰপাত হ'ল—এই কথা সবাতোকৈ প্ৰথমে এই সামাজিক দলটোৱে স্বীকাৰ কৰি ললে। প্ৰাথমিক অবস্থাত বৃটিছ শাসনৰ প্ৰতি শিক্ষিত সম্প্ৰদাযৰ সহাঁৰি আস্থাসূচক আছিল। উনৈছ শতিকাৰ আৰম্ভনীতে ৰাজা ৰামমোহন ৰাযৰ দৰে লোকে স্পষ্টভাবে দেখিলে যে অন্ধ দেশপ্ৰেম হলে নহব। ভাৰতৰ নিচিনা বিশাল এখন দেশৰ এমুঠি বিদেশীৰ হাতত পৰাজয়ৰ কাৰণ হ'ল ইয়াৰ আভ্যন্তৰীণ সমাজ, অৰ্থনৈতিক ব্যবস্থা আৰু বুদ্ধিজীবি সকলৰ দুৰ্বলতা। বৃটেইনে সেই সমযত এক শ্ৰেষ্ঠ স৲স্কৃতি আৰু সভ্যতাৰ প্ৰতিনিধিত্ব কৰিছিল। বুদ্ধিজীবিসকলে সমসামযিক ভাৰতীয় সমাজ ব্যবস্থাৰ খোলাখুলিকৈ আৰু নিযমিতভাবে বিশ্লেষণ কৰি চাই এই ব্যৱস্থা ভাৰতৰ বিকাশৰ ভেটি হব নোবাৰে বুলি কলে। সেয়ে তেওঁলোকে সমাজ আৰু দেশৰ আধুনিকীকৰণত লাগি গল।

অৰ্থনৈতিক ক্ষেত্ৰত আধুনিক উদ্যোগৰ প্ৰচলনৰ যোগেদি অৰ্থনৈতিক উন্নযন আৰু সমৃদ্ধিৰ সম্ভাবনাই এওঁলোকক আকৰ্ষিত কৰিলে। এওঁলোকে আশা কৰিছিল যে আটাইতকৈ উন্নত দেশ হিচাপে বৃটেইনে ভাৰতকে ধৰি তলতীযা ৰাজ্য সমূহত আধুনিক বিজ্ঞান, কাৰিকৰী জ্ঞান আৰু অৰ্থনৈতিক সংস্কাৰৰ প্ৰচলন কৰিব। ৰাজনৈতিক ক্ষেত্ৰত আধুনিক ভাবধাৰা, ৰাইজৰ সাৰ্বভৌমত্বৰ মাজেৰে গণতন্ত্ৰ, সভাসমিতি বাতৰি কাকত আদিৰ স্বাধীনতা আৰু উমেহতীয়া স্বাৰ্থৰ কাৰণে একেলগে গোট খোৱাৰ হক আৰু শাসকসকলক মুক্তভাবে সমালোচনা কৰাৰ অধিকাৰ—আদি মতবাদে এওঁলোকক আকৃষ্ট কৰিছিল। তেওঁলোকে নিজ চকুৰ

আগতে ভাৰতৰ একত্ৰীকৰণ আৰম্ভ হোৱা আৰু বিভিন্ন জন-সমাজক গোট খুৱাই এখন উমৈহতীয়া ৰাষ্ট্ৰ গঠনৰ সম্ভাৱনা দেখিলে। বৃটেইনে এই একত্ৰীকৰণৰ কাৰ্য্য সম্পূৰ্ণ কৰিব বুলি তেওঁলোকে আশা কৰিছিল। বিশ্বাসৰ বিপৰীতে আধুনিক যুক্তিবাদেহে তেওঁলোকক আকৃষ্ট কৰিছিল। তেওঁলোকে লাহে লাহে বুজি পালে যে সাহিত্য আৰু কলা, অকল কেইগৰাকীমান বাছকবনীয়া লোকৰ কাৰণে নহৈ বহুজনৰ হব লাগে। এই উদ্দেশ্যে তেওঁলোকে একালে ইংৰাজী ভাষাৰ মাধ্যমেৰে আধুনিক শিক্ষাৰ বিস্তাৰৰ হকে আৰু আনহাতে আধুনিক ভাৰতীয় ভাষাসমূহৰ বিকাশৰ কাৰণে ওকালতি কৰিছিল। সামাজিক ক্ষেত্ৰত সামাজিক স্বাধীনতা আৰু যে সমাজৰ প্ৰত্যেক ব্যক্তিৰেই নিজস্ব এটা মূল্য আছে—এনে মানবীয় ভাবধাৰাই তেওঁলোকে আকৃষ্ট কৰিছিল।

প্ৰায় অৰ্দ্ধ শতাব্দী জুৰি, আধুনিক ভাৰতীয় বুদ্ধিজীৱি-সকলে বৃটিছ শাসনৰ তলতেই ভাৰতীয় সমাজে নকৈ গঢ়লৈ ৰূপান্তৰিত হব পাৰে বুলি বিশ্বাস কৰিছিল। কাৰণ, সেই সময়ত বৃটেইন এখন আটাইতকৈ উন্নতশীল ৰাষ্ট্ৰ আছিল। আনকি এই শাসনক তেওঁলোকে দৈবিক বিধান বুলি বৰ্ণনা কৰিছিল। ১৮৫৭ চনৰ বিদ্ৰোহৰ সময়তো তেওঁলোকে এই চৰকাৰক সমৰ্থন দিছিল।

কিন্তু উনৈছ শতিকাৰ প্ৰথম তিনি ভাগত হোৱা উন্নয়ন যেতিয়া কোনো ক্ষেত্ৰতে তেওঁলোকৰ আশানুৰূপ নহল, তেতিয়া ক্ৰমান্বয়ে এক সাধাৰণ নৈৰাশ্যই তেওঁলোকক আবৰি পেলালে। তেওঁলোকে দেখিলে যে তেওঁলোকে কৰা আস্থা অপাত্ৰত পৰিছে। বৃটিছ শাসনৰ বৈশিষ্ট্য ভুলকৈ বুজা কাৰণেহে তেওঁলোকে এনে আশা পোষণ কৰিছিল।

আচলতে বৃটিছসকলে ভাৰতলৈ আধুনিক কাৰিগৰী জ্ঞান আৰু উদ্যোগসমূহ হস্তান্তৰিত নকৰিলে। ১৮৬৬ চনৰ পৰা ১৯০১ চনলৈ ভাৰতক এটাৰ পিচত এটাকৈ গ্ৰাস কৰা দুৰ্ভিক্ষবোৰে বৃটিছৰ অধীনত ভাৰতৰ ক্ৰমোন্নয়নৰ সপোন ঠানবান কৰি পেলালে।

বুদ্ধিজীৱি সকলে দেশবাসীৰ অষ্টম দাৰিদ্ৰ্য আৰু দেশৰ অৰ্থনৈতিক ক্ষেত্ৰত অনগ্ৰসৰতাৰ কথা ভালকৈ উপলব্ধি কৰিলে। তেওঁলোকে বুজিপালে যে যেতিয়ালৈকে ভাৰতীয় অৰ্থনীতি সাম্ৰাজ্যবাদী শাসনৰ অধীনত থাকিব। তেতিয়ালৈকে ভাৰতবৰ্ষই আৰ্থিক উন্নতি কৰিব নোৱাৰে বৰং ইযাৰ সলনি ই অৱনতিৰ ফালেহে নামি যাব। ৰাজনৈতিক ক্ষেত্ৰত বৃটিছ কৰ্মচাৰী আৰু ৰাজনৈতিক নেতাসকলে (স্বাযত্ব শাসনৰ বাবে ভাৰতীয সকলক প্ৰশিক্ষণ দিয়া শ্লোগান (ধ্বনি) এৰি পেলাইছিল। তেওঁলোকে এতিযা ঘোষণা কৰিলে যে বৃটিছ শাসনৰ ৰাজনৈতিক উদ্দেশ্য হ'ল ভাৰতত এক চিৰস্থায়ী উপকাৰী স্বেচ্ছাচাৰী কৰ্তৃত্ব স্থাপন কৰাৰ। তেওঁলোকে আনকি ভাৰতীয় সকলক স্বাযত্ব শাসন বা গণতন্ত্ৰৰ কাৰণে "অনুপযুক্ত" বুলি কৈছিল। ভাৰতীয বুদ্ধিজীবি সকলক ঘাইকৈ আকৃষ্ট কৰা বাতৰি কাকতৰ স্বাধীনতাত অচিৰতে তেওলোকে হাত দিলে। আন কি মুক্ত চিন্তা, সভা-সমিতিত বক্তৃতা আৰু সভাসমিতি পতা—নাগৰিকৰ এনেবোৰ প্ৰাথমিক অধিকাৰকো ক্ৰমান্বযে উলঙ্ঘা আৰু খৰ্ব কৰা হ'ল। আগতে শান্তিপূৰ্ণ বিকাশ আৰু আধুনিকীকৰণৰ কাৰণে প্ৰাথমিক চৰ্ত বুলি বিবেচনা কৰা আইন আৰু শৃঙ্খলা ব্যবস্থা লাহে লাহে ৰাজনৈতিক বা অৰ্থনৈতিক প্ৰতিবাদৰ বিৰুদ্ধে ব্যবহৃত হ'ল। ভাৰতৰ একত্ৰীকৰণ—সম্পূৰ্ণ কৰি এখন ৰাষ্ট্ৰ গঢ়ি তোলক ছাৰি বৃটিছসকলে সাম্প্ৰদায়িকতা, জাতিভেদ প্ৰথা আৰু আঞ্চলিকতাবাদৰ বিভেদকামী শক্তি সমূহক অবাধে বিচৰণ কৰিবলৈ দি আৰু ক্ষযিষ্ণু দেশীয় ৰজাবিলাকক সমৰ্থন কৰি ভাৰতবৰ্ষৰ ওপৰত তেওঁলোকৰ কৰ্তৃত্ব বজাই ৰাখিবলৈ চেষ্টা কৰিলে। সাংস্কৃতিক ক্ষেত্ৰত ভাৰতীয় বুদ্ধিজীবিসকলে দেখিলে যে শাসকসকলৰ উন্নযনৰ মনোবৃত্তি যেন অতি শীঘ্ৰে শুকাই গ'ল। ভাৰতীয় বৃটিছ চৰকাৰে বাজেটৰ শতকৰা তিনি ভাগহে শিক্ষাৰ কাৰণে খৰচ কৰিছিল। সাধাৰণ ৰাইজ আৰু স্ত্ৰী শিক্ষাৰ প্ৰতি সম্পূৰ্ণভাবে আওহেলা কৰিলে। উচ্চশিক্ষা আৰু আধুনিক ভাবধাৰা বিস্তাৰৰ বিৰোধিতা কৰিলে। ১৮৫৮ৰ

পিচত বৃটিছশাসক সকলে সমাজ সংস্কাৰ কৰাৰ সকলো চেষ্টা এৰি পেলালে আৰু অতি পাচ পৰা নৈষ্ঠিক প্ৰাচীনপন্থী সাংস্কৃতিক, ধৰ্মীয় আৰু সামাজিক দলবোৰৰ লগত মিত্ৰতা কৰিলে।

বৃটিছ শাসক সকলৰ এনে কাৰ্য্যৰ ফলত আধুনিক ভাৰতীয় বুদ্ধি-জীবিসকলে নতুনকৈ বৃটিছ শাসনৰ প্ৰকৃত ৰূপটো পৰীক্ষা কৰি বুজি চাবলৈ কঠোৰ শ্ৰম আৰম্ভ কৰিলে। তেওঁলোকৰ এই বুজনৰ বিকাশ হবলৈ কিছু সময় লাগিল। কিন্তু উনৈছ শতিকাৰ শেহৰ ফালে তেওঁলোকে উপলব্ধি কৰিলে যে আগতে তেওঁলোকে ভাৰতৰ আধুনিকীকৰণ বুলি ভবা কাৰ্য্যাৱলীৰ উদ্দেশ্য আচলতে ঔপনিবেশবাদ কায়েম ৰখাহে। এইবাৰ তেওঁলোকে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে এটা জাতীযতাবাদী ৰাজনৈতিক আন্দোলন গঢ়ি তুলিবলৈ উঠি পৰি লাগিল।

আন তিনিটা সামাজিক দল—জমিদাৰ, মাটিৰ মালিক আৰু ৰাজন্যবৰ্গ ( দেশীয় ৰজা মহাৰজা সকল ), উচ্চ আমোলা সকল ( চৰকাৰী চাকৰীত উচ্চপদস্থ ভাৰতীয় সকল ) আৰু পৰম্পৰাগত বুদ্ধিজীবি দলৰ সাম্ৰাজ্যবাদৰ প্ৰতি এটা অস্থিৰ দুতলীয়া মনোবৃত্তি আছিল। জমিদাৰ, মাটিৰ মালিক আৰু ৰজা-মহাৰজা সকল শ্ৰেণী হিচাপে বিদেশী শাসনৰ প্ৰতি বিশ্বস্ত আছিল, কাৰণ শাসকসকলৰ স্বাৰ্থৰ লগত তেওঁলোকৰ স্বাৰ্থৰ মিল আছিল। সেইদৰে উচ্চ (আমোলাতন্ত্ৰৰ) ভাৰতীয় বিষয়া সকলে শাসক দলৰ লগতে এখন দুখীয়া দেশত জীৱন ধাৰণৰ উচ্চ মানদণ্ডৰ সা-সুবিধা পোৱাৰ লগতে প্ৰশাসনিক ক্ষমতা আৰু সামাজিক প্ৰতিপত্তিও উপভোগ কৰিছিল। তেওঁলোকৰ সৰহভাগেই বৃটিছ শাসনৰ বিশ্বস্ত ( হাতিয়াৰ ) হৈ শেহলৈকে ৰ'ল। কিন্তু সমাজৰ এই দুটা থলপাৰ পৰাও দেশপ্ৰেমত উদ্বুদ্ধ হৈ বহু ব্যক্তিয়ে জাতীয়তাবাদী আন্দোলনত যোগ নিদিয়া নহয়।

ধৰ্মচিন্তাকাৰী, সকাম আদি কৰা লোক আৰু প্ৰাচীন শিক্ষা পদ্ধতিত পণ্ডিত আৰু প্ৰচাৰক আদিৰে গঠিত পৰম্পৰাগত

(প্ৰাচীনপন্থী) বুদ্ধিজীৱিসকলে বিপৰীত মুখী টনাআঁজোৰাৰ মাজত হাবাথুৰি খাবলৈ ধৰিলে। তেওঁলোকৰ সংৰক্ষণশীল সামাজিক আৰু ধৰ্মীয় দৃষ্টিভঙ্গিয়ে ৰাজনৈতিক সংৰক্ষণশীলতাৰফালে তেওঁলোকৰ মন ঢাল খুৱাইছিল। শাসনত অধিষ্ঠিত শক্তিৰ প্ৰতি প্ৰভুভক্তি তেওঁলোকৰ কাৰণে বোপাককাৰ দিনৰে পৰা চলি-অহা দস্তুৰ আছিল। একে সময়তে আধুনিক স্কুল কলেজৰ বিস্তাৰ হৈ আগৰ দিনৰ পাঠশালা, মাদ্ৰাছা আৰু উচ্চশিক্ষাৰ প্ৰাচীন কেন্দ্ৰস্থলবোৰ বন্ধ হৈ পৰাত তলখাপৰ পৰম্পৰাগত (প্ৰাচীন পন্থী) বুদ্ধিজীৱিৰ সংখ্যা দ্ৰুত গতিত কমি গৈছিল। এই বুদ্ধিজীৱিসকলৰ বহুতে আধুনিক সংস্কৃতি আৰু ভাবধাৰাৰ ঘোৰ বিৰোধিতা কৰিছিল। কাৰণ এনে ভাবধাৰাই সমাজত তেওঁলোকৰ প্ৰতিপত্তি কমাই পেলোৱাৰ আশঙ্কা আছিল। খৃষ্টিয়ান মিছনেৰী সকলৰ কাৰণে শৰণী কৰোৱা প্ৰচাৰেও তেওঁলোকক ক্ৰোধান্বিত কৰি তুলিছিল।

অবশেষত প্ৰাচীনপন্থী বুদ্ধিজীৱিসকলৰ মাজৰ পৰা দুটা, সম্পূৰ্ণ বিৰোধী মতবাদ ওলাই পৰিছিল। এটা মতবাদৰ অনুগামী সকলে আধুনিক ভাবধাৰাৰ প্ৰতি বিদ্বেষ পোষকতা কৰি হলেও জাতীয়তাবাদী আন্দোলনত সক্ৰিয়ভাবে যোগ দিয়াৰ হকে আছিল। আনটো মতবাদৰ অনুগামী সকলে সমাজত অতীজৰে পৰা লাভ কৰি অহা প্ৰতিপত্তি বজাই ৰখাৰ আশাত বিদেশী শাসকসকলক সমৰ্থন কৰিছিল। চৰকাৰৰ কাৰ্য্যাৱলীয়ে সক্ৰিয়ভাবে পিচৰ দলটোক উৎসাহিত কৰিছিল।

মঠ, মন্দিৰ, মচজিদ, দৰগাহ, গুৰুদ্বাৰ আৰু অন্যান্য ধৰ্মীয় অনুষ্ঠান সমূহৰ কৰ্তৃত্ব প্ৰাচীন পন্থী বুদ্ধিজীৱিসকলৰ হাতত দৃঢভাবে, অকণো সাল সলনি নোহোৱাকৈ বৈ গ'ল। চৰকাৰেও এই বুদ্ধিজীৱিসকলৈ পেন্সন, আৰ্থিক পুৰস্কাৰ, খিতাপ, সম্মান-প্ৰদান আদিৰ যোগেদি অনুগ্ৰহ আগবঢাবলৈ লৈছিল। প্ৰাচীন শিক্ষা পদ্ধতিক কৃত্ৰিমভাবে জীয়াই ৰাখিবলৈ চৰকাৰে এতিয়া যত্ন ললে। আমি ইতিমধ্যে দেখিছোঁ সামাজিক আৰু সাংস্কৃতিক সংস্কাৰৰ নীতি

চৰকাৰে পৰিত্যাগ কৰিছিলেই আৰু এই দৰে নৈষ্ঠিক প্ৰাচীন পন্থী সকলৰ পৰা সন্মান লাভ কৰিছিল। জাতীয়তাবাদ, গণতন্ত্ৰ আৰু অৰ্থনৈতিক উন্নয়ন আদি আধুনিক ভাবধাৰাৰ প্ৰচাৰ বন্ধ কৰিবলৈ, বৃটিছসকলে আনকি এই মতবাদ প্ৰচাৰ কৰিছিল যে ভাৰতবৰ্ষৰ পৰম্পৰাগত ভাবধাৰা আৰু অনুষ্ঠান সমূহ ভাৰতৰ কাৰণে অতি উপযুক্ত। ভাৰতবাসীয় দাৰ্শনিক আৰু ধৰ্মীয় ঐতিহ্য আৰু তথাকথিত "আধ্যাত্মিক" জীৱনৰ ওপৰতহে গুৰুত্ব দিব লাগে। আৰু দেশৰ অৰ্থনীতি, ৰাজনীতি, আৰু প্ৰশাসন পৰিচালনাৰ ভাৰ বৃটিছসকলৰ হাতত এৰি দিব লাগে। শ্ৰমৰ এই বিভাজনো প্ৰাচীন পন্থী বুদ্ধিজীবি সকলৰ কাৰণে আকৰ্ষণীয় আছিল।

আৰু এটা ডাঙৰ কথাই ৰজা আৰু দাল দৰিদ্ৰ, জমিদাৰ আৰু প্ৰজা, উচ্চপদস্থ বিষয়া আৰু সাধাৰণ আমোলা, ধনী দুখীয়া নিৰ্বিশেষে সকলো ভাৰতীয়ৰে মনত জাতীয়তাবোধ জগাই তুলিছিল। সেয়া হ'ল শাসক সকলে দেখুওৱা বৰ্ণ শ্ৰেষ্ঠতাৰ দম্ভ। অৱশ্যে ভাৰতত বৃটিছ সকলে সদায় ভাৰতীয় সকলৰ পৰা নিজক আঁতৰত ৰাখিছিল আৰু জাতি হিচাপে নিজক উৎকৃষ্ট বুলি ভাবিছিল। কিন্তু উনৈছ শতিকাৰ দ্বিতীয়াৰ্দ্ধত এটা গুণবিষয়ক পৰিৱৰ্তন ঘটিল আৰু দুই জাতিৰ মাজত সামাজিক আৰু বৰ্ণবিষয়ক পাৰ্থক্য বাঢ়ি গ'ল। সাম্ৰাজ্যবাদ আৰু ইয়াৰ চিন্তাধাৰাৰ পুনৰ অভ্যুত্থানৰ অংশ হিচাপে ইউৰোপ মহাদেশত ক'লা মানুহতকৈ বগা (চামবাৰ) মানুহৰ শ্ৰেষ্ঠত্বৰ মতবাদ প্ৰচাৰৰ ঢৌ উঠিছিল। ভাৰতত বৃটিছসকলে এতিয়া ভাৰতীয় সকলক এটি নিকৃষ্ট জাতি বুলি খোলা খুলিকৈ ঘোষণা কৰিলে আৰু শাসনত অধিষ্ঠিত শক্তিৰ সা সুবিধাবোৰ দাবী কৰিলে। অইন নালাগে লৰ্ড মেয়োৰ নিচিনা ব্যক্তিয়ে ভাইচৰয় হৈও ১৮৭০ চনত পাঞ্জাৱৰ লেফ টেনেণ্ট গৱৰ্ণৰলৈ এই বুলি লিখিছিল, "আপোনাৰ ভাৰতীয় কৰ্মচাৰীসকলক শিকাব যে আমি সকলো বৃটিছ ভদ্ৰলোকে এটা নিকৃষ্ট জাতিক শাসন কৰাৰ মহান কামত নিয়োজিত হৈছোঁ।" বৰ্ণবৈষম্যৰ এনে ফটফটীয়া দৃষ্টান্তত প্ৰতিজনে চিন্তাশীল আৰু আত্ম-

সন্মান থকা ভাৰতবাসীয়ে অপমান বোধ কৰিছিল, অপদস্থ হৈছিল আৰু জাতীয়তাবাদী আন্দোলনৰ ফালে ঢাল খাইছিল।

মুঠতে কবলৈ গলে, বৃটিছশাসনৰ মূল ঔপনিবেশিক চৰিত্ৰ আৰু ভাৰতীয় ৰাইজৰ ওপৰত ইযাৰ অনিষ্টকাৰী প্ৰভাবৰ ফলত ভাৰতত এক প্ৰবল সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ সূত্ৰপাত আৰু পৰিবৰ্দ্ধন হৈছিল। ভাৰতীয় সমাজৰ সকলো শ্ৰেণী আৰু দলক সামৰি লৈছিল কাৰণে এই আন্দোলন এটা জাতীয় আন্দোলন আছিল। দেশৰ বিভিন্ন শ্ৰেণী আৰু দলবোৰ সাম্ৰাজ্যবাদৰ বিৰোধী আছিল বাবে সকলোবে আহি এক উমৈহতীয়া জাতীযতাবাদী আন্দোলনত একত্ৰিত হৈছিল। তেওঁলোকৰ পৰস্পৰৰ মাজত স্বাৰ্থৰ সংঘাত আছিল যদিও এই বিভিন্ন শ্ৰেণী আৰু দলবোৰৰ অন্তৰ্ভুক্ত ৰাইজে পৰস্পৰৰ মাজৰ বিভেদ ভাব উটুৱাই দি উমৈহতীয়া শত্ৰুৰ বিপক্ষে ঐক্যবদ্ধ হৈ থিয় দিছিল।

## ২ সংগ্ৰামৰ পূৰ্বাৱস্থা

### প্ৰাচীন ধৰণৰ প্ৰতিৰোধ

ভাৰতত বৃটিছ শাসনৰ সূত্ৰপাত হোৱাৰে পৰা এই দেশৰ বাইজে ইয়াৰ বিৰোধিতা কৰি আহিছিল। ১৮৫৭ চনলৈকে দেশৰ কোনো এটা অঞ্চলত এবাৰ নহয় এবাৰ, সশস্ত্ৰ বিদ্ৰোহৰ জোকাৰণি নোহোৱাকৈ এটা বছৰো পাৰ হোৱা নাছিল। প্ৰাচীন প্ৰথাশ্ৰিত এই অব্যাহত বিৰোধিতাই প্ৰধানকৈ তিনিটা ৰূপ লৈছিল · অসামৰিক বিদ্ৰোহ, পৰ্বতীয়া বাইজৰ অভ্যুত্থান আৰু কৃষক-বিদ্ৰোহ আৰু কৃষক-অভ্যুত্থান।

### অসামৰিক বিদ্ৰোহ

বৃটিছ সকলৰ ভাৰত অধিকাৰ আৰু শাসনৰ একত্ৰিকৰণৰ ফলত দেশবাসীৰ মাজত আৰম্ভনিৰে পৰাই ভীষণ অসন্তোষ আৰু বিক্ষোভ সৃষ্টি হৈছিল। অইন কি, বৃটিছৰ ভাৰতীয় সৈন্যবাহিনীত কাম কৰা ভাৰতীয় সৈন্যকো এই অসন্তোষে চুইছিল। প্ৰায় এশ বছৰ জুৰি জনতাৰ অসন্তোষে সশস্ত্ৰ প্ৰতিৰোধৰ ৰূপ লৈছিল। এই প্ৰতিৰোধৰ নেতৃত্ব কৰিছিল পদচ্যুত ৰজা বা তেওঁলোকৰ সতি-সন্ততি, জমিদাৰ, পলিগাৰ, প্ৰাক্তন সৈনিক, ৰাজ-কৰ্মচাৰী আৰু ৰজা-মহাৰজাৰ অনুচৰ বোৰে। বহু সংখ্যক খেতিয়ক আৰু বাটৈয়েও নিজৰ অসন্তোষ আৰু কষ্টৰ কাৰণে এই বিদ্ৰোহত যোগ দিছিল। বহুসময়ত তেওঁলোক এই বিদ্ৰোহৰ মেৰুদণ্ড স্বৰূপ আছিল। বিহাৰ আৰু বঙ্গদেশত বৃটিছ

শাসনৰ পাতনি মেলোঁতেই এনে অসামৰিক বিদ্ৰোহবোৰৰ সূত্ৰপাত হৈছিল। মাটিৰ খাজনা আদায়ৰ বৰ্ধিত কঠোৰতা, বাট্ৰেসকলক ইষ্ট ইণ্ডিয়া কোম্পানী আৰু তাৰ কৰ্মচাৰী সকলে কৰা শোষণ আৰু প্ৰাচীন জমিদাৰসকলক উচ্ছেদ কৰি পেলোৱা কাৰ্য্যই যি কোনো মুহূৰ্ত্ততে জ্বলি উঠিব পৰা এক পৰিবেশৰ সৃষ্টি কৰিছিল। প্ৰায় প্ৰতিখন জিলা আৰু প্ৰদেশত জনগণৰ বিদ্ৰোহ ঘটিছিল। এই অসন্তোষ যে কিমান ব্যাপক আছিল তাক বুজাবলৈ কেইটিমান উল্লেখযোগ্য বিদ্ৰোহৰ ঘটনা কোৱাৰ প্ৰয়োজন।

দলৰ পৰা বাদ পৰা সৈন্য আৰু বঙ্গদেশৰ মাটি হেৰুওৱা কৃষক-সকলে, সন্ন্যাসী আৰু সম্পত্তি হেৰুওৱা জমিদাৰসকলে নেতৃত্ব কৰা বিখ্যাত সন্ন্যাসী বিদ্ৰোহত আগভাগ লৈছিল। সন্ন্যাসী বিদ্ৰোহ ১৭৬৩ চনৰ পৰা ১৮০০ চনলৈ চলিছিল। তাৰ পিছত, ১৭৬৬ৰ পৰা ১৭৭২ চনলৈ হৈছিল চুবাৰ বিদ্ৰোহ। এই বিদ্ৰোহ বঙ্গ আৰু বিহাৰৰ পাঁচখন জিলাত বিয়পি পৰিছিল। ১৭৯৫ চনৰ পৰা ১৮১৬ চনলৈ আৰু এটা চুবাৰ বিদ্ৰোহ ঘটিছিল।

দেশৰ অইন অইন অঞ্চললৈ বৃটিছ শক্তিৰ দখল বাঢ়ি যোৱাৰ লগে লগে সেই ঠাইবোৰতো এনে ধৰণৰ বিদ্ৰোহ ঘটিছিল। উৰিষ্যাৰ জমিদাৰ সকলেও ১৮০৪ চনৰ পৰা ১৮১৭ চনলৈ বিদ্ৰোহ চলাইছিল। দক্ষিণ ভাৰতত বিজয়নগৰৰ ৰজাই ১৭৯৪ চনত বিদ্ৰোহ আচৰিছিল। ১৭৯০ চনত তামিলনাডুৰ পলিগাৰসকলে আৰু ১৮০১ চনত মালাবাৰ আৰু দিন্দিগালৰ পলিগাৰসকলে বিদ্ৰোহ ঘোষণা কৰিছিল। অন্ধ্ৰৰ উপকূল অঞ্চলৰ লোকসকলে ১৮০১ চনৰ পৰা ১৮০৫ চনলৈ আৰু পাৰ্লাকিমিডিৰ পলিগাৰ সকলে ১৮১৩ চনৰ পৰা ১৮৩৪ চনলৈ বিদ্ৰোহ চলাইছিল। মহীশূৰৰ ৰাইজ এবাৰ ১৮০০ চনত আৰু আন এবাৰ ১৮৩১ চনত বিদ্ৰোহী হৈছিল। ১৮৩০ চনৰ পৰা ১৮৩৪ চনলৈ এই সময়চোৱাত বিশাখাপট্টনমত বিদ্ৰোহ হৈছিল। ত্ৰিবাঙ্কুৰ ৰাজ্যৰ দেৱান ভেলু তাম্পিয়ে ১৮০৪ চনত বিদ্ৰোহ আচৰিছিল। পশ্চিম ভাৰতত সৌৰাষ্ট্ৰৰ সেনাপতিসকলে ১৮১৬ চনৰ পৰা ১৮৩২

চনলৈ কেইবাবাৰো একেৰাহে বিদ্ৰোহ কৰিছিল। গুজৰাটৰ কোলি সকলেও ১৮২৪ ৰ পৰা ১৮২৫ চনলৈ, ১৮২৮, ১৮৩৯ আৰু ১৮৪৯ চনত এই পথকে অনুসৰণ কৰিছিল। মহাৰাষ্ট্ৰত অসংখ্য গণ অভ্যুত্থান হৈছিল। প্ৰকৃততে মহাৰাষ্ট্ৰত এনানি বিদ্ৰোহ চলিয়েই থাকিল। বিশেষকৈ কিটুৰ বিদ্ৰোহ (১৮২৪—১৮২৯), কোলাপুৰ বিদ্ৰোহ (১৮২৪), চাতাৰা বিদ্ৰোহ (১৮৪৯), আৰু গাডকাৰীসকলৰ বিদ্ৰোহ (১৮৪৪) ৰ কথা উল্লেখ কৰিব পাৰি। উত্তৰ ভাৰততো কম হাহাকাৰ হোৱা নাছিল। পশ্চিম উত্তৰ প্ৰদেশ আৰু হৰিয়ানাৰ জাঠসকলে ১৮২৪ চনত তীব্ৰ আন্দোলন আৰম্ভ কৰিছিল। আৰু কেইটিমান উল্লেখযোগ্য বিদ্ৰোহ আছিল ১৮০৫ চনৰ বিলাসপুৰৰ ৰাজপুতসকলৰ, ১৮১৪ ৰ পৰা ১৮১৭ চনলৈ আলিগড়ৰ তালুকদাৰ-সকলৰ আৰু ১৮৪২ চনৰ জব্বলপুৰৰ বুন্দেলাসকলৰ বিদ্ৰোহ।

ভাৰতত বৃটিছ শাসনৰ প্ৰথম এশ বছৰৰ বুৰঞ্জীৰ মাজেদি এডাল সূতাৰ দৰে আগবাঢ়ি যোৱা এই বিদ্ৰোহবোৰৰ আশ্ৰয় আছিল— খেতিয়ক, জমিদাৰ আৰু সকসুৱা প্ৰধানবোৰৰ মাজত, পৰম্পৰানুক্ৰমে থকা সম্বন্ধ আৰু বিশ্বস্ততাৰ যোগসূত্ৰ। এইবোৰ সম্পূৰ্ণভাবে স্থানীয় আৰু গাইগুটীয়া ঘটনা আছিল। এই বিদ্ৰোহবোৰৰ দৃষ্টিও আছিল পিচৰ ফালে—অতীতৰ ফালে। জাতীয়তাবাদৰ আধুনিক অনুভূতি বা ঔপনিবেশিকতাৰ চৰিত্ৰ আৰু স্বৰূপ সম্পৰ্কে আধুনিক চেতনা নাইবা নতুন সামাজিক সম্বন্ধবোৰৰ ভেটিত এখন নতুন সমাজ গঢ়ি তোলাৰ চেতনা, বিদ্ৰোহ কৰোঁতাসকলৰ নাছিল। ইয়াৰ নেতাসকল স্বাভাৱিকতে প্ৰাচীনপন্থী আছিল। আৰু তেওঁলোকৰ চাৰিওদিশে পৃথিৱী খনৰ পৰিৱৰ্তনৰ কথাৰ একো চিন্তা নেপাইছিল। এওঁলোকক দমন কৰিবলৈ বৃটিছসকলে সময়ে সময়ে বিশাল সৈন্যবাহিনী প্ৰয়োগ কৰিছিল যদিও, বৃটিছ শক্তিৰ প্ৰতি এওঁলোকে বৰ দেশত লৰলগীয়া প্ৰত্যাহ্বান আগবঢ়াব নোৱাৰিলে। তথাপি এওঁলোকৰ মহৎ ৰবঙনি হ'ল এই যে, বিদেশী শাসনৰ বিৰুদ্ধে সংগ্ৰাম কৰাৰ আঞ্চলিক ঐতিহ্য তেওঁলোকেই স্থাপন কৰি গৈছিল।

১৮৫৭ চনৰ বিদ্ৰোহৰ লগতে বৃটিছ শাসনৰ বিৰুদ্ধে প্ৰাচীন পন্থীসকলৰ বিৰূপতাই চৰম সীমা পাইছিলগৈ। লাখ লাখ খেতিয়ক, বাটে আৰু সৈন্যই এই বিদ্ৰোহত অংশ গ্ৰহণ কৰিছিল। ১৮৫৭ চনৰ বিদ্ৰোহে বৃটিছ শাসনৰ ভেটি কঁপাই তুলিছিল।

বিদ্ৰোহৰ আৰম্ভনি চিপাহী সকলৰ নাইবা ইষ্ট ইণ্ডিয়া কোম্পানীৰ সৈন্যবাহিনীৰ ভাৰতীয় সৈনিক সকলৰ দ্বাৰা হলেও, অতি শীঘ্ৰে তাৰ জুইয়ে এক বিশাল অঞ্চল আৰু বহুসংখ্যক ৰাইজক সাঙুৰি পেলাইছিল, বহুদিন ধৰি বিদেশী চৰকাৰৰ বিপক্ষে ৰাইজৰ পুঞ্জীভূত অসন্তোষৰ ফল স্বৰূপে এই বিদ্ৰোহ হৈছিল। চৰকাৰৰ মাটিৰ খাজনা সংগ্ৰহ কৰা নীতিৰ ফলত মাটি হেৰুৱাবলগীয়া হোৱাত আৰু পুলিচ, সৰু বিষয়া আৰু নিম্ন আদালত সমূহৰ অত্যাচাৰ আৰু দুৰ্নীতিমূলক আচাৰৰ কাৰণে কৃষকসকল বিক্ষুব্ধ হৈছিল। বিশেষকৈ উত্তৰ ভাৰতৰ সমাজৰ মধ্যবিত্ত আৰু উচ্চ শ্ৰেণীৰ লোক সকলে, শাসন বিভাগৰ ভাল দৰমহা পোৱা উচ্চ পদবী লাভৰ পৰা বঞ্চিত হোৱাত কঠোৰ দুৰ্ভোগৰ সম্মুখীন হবলগীয়া হৈছিল। ধৰ্মীয় আৰু সাংস্কৃতিক বৃত্তিধাৰী পুৰোহিত, শাস্ত্ৰজ্ঞ, পণ্ডিত আৰু মৌলবীসকলে, তেওঁলোকৰ পৃষ্ঠপোষক-ভাৰতীয় শাসকবৰ্গ, ৰজা আৰু জমিদাৰ সকলে কৰ্তৃত্ব হেৰুওৱাৰ ফলত, উপাৰ্জনৰ পথ নেদেখা হ'ল। ১৮৫৬ চনত বৃটিছসকলে 'আওধ' দখল কৰাত সকলো ঠাইতে, বিশেষকৈ আওধৰ ৰাইজ বিক্ষুব্ধ হ'ল। এই কাৰ্য্যই কোম্পানীৰ সৈন্যসকলকো ক্ৰোধান্বিত কৰিছিল, কাৰণ তেওঁলোকৰ সৰহভাগেই আওধবাসী আছিল, তাৰোপৰি তেওঁলোকৰ পৰিয়াল-বৰ্গই আওধৰ ভোগ কৰা মাটিৰ ওপৰত উচ্চ হাৰত খাজনা দিবলগীয়া হৈছিল। বৃটিছ সকলে বেছিভাগ তালুকদাৰ আৰু জমিদাৰৰ 'তালুক' আৰু ভূ-সম্পত্তি বাজেয়াপ্ত কৰিছিল। এনে সম্পত্তি হেৰুওৱা তালুকদাৰবোৰ বৃটিছ শাসনৰ ভীষণ বিৰোধী হৈ পৰিছিল। বৃটিছ ভাইচৰয় লৰ্ড ডেলহাউচীয়ে অনুসৰণ কৰা "অঞ্চল বিশেষ গ্ৰাস কৰা নীতিৰ" ফলতো ভাৰতৰ দেশীয় ৰাজ্যসমূহৰ শাসকৰ

মাজত ত্ৰাসৰ সৃষ্টি হৈছিল। এই শাসকসকলে বিদেশী শক্তিৰ ওচৰত সম্পূৰ্ণ আত্মসমৰ্পণ আৰু হীন ভাবে আনুগত্য স্বীকাৰ কৰিও যে তেওঁলোকৰ অস্তিত্বৰ কোনো নিশ্চয়তা লাভ পাব নোৱাৰে সেই কথা উপলব্ধি কৰিলে। উদাহৰণ স্বৰূপে, এনে চামিলকৰণ নীতিৰ ফলতেই নানা চাহেব, ঝাঁসীৰ ৰাণী আৰু বাহাদুৰ শ্বাহ প্ৰত্যক্ষভাবে বৃটিছৰ ঘোৰ শত্ৰু হৈ পৰিছিল। কোম্পানীৰ সৈন্য বা চিপাহীবোৰ, দৰমহাৰ হাৰ বৰ কম হোৱাত, আৰু অতি কষ্ট কৰি জীৱন নিৰ্বাহ কৰিবলগীয়া হোৱা কাৰণে অসন্তুষ্ট হৈছিল, বৃটিছ বিষয়াসকলৰ অনুকম্পা বা ঘৃণাবোধক ব্যৱহাৰেও তেওঁলোকক ক্ষুণ্ণ কৰিছিল। সমসাময়িক ইংৰাজ দৰ্শক এজনে এনেদৰে উল্লেখ কৰিছে—"চিপাহীক এটা নিকৃষ্ট জীৱ বুলি ধাৰণা কৰা হৈছিল, তেওঁক গালি শপনি পৰা হৈছিল, কঠোৰ ব্যৱহাৰ কৰা হৈছিল, বহুসময়ত 'নিগাৰ' বুলি উল্লেখ কৰা হৈছিল। চিপাহীক সম্বোধন কৰা হৈছিল 'খুৱাৰ' অৰ্থাৎ গাহৰি বুলি। ডেকা ইংৰাজ বিষয়া সকলে তেওঁলোকক নিকৃষ্ট জন্তুৰ দৰে ব্যৱহাৰ কৰিছিল।" ইয়াৰোপৰি, চিপাহীসকলৰ পদোন্নতিৰ আশা একেবাৰে নাছিল বুলিলেই হয়, কাৰণ কোনো ভাৰতীয়ই মাহে ষাঠি বা সত্তৰ টকাকৈ দৰমহা পোৱা চুবেদাৰতকৈ উচ্চ পদ পাব নোৱাৰিছিল।

এনেদৰে, ১৮৫৭ চন পায়গৈ মানে দেশৰ পৰিস্থিতি গণ বিদ্ৰোহৰ কাৰণে উপযোগী হৈ পৰিল। চৰ্বি সনা কাৰ্টুজ (গুলী)ৰ প্ৰচলনে জানিবা সঞ্চিত বাৰুদত জুইৰ ফিৰিঙতিহে হ'ল। নতুন এনফিল্ড ৰাইফলৰ গুলীবোৰ চৰ্বি-সনা কাকতেৰে মেৰোৱা আছিল, গুলি ব্যৱহাৰ কৰিবলৈ হ'লে এই কাকতৰ এমূৰে কামুৰি একৰাই লব-লগীয়া হৈছিল। কিছুমান ক্ষেত্ৰত কাকতত সনা এই চৰ্বি গৰু আৰু গাহৰিৰ আছিল। ধৰ্মবিশ্বাসত আঘাত লগা এনে ধৰণৰ কামে চিপাহী সকলক ক্ৰোধান্বিত কৰিছিল। তেওঁলোকে বিদ্ৰোহ আচৰিবলৈ সাজু হৈছিল আৰু তেওঁলোকৰ এই বিদ্ৰোহে

ভাৰতীয় সমাজৰ অইন শ্ৰেণীকো বিদ্ৰোহ কৰিবলৈ শুভক্ষণ যোগাইছিল।

১৮৫৭ চনৰ ১০ মেৰ দিনাখন বিদ্ৰোহৰ আৰম্ভনি হৈছিল, দিল্লীৰ পৰা ৩৬ মাইল আঁতৰত অৱস্থিত মীৰাটত। তাৰ পৰা ইযাৰ শক্তি বাঢ়ি গৈ উত্তৰে পঞ্জাবৰ পৰা দক্ষিণে নৰ্মদালৈ আৰু পূবে বিহাৰৰ পৰা পশ্চিমে ৰাজপুতনালৈ এই বিশাল অঞ্চল সাঙুৰি লৈছিল। মীৰাটৰ চিপাহীসকলে তেওঁলোকৰ উৰ্দ্ধতন বিষয়া সকলক হত্যা কৰি দিল্লী অভিমুখে যাত্ৰা কৰিলে। পিচদিনা পুৱা তেওঁ-লোকে আহি দিল্লীত দেখা দিলে। দিল্লীৰ চিপাহী সকলো এই ইঙ্গিতৰ কাৰণেই অপেক্ষা কৰি আছিল। তেওঁলোকেও বিদ্ৰোহত যোগ দি নগৰখন অৱৰোধ কৰি বৃদ্ধ বাহাদুৰ শ্বাহক ভাৰতৰ সম্ৰাট বুলি ঘোষণা কৰিছিল। চিপাহীবোৰে এনেদৰে তেওঁলোকৰ বিদ্ৰোহক বিপ্লৱবাদী যুদ্ধত পৰিণত কৰিছিল। এত্তিয়াৰে পৰা, বিদ্ৰোহত অংশগ্ৰহণ কৰা সকলো চিপাহী, ভাৰতীয ৰজা আৰু জমিদাৰ সকলে মোগল সম্ৰাটৰ প্ৰতি আনুগত্য ঘোষণা কৰিবলৈ খৰখৰ লগাইছিল। সম্ৰাট বাহাদুৰ শ্বাহ এনেদৰে ভাৰতীয ঐক্যৰ প্ৰতীক হৈ পৰিছিল।

উত্তৰ আৰু মধ্য ভাৰতৰ সকলো ঠাইতে চিপাহীসকলৰ বিদ্ৰোহৰ পিচতে অসামৰিক ৰাইজৰ গণবিদ্ৰোহ হৈছিল। সাধাৰণ ৰাইজে বহু সময়ত যাঠী, কুঠাৰ, ধেনুকাঁড়, লাঠি, দা-কটাৰী আৰু দেশী বন্দুকেৰে যুঁজ কৰিছিল। কৃষক আৰু কাৰিগৰ সকলে এই বিদ্ৰোহত বহুলভাবে অংশগ্ৰহণ কৰাত, বিশেষকৈ আজি-কালিৰ উত্তৰ প্ৰদেশ আৰু বিহাৰ অঞ্চলত এই বিদ্ৰোহৰ শক্তি বৃদ্ধি পাইছিল। এটা আনুমানিক হিচাপ অনুসৰি, আওধত বৃটিছসকলৰ বিৰুদ্ধে যুঁজত নিহত প্ৰায় ১ লাখ ৫০ হেজাৰ লোকৰ ভিতৰত ১ লাখৰো ওপৰ অসামৰিক নাগৰিক আছিল।

১৮৫৭ চনৰ বিদ্ৰোহৰ শক্তিৰ এক উল্লেখযোগ্য উৎস আছিল হিন্দু আৰু মুছলমানৰ ঐক্য। চিপাহী, সাধাৰণ ৰাইজ আৰু নেতা,

সকলোৰে মাজত হিন্দু-মুছলমান নিৰ্বিশেষে সম্পূৰ্ণ সহযোগিতা চলিছিল। সকলো বিদ্ৰোহীয়ে মুছলমানধৰ্মী বাহাদুৰ খাহক তেওঁ-লোকৰ সম্ৰাট হিচাপে স্বীকাৰ কৰি লৈছিল। হিন্দু আৰু মুছলমান বিদ্ৰোহী আৰু চিপাহীসকলে পৰস্পৰে পৰস্পৰৰ অনুভূতিৰ প্ৰতি শ্ৰদ্ধা দেখুৱাইছিল। উদাহৰণ স্বৰূপে, য'তেই বিদ্ৰোহ কৃতকাৰ্য্য হৈছিল, তাতেই তৎক্ষণাৎ হিন্দু অনুভূতিৰ প্ৰতি শ্ৰদ্ধাবশতঃ গো হত্যা নিষিদ্ধ কৰা হৈছিল। তাৰোপৰি নেতৃত্বৰ আটাইবোৰ শ্ৰেণীতে হিন্দু আৰু মুছলমানে সমানভাৱে ভালদৰে প্ৰতিনিধিত্ব পাইছিল। এগৰাকী উচ্চ পদস্থ বৃটিছ বিষয়াই পিচত এই সম্পৰ্কে আপত্তি কৰিছিল ঃ "এই ঘটনাত আমি হিন্দুৰ বিৰুদ্ধে মুছলমানক লগাব নোৱাৰিলোঁ।" দৰাচলতে ১৮৫৭ চনৰ ঘটনাবলীয়ে ভাৰতীয় ৰাইজ আৰু তেওঁলোকৰ ৰাজনীতি, ১৮৫৮ চনৰ আগতে আৰু মধ্যযুগত সাম্প্ৰদায়িক যে নাছিল তাক স্পষ্টকৈ প্ৰমাণ কৰে।

শেহত, সমগ্ৰ বিশ্বতে ক্ষমতাত উচ্চস্থান লাভ কৰা আৰু অধিকাংশ ভাৰতীয় ৰজা-মহাৰজা আৰু বিভিন্ন দলপতিৰ সমৰ্থন পোৱা বৃটিছ সাম্ৰাজ্যবাদৰ সমৰ্থন শক্তিৰ আগত অস্ত্ৰশস্ত্ৰ, সংগঠন, শৃঙ্খলা নথকা আৰু এক দৃঢ় প্ৰতিজ্ঞ ঐক্যবদ্ধ নেতৃত্ব বিহীন বিদ্ৰোহী-সকল তিষ্ঠিব নোৱাৰিলে। তেওঁলোকৰ এই অসুবিধাবোৰ আঁত-ৰোৱাৰ আগতে, বৃটিছ চৰকাৰে নিজৰ হাতত থকা বিপুল সা-সম্পদ গোটাই অতি নিষ্ঠুৰতাৰে বিদ্ৰোহীসকলক দমন কৰিলে। ১৮৫৭ চনৰ ২০ চেপ্তেম্বৰ তাৰিখে বৃটিছসকলে দিল্লী দখল কৰি সম্ৰাট বাহাদুৰ খাহক বন্দী কৰাত বিদ্ৰোহীসকলৰ ওপৰত এক শক্তিশালী আঘাত পৰিল। তথাপি অইন নেতাসকলে অতি সাহসেৰে যুঁজ চলাই গ'ল, কিন্তু এজন এজনকৈ তেওঁলোকো পৰাজিত হ'ল। কানপুৰত নানাচাহেবৰ পৰাজয় হ'ল। তেওঁৰ অনুগত সেনানায়ক তাঁতীয়া টোপিয়ে সাহসেৰে চমকপ্ৰদ গৰিলা যুদ্ধ ১৮৫৯ চনৰ এপ্ৰিললৈকে চলাই গৈছিল। পিচে সেই আহতেই তাঁতীয়া টোপিৰ এক জমিদাৰ বন্ধুয়ে বিশ্বাসঘাতকতা কৰি তেওঁক শত্ৰুৰ হাতত

সোধাই দিলে। ১৮৫৮ চনৰ ১৭ জুনৰ দিনাখন ঝাঁসীৰ ৰাণীয়ে হাতত তৰোৱাল লৈয়ে মৃত্যু বৰণ কৰিলে। ১৮৫৯ চনলৈকে, বিহাৰৰ কোৱঁৰ সিং, প্ৰথমতে চিপাহী হৈ নিজৰ দক্ষতাত দিল্লীৰ বিদ্ৰোহী সকলৰ সেনাপতি পদ পোৱা মেধাবী চিপাহী বখট খাঁ, বেৰিলীৰ খান বাহাদুৰ খান আৰু ফৈজাবাদৰ মৌলৱী আহমদুল্লা মৃত্যু মুখত পৰিল আৰু আওধৰ বেগমে নেপাললৈ পলাবলগীয়া হ'ল।

১৮৫৯ চনৰ শেষৰ ফালে ভাৰতবৰ্ষৰ ওপৰত বৃটিছ সকলৰ কৰ্তৃত্ব সম্পূৰ্ণভাবে স্থাপিত হৈছিল। কিন্তু সেইবুলি বিদ্ৰোহ অথলে যোৱা নাছিল। যদিও ভাৰতক ৰক্ষা কৰিবলৈ পুৰণি প্ৰথা আৰু পৰম্পৰাগত প্ৰাচীন নেতৃত্বৰ তলত এয়া আছিল এক মৰোঁজীওঁ নজনা প্ৰচেষ্টা, তথাপি বৃটিছ সাম্ৰাজ্যবাদৰ পৰা স্বাধীনতা লাভ কৰিবলৈ ভাৰতীয় ৰাইজৰ ই আছিল প্ৰথম মহৎ মুক্তি সংগ্ৰাম। বিদ্ৰোহৰ নায়কসকলৰ নাম অচিৰতে দেশত ঘৰে ঘৰে জনাজাত হৈছিল। অৱশ্যে তেওঁলোকৰ নাম উল্লেখ কৰিলেই শাসক সকলে ভুৰু কোঁচাইছিল।

## জনজাতীয় ৰাইজৰ অভ্যুত্থান

ভাৰতৰ এক বিশাল অঞ্চল জুৰি থকা জনজাতীয় লোকসকলে শ শ বিদ্ৰোহত অংশ গ্ৰহণ কৰিছিল। তেওঁলোকে বৃটিছ ক্ষমতাৰ প্ৰসাৰ আৰু ঔপনিবেশিক প্ৰশাসন ব্যৱস্থাক তেওঁলোকৰ অঞ্চললৈ বিস্তাৰৰ বিৰোধিতা কৰিছিল। সুদখোৰ মহাজন, বেপাৰী আৰু জোতদাৰ সকল তেওঁলোকৰ সৰল আৰু নিৰাপদ জীৱনৰ ভিতৰত সোমাই পৰা কাৰণে তেওঁলোকৰ বৰ বেছি আপত্তি আছিল। জনজাতীয় ৰাইজক ঔপনিবেশিক অৰ্থনীতি আৰু শোষণৰ নিয়ন্ত্ৰণাধীন কৰাৰ ক্ষেত্ৰত এই ঋণদাৰ মহাজন, বেপাৰী আদি বৃটিছসকলৰ হাতিয়াৰ স্বৰূপ আছিল। পৰ্বতীয়া ৰাইজৰ বিদ্ৰোহবোৰত তেওঁলোকৰ অসীম সাহস আৰু আত্মত্যাগ আৰু চৰ্বকাৰী



ভাৰতীয় জাতীয় ক গ্ৰেছৰ প্ৰথম অধিবেশনৰ ( ১৮৮৫ ) প্ৰতিনিধিবৰ্গ



Proclamation.

Whereas the Government has thought fit to effectuate the Partition of Bengal in spite of the universal protest of the Bengali nation we hereby pledge and proclaim that we as a people shall do everything in our power to counteract the evil effects of the dismemberment of our province and to maintain the integrity of our race. So help us God

Dated [illegible]

বঙ্গভঙ্গৰ প্ৰতিৰোধ ঘোষণাপত্ৰ

পুনাত হোম ৰুল লীগৰ শোভাযাত্ৰা



দমন যন্ত্ৰৰ নিষ্ঠুৰ ঘাতকৰ আচৰণ লক্ষ্য কৰিব লগীয়া। একালে ক্ৰুদ্ধ অথচ সাতামপুৰুষীয়া কুঠাৰ, ধেনুকাঁড় আদিৰ দৰে অস্ত্ৰকে সম্বল কৰি থিয় হোৱা বিশৃঙ্খল বাইজ আৰু আনকালে যুদ্ধৰ আধুনিকতম অস্ত্ৰেৰে সু-সজ্জিত বৃটিছৰ শৃঙ্খলাবদ্ধ ভাৰতীয় সৈন্য বাহিনীৰ মাজত হোৱা ৰণবোৰত লাখ লাখ লোকৰ মৃত্যু হৈছিল। জনজাতীয় লোকৰ অসংখ্য বিদ্ৰোহৰ ভিতৰত ১৮২০ চনৰ পৰা ১৮৩৭ চনলৈ কোলসকলৰ, ১৮৫৫-৫৬ চনত চাঁওতাল, ১৮৭৯ চনত ৰাম্পা আৰু ১৮৯৫ চনৰ পৰা ১৯০১ চনলৈ মুণ্ডাসকলৰ বিদ্ৰোহ উল্লেখযোগ্য।

## কৃষক আন্দোলন আৰু বিদ্ৰোহ

ঔপনিবেশিক শোষণ ব্যৱস্থাৰ আটাইতকৈ বেছি দুৰ্ভোগ ভুগিছিল ভাৰতীয় কৃষক বাইজে। ইয়াৰ ফলত তেওঁলোকে প্ৰত্যেক খোজতে যুদ্ধ দিবলগা হৈছিল। দুৰ্ভাগ্যবশতঃ বৃটিছ ঔপনিবেশিকতাৰ বিৰুদ্ধে কৃষক সকলৰ প্ৰতিৰোধৰ বিস্তৃত বিৱৰণ সহজে পোৱা নাযায়। এই বিৱৰণ এতিয়াও চৰকাৰী সংৰক্ষিত কাকত—আৰু আধুনিক বুৰঞ্জীৰ অন্যান্য সমলত লুকাই আছে। তাৰোপৰি কৃষক সকলৰ বিদ্ৰোহক বহু ক্ষেত্ৰত আইন বিৰোধী কাম আৰু চৰকাৰী নথি পত্ৰত ডকাইতি বুলি তালিকাভুক্ত কৰা হৈছিল। যোৱা কেইবছৰ মানতহে আমি বৃটিছ কৰ্তৃত্বৰ বিৰুদ্ধে কৃষক সকলৰ বিৰোধিতাৰ অসংখ্য ঘটনাৰ প্ৰাথমিক জিলিঙনি পাইছোঁ।

আমি আগতে দেখিছোঁ, জমিদাৰ আৰু সকসুৱা প্ৰধানসকলে নেতৃত্ব কৰা অসামৰিক বিদ্ৰোহবোৰৰ মেৰুদণ্ড আছিল কৃষক-সকল। এই কথা ১৮৫৭ চনৰ বিদ্ৰোহৰ ক্ষেত্ৰত সম্পূৰ্ণ ভাবে খাটে। ধৰ্মৰ মতবাদ লৈ আৰু এলানি কৃষক বিদ্ৰোহৰ সৃষ্টি হৈছিল। ধৰ্ম আৰু সমাজৰ সংস্কাৰ আৰু শুদ্ধিকৰণৰ আন্দোলন হিচাপে পাতনি মেলি ধৰ্ম নিৰ্বিশেষে নতুন জমিদাৰ, মাটিৰ মালিক

আৰু মহাজন সকলক পোনপটীয়া ভাবে আক্ৰমণ কৰাত অচিৰতে এই বিদ্ৰোহবোৰৰ উৎপত্তিৰ কাৰণ যে মাটি সংশ্লিষ্ট কথা সেয়া স্পষ্ট হৈ পৰিছিল। পিচত তেওঁলোকে বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সংঘৰ্ষত লিপ্ত হৈছিল। এনেধৰণৰ বিদ্ৰোহৰ উদাহৰণ হ'ল এসময়ত বঙ্গ, বিহাৰ, পঞ্জাব আৰু মাদ্ৰাজক আবৰি লোৱা 'ওৱাহাবী' আন্দোলন, বঙ্গদেশৰ 'ফৰাজী' আন্দোলন আৰু পঞ্জাৱৰ 'কুকা' বিদ্ৰোহ।

১৮৫৮ চনৰ পিচত বৃটিছ শাসনৰ বিৰুদ্ধে কৃষকসকলৰ প্ৰতিৰোধৰ পন্থা সলনি হ'ল। নিজৰ দাবীৰ কাৰণে কৃষকসকলে এতিয়া চৰকাৰ, বিদেশী চাহ খেতিয়ক, দেশীয় জমিদাৰ আৰু ঋণদাৰ মহাজন সকলৰ বিৰুদ্ধে পোনপটীয়াকৈ যুঁজিবলৈ ললে।

১৮৫৯-৬০ চনত বঙ্গদেশক বুৰাই পেলোৱা নীল খেতিৰ আন্দোলনকে আধুনিক যুগৰ কৃষক আন্দোলনৰ আটাইতকৈ ডাঙৰ আন্দোলন বুলিব পাৰি। নীলখেতি ইউৰোপীয়সকলৰ একেবাৰে একচেতীয়া ব্যৱসায় আছিল। বিদেশী নীলকৰ সকলে খেতিয়কসকলক নীল খেতি কৰিবলৈ বাধ্য কৰাইছিল আৰু অকথ্য অত্যাচাৰ কৰিছিল। নিজৰ আৰ্থিক ক্ষতি কৰিও নীলখেতি কৰিবলৈ কৃষক সকল যাতে বাধ্য হয়, তাৰ কাৰণে, নীলখেতিৰ বিদেশী মালিক সকলে বেআইনী মাৰ পিট আৰু আটক কৰি ৰখা ব্যৱস্থাৰ আশ্ৰয় লৈছিল। ১৮৬০ চনত "নীলদৰ্পণ" নামৰ নাটকখনত বিখ্যাত বঙ্গালী লিখক দীনবন্ধু মিত্ৰই এই অত্যাচাৰৰ বিৱৰণ বিশদভাবে ফুটাই তুলিছিল। ১৮৫৯ চনত খেতিয়কসকলৰ খঙৰ জোৰ পাৰ ভাঙি গ'ল। হেজাৰ হেজাৰ খেতিয়কে স্বতস্ফূৰ্তভাবে নীল উৎপাদন কৰিবলৈ অমান্তি হ'ল আৰু খেতিৰ বিদেশী মালিকসকলৰ আৰু তেওঁলোকৰ সশস্ত্ৰ পহৰাদাৰৰ শাৰীৰিক পাশৱিকতা আৰু হিংসোন্মত্ততাক দৃঢ়ভাবে বাধা দিলে। বঙ্গদেশৰ নতুন বুদ্ধিজীৱীসকল এই ঘটনাৰ সমৰ্থনত সমানে জাগি উঠিল আৰু বিদ্ৰোহী খেতিয়ক সকলক সহায় কৰিবলৈ এক শক্তিশালী অভিযান চলাই চৰকাৰক

এখন তদন্ত আয়োগ নিযুক্ত কৰিবলৈ বাধ্য কৰিলে। ইয়াৰ ফল স্বৰূপে নীলখেতিৰ মালিক—নীলকৰ সকলৰ বৰ্বৰতা কিছু পৰিমাণে আঁতৰিলে। কিন্তু নীলকৰ সকলৰ অত্যাচাৰ আৰু কৃষকসকলৰ প্ৰতিৰোধ চলি থাকিল। ১৮৬৬ ৰ পৰা ১৮৬৮ চনৰ ভিতৰত দ্বাৰভাঙ্গা আৰু চম্পাৰণত বিহাৰৰ নীল খেতিয়কসকলে ব্যাপক-ভাবে বিদ্ৰোহ আচৰিলে। সেইদৰে বঙ্গদেশৰ যশোহৰৰ খেতিয়ক সকলে ১৮৮৩ আৰু ১৮৮৯-৯০ চনত বিদ্ৰোহ কৰিলে।

১৮৭০ চনত কৃষিক্ষেত্ৰত আকৌ অশান্তি আহি পৰিল—এইবাৰ পূৰ্ববঙ্গত। বঙ্গদেশৰ প্ৰতাপী জমিদাৰসকল প্ৰজাক অত্যাচাৰ কৰাৰ কাৰণে কুখ্যাত আছিল। তেওঁলোকে ইচ্ছামতে কৃষক সকলক ভেটিৰ পৰা উছন কৰা, হাৰাশাস্তি কৰা, বেআইনী ভাবে শস্য আৰু বয়বস্তুকে ধৰি সম্পত্তি কাঢ়ি লোৱা, জোৰ জুলুম কৰা—আদি অত্যাচাৰ কৰিছিল। খাজনা বঢ়াবলৈ আৰু কৃষক সকলে মাটিত দখল স্বত্ব পোৱাত বাধা দিবলৈ তেওঁলোকে যথেষ্ট বল প্ৰয়োগো কৰিছিল। বঙ্গৰ খেতিয়ক সকলৰো বিদেশী শাসনৰ বিৰোধিতা কৰাৰ এক সুদীৰ্ঘ পৰম্পৰা আছিল। ১৭৮২ চনতে ইষ্ট ইণ্ডিয়া কোম্পানীৰ খাজনা তোলা খেতিয়ক সেৱী সিংহৰ বিৰুদ্ধে উত্তৰ বঙ্গৰ খেতিয়ক সকলে বিদ্ৰোহ কৰিছিল। ১৮৭২ ৰ পৰা ১৮৭৬ চনৰ ভিতৰত তেওঁলোকে খাজনা নিদিয়া আন্দোলনত একগোট হৈছিল আৰু পূৰ্ববঙ্গৰ বিভিন্ন অঞ্চলত জমিদাৰ আৰু তেওঁলোকৰ বহতীয়া সকলক আক্ৰমণ কৰিছিল। চৰকাৰে হস্তক্ষেপ আৰু কঠোৰ দমন ব্যৱস্থাৰেহে কৃষকসকলৰ প্ৰতিৰোধ দমাব পাৰিছিল। ইমানতো পিছৰ কেইবছৰত সময়ে সময়ে প্ৰতিৰোধ আন্দোলনে আকৌ উক দিছিল। জমিদাৰৰ অত্যাচাৰৰ পৰা খেতিয়কসকলক ৰক্ষা কৰিবলৈ বিধান প্ৰণয়ন কৰাৰ প্ৰতিশ্ৰুতি দিহে চৰকাৰে এই আন্দোলন মাৰ নিয়াইছিল। এই বোৰতো নতুন বুদ্ধিজীৱীসকলৰ এটা বৃহৎ সংখ্যাই কৃষকসকলৰ আন্দোলনৰ প্ৰতি সমৰ্থন আগবঢ়াইছিল।

১৮৭৫ চনত মহাৰাষ্ট্ৰৰ আহমদনগৰ আৰু পুণা জিলাত এটা ডাঙৰ কৃষি আন্দোলনৰ সূত্ৰপাত হৈছিল। মহাৰাষ্ট্ৰত চৰকাৰে কৃষকসকলৰ লগত মাটিৰ খাজনা পোনপটীয়াকৈ থিৰাং কৰিছিল। ইফালে চৰকাৰী খাজনাৰ দাবী ইমান চৰা আছিল যে বেছিভাগ কৃষকে ঋণদাৰৰ পৰা টকা ধাৰ নোলোবাকৈ খাজনা সোধোৱা অসম্ভৱ হৈছিল। ঋণদাৰসকলে আকৌ ধাৰে দিয়া টকাৰ ওপৰত বৰ বেছি সুদ লৈছিল। এওঁলোকে কৃষকৰ আৰু তেওঁৰ মাটিৰ ওপৰত দখল দৃঢ়তৰ কৰিবলৈ সকলো ধৰণৰ সম্ভৱপৰ আইনসিদ্ধ আৰু বে-আইনী কৌশল আৰু চাতুৰীৰ আশ্ৰয় লৈছিল। ফলত ক্ৰমান্বয়ে সৰহভাগ মাটি বন্ধকত যাবলৈ ধৰিলে নাইবা ঋণদাৰক কম দামত বিক্ৰি কৰি দিয়া হ'ল। ১৮৭৪ চনৰ শেহৰ ফালে কৃষকসকলৰ ধৈৰ্য্যৰ সীমা পাৰ হ'ল। পুণা আৰু আহমদনগৰ জিলাৰ কৃষকসকলে ঋণদাৰসকলক সামাজিকভাবে বৰ্জন কৰিলে। এয়ে গৈ মৰাকটাত পৰিণত হ'ল। সকলো ঠাইতে খেতিয়কসকলে জোৰ জবৰদস্তি কৰি ঋণৰ দলীল, ডিক্ৰী আৰু আন ঋণ সম্বন্ধীয় দলীল পত্ৰ হস্তগত কৰি প্ৰকাশ্যে সেইবোৰ পুৰি পেলালে। পুলিচে খেতিয়কসকলৰ এই প্ৰতিৰোধ আন্দোলনৰ জুই নুমাব নোৱাৰিলে। এই জুই পুণাত থকা অশ্বাৰোহী, পদাতিক আৰু গোলন্দাজ বাহিনীৰ গোটেই দলটোৱে কৃষকসকলৰ বিপক্ষে নমাতহে যেনিবা নুমাব পৰা হ'ল। এইবাৰো মহাৰাষ্ট্ৰৰ আধুনিক বুদ্ধিজীৱিসকলে কৃষক সকলৰ দাবী সমৰ্থন কৰিলে। তেওঁলোকে কৃষকসকলৰ দুৰৱস্থাৰ মূলত উচ্চ-হাৰত খাজনাৰ দাবী আৰু খেতিয়কসকলক সস্তীয়া সুদত ঋণ যোগাবলৈ চৰকাৰৰ অক্ষমতা—এই দুটা কাৰণলৈ আঙুলিয়াই দিলে।

দেশৰ আন আন অঞ্চলতো কৃষকসকলৰ প্ৰতিৰোধ আন্দোলন হৈছিল। এনে ধৰণৰ দুটা উদাহৰণ এইখিনিতে উল্লেখ কৰিব পাৰি। মাটিৰ মালিক সকলৰ (জেনমি) অত্যাচাৰত হাৰাশাস্তি হৈ মালাবাৰ (উত্তৰ কেৰালা)ৰ মাপ্পিলা কৃষকসকলে

১৮৩৬ চনৰ পৰা ১৮৫৪ চনলৈ ২২ টা বিদ্ৰোহ সংগঠন কৰিছিল। ১৮৭৩ চনৰ পৰা ১৮৮০ চনলৈ মাপ্পিলা সকলৰ অসন্তোষৰ জুই আৰু পাঁচবাৰ জ্বলি উঠিছিল। সেইদৰে মাটিৰ খাজনা উচ্চ হাৰত ধাৰ্য্য কৰাঁতে অসমৰ ভৈয়াম অঞ্চলতো ১৮৯৩-৯৪ চনৰ কালচোৱাত মাৰপিট চলিছিল। খেতিয়কসকলে বৃদ্ধিৰ হাৰত খাজনা দিবলৈ অমান্তি হৈছিল। সকলোবে একগোট হৈ তেওঁলোকৰ মাটি দখল কৰিবলৈ চৰকাৰী কৰ্মচাৰীসকলে কৰা প্ৰচেষ্টাৰ বিৰুদ্ধে থিয় দি খাজনা সংগ্ৰহকাৰী সকলৰ লগত যুদ্ধ কৰিছিল। অসমৰ কৃষকসকলৰ এই আন্দোলন দমন কৰিবলৈ, চৰকাৰে এক বিশাল সৈন্য বাহিনী আৰু সশস্ত্ৰ পুলিচ বাহিনী গোট খুৱাই প্ৰয়োগ কৰিবলগীয়া হৈছিল। নিষ্ঠুৰ বন্দুকৰ গুলী আৰু বেয়নেটৰ আঘাতত বহুতো খেতিয়ক নিহত হৈছিল। সেই সময়ৰ—পুলিচ আৰু সৈন্যবাহিনীৰ নৃশংস ব্যৱহাৰৰ কথা অসমৰ ৰাইজে আজিও সোঁৱৰে।

কৃষকসকলৰ আন্দোলনে অথবা জনগণৰ বিদ্ৰোহে উনৈছ শতিকাত ভাৰতৰ ওপৰত বৃটিছসকলৰ প্ৰভুত্বক তলাব পৰা নাছিল। এইবোৰ ভাৰতীয় অৰ্থনীতিক ঔপনিবেশিক মুখী কৰাৰ ফলত উদ্ভৱ হোৱা অসংখ্য দখলচ্যুতি আৰু অসহনীয় অত্যাচাৰৰ প্ৰতি কৃষক আৰু জনজাতীয়লোকৰ স্বতস্ফূৰ্ত আৰু স্বাভাৱিক প্ৰত্যাহ্বান আছিল। বহু সময়ত তেওঁলোকৰ দুৰ্ভোগৰ বাবে দায়ী নীল-খেতিয়ক, জমিদাৰ অথবা ঋণদাৰ সকলেই খেতিয়কসকলৰ ক্ৰোধৰ লক্ষ্য হৈ পৰিছিল। কিন্তু আইন আৰু শৃঙ্খলা বজাই ৰখাৰ নামত কৃষিক্ষেত্ৰত ঔপনিবেশিক গাঁথনি প্ৰৱৰ্তন কৰাৰ বৃটিছ প্ৰচেষ্টাবো তেওঁলোকে দৃঢ়ভাবে বিৰোধিতা কৰিছিল। এইদৰে ব্যৱহাৰিক ক্ষেত্ৰত ভাৰতৰ নিৰক্ষৰ আৰু হোজা খেতিয়ক ৰাইজে ন-কৈ শিক্ষিত বা উচ্চশ্ৰেণীৰ ভাৰতবাসীতকৈ ঔপনিবেশিকতাৰ ভয়াবহ ৰূপটো বেছি ভালকৈ উপলব্ধি কৰিছিল। অৱশ্যে তেওঁলোকৰ আন্দোলন সফল হোৱাৰ কোনো সম্ভাৱনা নাছিল। কাৰণ গোটেই বিশ্বজুৰি থকা সাম্ৰাজ্যৰ সমলেৰে আৰু অতি আধুনিক

অস্ত্ৰেৰে সুসজ্জিত এক শক্তিশালী সাম্ৰাজ্যবাদৰ আগত কৃষকসকলৰ আস্থা, সাহস, বীৰত্ব আৰু অসীম আত্মত্যাগ তিষ্ঠিব নোৱাৰিলে। কাৰণ, তেওঁলোকৰ কোনো নতুন মতবাদ নাছিল, নাইবা ঔপনিবেশিকতাৰ পৰা উদ্ভৱ হোৱা নতুন সামাজিক শক্তিবোৰক জুখি মাখি চাই তাৰ ওপৰত ভেটি কৰি লোৱা সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক আঁচনিও নাছিল। ৰাইজক সমূহীয়া ভাৱে একত্ৰিত কৰা এক নতুন জীৱনৰ কিম্বা সামাজিক বিপ্লৱৰ আঁচনি তেওঁলোকৰ নাছিল। যিমানেই সংখ্যাত বেছি হওক, মাজে সময়ে ঘটা ঐক্যহীন বিদ্ৰোহে আধুনিক সাম্ৰাজ্যবাদক হুকৰাব নোৱাৰিলে। সাম্ৰাজ্যবাদক পৰাস্ত কৰিবৰ কাৰণে প্ৰয়োজন আছিল আধুনিক ভাবধাৰা আৰু বিশ্লেষণৰ নতুন সামাজিক দৃষ্টিভঙ্গি আৰু নতুন মতবাদৰ ওপৰত প্ৰতিষ্ঠিত এক জন সংগ্ৰামৰ আৰু সমগ্ৰ দেশ জুৰি ৰাজনৈতিক কাৰ্য্যাবলীৰ বাবে জনগণক এক গোট কৰিব পৰা নেতৃত্বৰ। কুৰি শতিকাত যেতিয়াক ৰাইজৰ অসন্তোষ যেতিয়া সৰ্বসাধাৰণৰ সাম্ৰাজ্যবাদ বিৰোধী বিক্ষোভৰ লগত বিলীন হ'ল আৰু তেওঁলোকৰ ৰাজনৈতিক কাৰ্য্যাবলীয়ে বিশাল জাতীয় আন্দোলন আৰু আধুনিক কিষান আন্দোলন ৰূপে প্ৰকাশ পালে তেতিয়াহে বিদ্ৰোহৰ পৰিবেশ আহিল। উনৈছ শতিকাৰ জনগণৰ আন্দোলন আৰু বিদ্ৰোহবোৰ কিন্তু সাম্ৰাজ্যবাদৰ বিপক্ষে ভাৰতবাসীৰ মাজত সুপ্ত হৈ থকা বিৰোধৰ অসংখ্য উৎসৰ প্ৰকাশ আছিল।

## আধুনিক ৰাজনীতি আৰু ৰাজনৈতিক সন্থা

উনৈছ শতিকাৰ দ্বিতীয়াৰ্দ্ধত ভাৰতত জাতীয় ৰাজনৈতিক চেতনাই গজালি মেলিলে আৰু এক সুসংগঠিত জাতীয় আন্দোলনৰ পাতনি আৰু বিকাশ দেখা গ'ল। এই কালচোৱাত আধুনিক ভাৰতীয় বুদ্ধিজীৱিসকলে দেশত ৰাজনৈতিক শিক্ষা প্ৰচাৰ কৰিবলৈ, ৰাজনৈতিক সন্থা কেতবোৰ স্থাপন কৰিলে। এই কামৰ ভেটিৰ

কাৰণে, নতুন ৰাজনৈতিক চিন্তাধাৰা, বাস্তৱৰ এক নতুন বৌদ্ধিক জ্ঞান, নতুন সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক লক্ষ্য, আন্দোলন আৰু প্ৰতিৰোধৰ নতুন শক্তি আৰু ৰাজনৈতিক সংগঠনৰ এক নতুন কৌশলৰ প্ৰয়োজন হৈছিল। মতবাদ, নীতি, সংগঠন আৰু নেতৃত্বৰ ক্ষেত্ৰত ই এক যুগ পৰিবৰ্তনৰ ক্ষণ আছিল। আধুনিক ৰাজনৈতিক কামৰ লগত ভাৰতীয় সকল সমূলি পৰিচিত নোহোৱা কাৰণে এই কাম কঠিন আছিল, আনকি শাসকসকলৰ বিৰোধিতা কৰি জনসাধাৰণে যে ৰাজনৈতিক সংগঠন কৰিব পাৰে তেনে কথা অভাৱনীয় আছিল। সেয়ে ৰাজনৈতিক সম্থা আৰু কৰ্মীসকলৰ কাম যথেষ্ট ধীৰ গতিত আগবাঢ়িছিল। ইয়াৰ ফলত সৰ্বসাধাৰণ ৰাইজক, আধুনিক ৰাজনীতিৰ মেৰপাকলৈ আনিবলৈ অৰ্দ্ধশতাব্দীৰো বেছি সময় লাগিছিল। ৰাজা ৰামমোহন ৰায়েই ভাৰতীয় নেতাসকলৰ ভিতৰত পোন প্ৰথমতে ৰাজনৈতিক সংস্কাৰৰ কাৰণে আন্দোলন আৰম্ভ কৰিছিল। তেওঁ বাতৰি কাকতৰ স্বাধীনতা, জুৰী প্ৰথাৰে বিচাৰ, কাৰ্য্যপালিকা আৰু ন্যায়পালিকাৰ পৃথকীকৰণ, চাকৰীৰ উচ্চপদত ভাৰতবাসীৰ নিয়োগ, জমিদাৰৰ অত্যাচাৰৰ পৰা ৰায়তক ৰক্ষা আৰু ভাৰতীয় বাণিজ্য আৰু উদ্যোগসমূহৰ বিকাশৰ বাবে যুঁজিছিল। তেখেতৰ সমস্ত ৰাজহুৱা উথলমাথলৰ গুৰিত, বৃটিছ শাসনৰ কিছুকালৰ পিচত, স্বাধীন ভাৰতবৰ্ষই জন্মলাভ কৰিব বুলি এটি আশা আছিল। ৰাজা ৰামমোহন ৰায়ে আন্তঃৰাষ্ট্ৰীয় ঘটনাবলীৰ প্ৰতি তীব্ৰ অনুৰাগ দেখুৱাইছিল। সকলো ক্ষেত্ৰতে তেওঁ মুক্তি, গণতন্ত্ৰ আৰু জাতীয়তাবাদৰ স্বাৰ্থক সমৰ্থন কৰিছিল।

ৰাজা ৰামমোহন ৰায়ৰ মৃত্যুৰ পিচত তেখেতৰ এই ভাৱধাৰা বহন কৰিছিল 'দেৰোজিয়ান' বুলি খ্যাত এদল উগ্ৰপন্থী বঙালী যুৱকে। এই নাম বিখ্যাত ইঙ্গ-ভাৰতীয় শিক্ষক হেনৰী ভিভিয়ান দেৰোজিওৰ পৰা তেওঁলোকে লৈছিল। দেৰোজিওই ফৰাচী বিপ্লৱ, টম পেইন আৰু জেৰেমী বেনথামৰ মতবাদৰ ওপৰত প্ৰতিষ্ঠিত,

স্বাধীনতা আৰু দেশপ্ৰেমৰ, এক প্ৰবল আবেগ, তেওঁৰ ছাত্ৰসকলৰ মনত সুমুৱাই দিছিল। 'দেৰোজিয়ান' সকলে আধুনিক ভাৱধাৰা আৰু ভাৰতৰ ওপৰত সেইবোৰৰ প্ৰয়োগ সম্পৰ্কে আলোচনা কৰিবলৈ অসংখ্য ৰাজহুৱা সন্থা খুলিলে আৰু এই নতুন ভাবধাৰা প্ৰচাৰ কৰিবলৈ বহুতো বাতৰিকাকত আৰু আলোচনী উলিয়াবলৈ আৰম্ভ কৰিলে। এইদৰে ১৮২০ আৰু ১৮৩০ চনৰ ভিতৰত ৰাজা ৰামমোহন ৰায় আৰু দেৰোজিয়ান সকলে আধুনিক ৰাজনৈতিক চেতনাৰ গুটি সিঁচিলে।

ভাৰতত প্ৰথম ৰাজনৈতিক সন্থা হ'ল ১৮৩৭ চনত কলিকতাত খোলা ভূস্বামীসকলৰ সমাজ। কিন্তু ইয়াক খোলাৰ উদ্দেশ্য আছিল বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যাৰ জমিদাৰ শ্ৰেণীৰ স্বাৰ্থ ৰক্ষা কৰা। ১৮৪৩ চনত ব্যাপক ৰাজনৈতিক উদ্দেশ্য লৈ বঙ্গদেশৰ বৃটিছ ভাৰতীয় সমাজ (বেঙ্গল বৃটিছ ইণ্ডিযান চোচাইটি) সংগঠিত হ'ল। দুয়োটা সন্থাই ১৮৫১ চনত মিলি গৈ বৃটিছ ভাৰতীয় সন্থা (বৃটিছ ইণ্ডিয়ান এচোচিয়েছন) গঠন কৰিলে। একেসময়তে ১৮৫২ চনত মাদ্ৰাজ দেশীয় সন্থা (মাদ্ৰাজ নেটিভ এচোচিয়েছন) আৰু বোম্বাই সন্থা স্থাপিত হ'ল। গোটেই দেশতে—সৰুনগৰ আৰু মহানগৰ বোৰত এনে ধৰণৰ আৰু বহুতো সন্থা আৰু ক্লাব স্থাপিত হ'ল। এই সন্থা বোৰৰ পৰিসৰ স্থানীয় আছিল আৰু প্ৰায়বোৰতে ধনী বেপাৰী নাইবা জমিদাৰ সকলৰ প্ৰভুত্ব চলিছিল। এওঁলোকে বৃটেইনৰ পাৰ্লিয়ামেণ্টত ৰাজনৈতিক আৰু অৰ্থনৈতিক দাবী তুলিছিল আৰু প্ৰধানকৈ প্ৰশাসনিক সংস্কাৰ, প্ৰশাসন সেৱাসমূহত বেছিকৈ ভাৰতীয় নিয়োগ, শিক্ষাৰ বিস্তাৰ, চৰকাৰৰ লগত ভাৰতবাসীৰ সংযোগ আৰু ভাৰতীয় বাণিজ্য আৰু উদ্যোগৰ বিকাশৰ কাৰণে খাটনি ধৰিছিল।

১৮৫৭ চনৰ বিদ্ৰোহ সফল নোহোৱাত পৰিষ্কাৰ হৈ পৰিছিল যে শাসনৰ বিৰুদ্ধে মাটিবাৰী থকা উচ্চ শ্ৰেণীৰ—জমিদাৰ, ৰজা মহাৰাজা আৰু মাটিৰ মালিকসকলৰ নেতৃত্বত প্ৰাচীনপন্থী ৰাজনৈতিক

প্ৰতিৰোধে সাফল্য লাভ কৰিব নোৱাৰে। ঔপনিবেশিকতাৰ বিৰুদ্ধে সফল প্ৰতিৰোধ কৰিবলৈ হ'লে ই নতুন পথ বিচাৰি লব লাগিব। আনহাতে, আমি আগতে দেখি আহিছো যে ১৮৫৮ চনৰ পিচত বৃটিছ শাসনৰ ধৰণ কৰণ আৰু নীতিৰ আমূল পৰিবৰ্ত্তন ঘটিছিল। এই শাসন বেছি প্ৰতিক্ৰিয়াশীল হৈ পৰিছিল। ভাৰতীয় শিক্ষিত সম্প্ৰদায়ে ক্ৰমান্বয়ে বেছিকৈ বৃটিছ নীতিৰ দোষ ধৰিবলৈ আৰু বৃটিছ শাসনৰ শোষণৰ ৰূপটো উপলব্ধি কৰিবলৈ ধৰিলে। এই কথা লক্ষ্য কৰিবলগীয়া যে ঔপনিবেশিকতাৰ প্ৰতি আধুনিক ভাৰতীয় শিক্ষিত সম্প্ৰদায়ৰ প্ৰতিক্ৰিয়া কৃষক ৰাইজৰ স্বাভাৱিক প্ৰতিক্ৰিয়াৰ বিপৰীত আছিল। বুদ্ধিজীৱিসকলৰ প্ৰতিক্ৰিয়া কম দুৰ্দম আৰু কম বিজ্ঞানসম্মত আছিল। তেওঁলোকে কৰ্মপন্থাত আগবাঢ়োঁতে ইতস্তত: কৰিছিল। ভাৰতীয় শিক্ষিত সম্প্ৰদায়ৰ বোধশক্তিৰ বিকাশ হবলৈ বহুতো সময় লাগিছিল। কিন্তু এবাৰ আধুনিক ভাবধাৰাৰ ওপৰত ভেটি কৰি এই বিকাশ আৰম্ভ হোৱাৰ পিচত তেওঁলোকে সাম্ৰাজ্যবাদৰ প্ৰকৃত স্বৰূপটো দকৈ ফঁহিয়াই চালে আৰু শেহত আধুনিক ৰাজনৈতিক কৰ্মধাৰাৰে এই বিকাশক ৰূপান্তৰিত কৰিলে।

ৰাজনৈতিক চেতনা থকা ভাৰতীয়সকলে, পৰিৱৰ্তিত অৱস্থাৰ সন্দৰ্ভত অতি ঠেক উদ্দেশ্যৰে গঢ়া ৰাজনৈতিক সম্থাবোৰ যে কামত নাহে সেই কথা উপলব্ধি কৰিলে। উদাহৰণ স্বৰূপে, বৃটিছ ভাৰতীয় সম্থাই ক্ৰমান্বয়ে জমিদাৰসকলৰ স্বাৰ্থৰ লগত নিজক জড়িত কৰি প্ৰকাৰান্তৰে শাসক গোষ্ঠীৰ লগত এক বুলিয়েই চিনাক্ত হ'ল। কিন্তু নতুন ৰাজনীতি বৃটিছ শাসনৰ প্ৰতি বেছি সমালোচনামূলক হবলগীয়া হ'ল। সেয়ে ইয়াৰ নেতাসকলে এক নতুন ধৰণৰ জাতীয়তাবাদী ৰাজনৈতিক সংগঠন বিচাৰি খেপিয়াই ফুৰিছিল।

১৮৬৬ চনত, দাদাভাই নৌৰজীয়ে ভাৰতৰ সমস্যাবোৰ আলোচনা কৰিবলৈ আৰু বৃটিছ জনমতৰ ওপৰত প্ৰভাৱ পেলাবলৈ লণ্ডনত পূৰ্ব ভাৰতীয় সম্থা (ইষ্ট ইণ্ডিয়া এচোচিয়েছন) স্থাপন কৰিছিল। ভাৰতৰ

প্ৰধান নগৰবোৰত এই সন্থাৰ শাখা খোলা হৈছিল। অচিৰতে, সমসাময়িক ৰাইজ আৰু পিচৰ চামৰ ভাৰতীয়সকলৰ মাজত দাদাভাই নৌৰজী "ভাৰতৰ মহান বৃদ্ধ" বুলি জনাজাত হৈ পৰিছিল। ১৮২৫ চনত দাদাভাইৰ জন্ম হৈছিল। তেখতে ব্যৱসায়ী হিচাপে সাফল্য লাভ কৰিছিল যদিও, নিজৰ জীৱন আৰু সকলো সম্পত্তি জাতীয় আন্দোলনৰ হকে উছৰ্গা কৰিছিল। এই আন্দোলনলৈ বৃটিছ শাসনৰ অৰ্থনৈতিক বিশ্লেষণ তেখেতৰ সৰ্বশ্ৰেষ্ঠ বৰঙনি। ভাৰতৰ দাৰিদ্ৰ্য আৰু অনুন্নত অৱস্থাৰ কাৰণে যে ভাৰতীয জীৱন আৰু সমাজ-ব্যৱস্থা দায়ী নহয, কিন্তু ভাৰতৰ পৰা সম্পদ আৰু মূলধন শুহি লৈ যোৱা ঔপনিবেশিক নীতিহে দাযী, সেই কথা তেখেতে ফঁহিযাই দেখুৱালে। গোটেই জীৱন ব্যাপি দাদাভাইয়ে ডেকাসকলৰ লগত অব্যাহতভাৱে যোগাযোগ ৰাখিছিল আৰু তেখেতৰ মতবাদ আৰু ৰাজনীতি পূৰ্বাপৰ নিয়মবিৰোধী কৰি তুলিছিল।

১৮৭০ চনত বিচাৰক ৰাণাডে, গনেশ বাসুদেব জোশ্বী, এচ, এইচ, টিপ্লুংকাৰ আৰু আন কেইজনমানে "পুণা সাৰ্বজনিক সভা" সংগঠন কৰিলে। এই সভাই পিচৰ কুৰিবছৰ সক্ৰিয় ৰাজনৈতিক শিক্ষাৰ আন্দোলন চলাইছিল।

১৮৭৬ চনৰ পৰা ১৮৮০ চনলৈ লিটন ভাইচৰয় হৈ থকা কালত দেখদেখকৈ প্ৰতিক্ৰিযাশীল ভাৰতবিৰোধী ব্যৱস্থাৰ প্ৰচলন হোৱাত ভাৰতৰ জাতীয়তাবাদী কাৰ্য্যাৱলীৰ লহেম গতি খৰতকীয়া হৈ পৰিল। গঢ়ি উঠা ভাৰতীয বস্ত্ৰশিল্পৰ প্ৰতি লেঙ্কাশ্বাযাৰৰ উৎপাদন-কাৰীসকলৰ ঈৰ্ষা মাৰ নিযাবলৈ বৃটেইনত তৈযাৰী কাপোৰৰ ওপৰত আমদানি উঠাই দিযা, আফগানিস্থানৰ বিপক্ষে ভাৰতীয় ৰাজভঁৰালৰ ওপৰতে খৰচ জাপি দ্বি আক্ৰমণাত্মক আৰু প্ৰসাৰবাদী যুদ্ধ চলোৱা, ভাৰতবাসীয়ে যাতে কোনো বাধা আগবঢ়াব নোৱাৰে বা আত্মৰক্ষাৰ কাৰণে প্ৰশিক্ষণ লব নোৱাৰে তাৰ বাবে আৰ্মচ এক্ট (অস্ত্ৰ আইন) প্ৰচলন কৰা, বৃটিছ শাসনৰ বাটি অহা সমালোচনা বন্ধ কৰিবলৈ 'ভাৰ্নাকুলাৰ প্ৰেছ এক্ট' (দেশীয় ভাষাৰ বাতৰি কাকত আইন) চলোৱা,

লাখ লাখ মানুহ দুৰ্ভিক্ষত মৰিবলৈ ওলোবা সময়ত দিল্লীত ৰাজকীয় দৰবাৰ পতা আৰু শেহত ইণ্ডিয়ান চিভিল চাৰ্ভিচ পৰীক্ষাৰ প্ৰতিযোগী সকলৰ উৰ্দ্ধতম বয়স ২১ ৰ পৰা ১৯ বছৰলৈ নমোৱা (যাৰ ফলত ভাৰতীয়সকলৰ এই সেবাত সোমোবা সুযোগ বাৰুকৈয়ে কমি গ'ল) —এই সকলোবোৰ ব্যৱস্থা বৃটিছ শাসনৰ শোষণমূলক আৰু ঔপনিবেশিক চৰিত্ৰৰ জ্বলজ্বল পটপট নিদৰ্শন আছিল। দেশৰ সকলো ঠাইতে এই ব্যৱস্থা সমূহৰ বিৰুদ্ধে স্বতস্ফূৰ্তভাবে বিক্ষোভৰ আয়োজন হৈছিল। বৃটিছ প্ৰস্তুতকাৰক সকলৰ আক্ৰমণৰ বিৰুদ্ধে ভাৰতীয় উদ্যোগ সমূহক ৰক্ষা কৰাৰ পন্থা হিচাপে ১৮৭০ চনত প্ৰথমবাৰৰ বাবে স্বদেশী মতবাদ প্ৰচাৰ কৰা হৈছিল।

ভাৰতীয় যুবকসকলৰ মাজত নতুন ৰাজনৈতিক মনোবৃত্তি প্ৰথমতে বঙ্গদেশত দেখিবলৈ পোবা গৈছিল। বৃটিছ ভাৰতীয় সন্থাৰ সংৰক্ষণ-শীল, জমিদাৰসকলৰ ফলীয়া ৰাজনীতি, নতুন মধ্যবিত্ত আৰু শিক্ষিত সম্প্ৰদায়ৰ কাৰণে উপযুক্ত নহল। এওঁলোকে জমিদাৰ সকলৰ লগত প্ৰতিযোগিতা কৰি জনগণৰ প্ৰতিপোষক হোবাৰ দাবীত আৰি মাৰিলে। এওলোকে ভাৰতবৰ্ষখন সদায় বৃটেইনৰ শাসনাধীন হৈ থাকিবই—এই মতবাদ গ্ৰহণ কৰিবলৈও অস্বীকাৰ কৰিলে। ১৮৭৬ চনৰ জুলাই মাহত আনন্দমোহন বসু আৰু সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ নেতৃত্বত এওঁলোকে "ইণ্ডিয়ান এচোচিয়েছন" ( ভাৰতীয় সন্থা ) স্থাপন কৰিলে। নতুন সন্থাই অসামাৰিক সেৱা পৰীক্ষা (চিভিল চাৰ্ভিচ পৰীক্ষা) সংস্কাৰৰ বিষয়টোকে আন্দোলনৰ কাৰণে পোন প্ৰথমতে ললে। আন্দোলনৰ সমৰ্থন বিচাৰি সুৰেন্দ্ৰনাথ বেনাৰ্জীক বিশেষ প্ৰতিনিধি হিচাপে দেশৰ বিভিন্ন অঞ্চললৈ পঠিওৱা হ'ল। সুৰেন্দ্ৰনাথেই বোধহয় সৰ্বভাৰতীয় জনপ্ৰিয়তা লাভ কৰা প্ৰথম আধুনিক ভাৰতীয়। সাধাৰণ ৰাইজক প্ৰধান ৰাজনৈতিক আন্দো-লনৰ সোঁতলৈ আনিবলৈ ভাৰতীয় সন্থাৰ নেতাসকলে জমিদাৰসকলৰ বিপক্ষে ৰায়তৰ আৰু বিদেশী চাহ খেতিয়কসকলৰ বিপক্ষে চাহ বনুৱাৰ অধিকাৰৰ সপক্ষে আন্দোলন সংগঠিত কৰিলে। এই

এচোচিয়েছনে বঙ্গদেশৰ বিভিন্ন নগৰ আৰু বঙ্গদেশৰ বাহিৰতো কেইবাখনো নগৰত ইয়াৰ শাখা খুলিলে ।

ভাৰতৰ আন আন অঞ্চলতো যুৱকসকল সক্ৰিয় হৈ উঠিছিল। ১৮৮৪ চনত, এম্, বিৰাৰাঘৱাচাৰী, জি সুব্ৰামন্নিয় আইয়াৰ, আনন্দ চালু আৰু আন কেইজনমানে মাদ্ৰাজ মহাজন সভা স্থাপন কৰিলে। বোম্বাইত ফিৰোজ শ্বাহ মেহটা, কে, টি, টেলাঙ—আৰু আন কেইজনমানে ১৮৮৫ চনত বোম্বে প্ৰেচিডেন্সী এচোচিযেছন খুলিলে।

## জাতীয় কংগ্ৰেছৰ সূত্ৰপাত

ৰাজনৈতিক চেতনা লাভ কৰা ভাৰতীয়সকলে এখন সৰ্বভাৰতীয় অনুষ্ঠানৰ প্ৰযোজনীযতা সম্পৰ্কে ক্ৰমে সজাগ হৈ আহিছিল। এনে অনুষ্ঠান, অকল বিভিন্ন মতৰ আদান প্ৰদান কৰিবলৈ সুবিধা দিয়া সাৰ্বজনীন সভা হিচাপে আৰু হাতত লবলগীয়া উমৈহতীয়া কাৰ্য্যক্ৰমনিকা প্ৰস্তুতিকৰণৰ কাৰণেই নহয়, বহল পৰিসৰৰ ওপৰত স্থাপিত মুক্তি আন্দোলনৰ প্ৰতি অনুৰাগৰ সৃষ্টি কৰিব পৰাকৈ, জনশিক্ষা দিবলৈকো প্ৰযোজন হৈছিল। এনে এক অনুষ্ঠানৰ কাৰণে প্ৰয়োজনীয় সামাজিক পৰিবেশ আৰু অভিজ্ঞতাৰ তেতিয়া অভাব নাছিল। পশ্চিম ভাৰতৰ দাদাভাই নৌৰজী, বিচাৰপতি ৰানাডে, ফিৰোজশ্বাহ মেহটা, কে, টি, টেলাঙ্গ, ৰহিমতুল্লা মহম্মদ চায়ানি, জাবেৰীলাল, উমাশঙ্কৰ যাজ্ঞিক আৰু বদৰুদ্দিন তৈয়বজী, দক্ষিণ ভাৰতৰ জি সুব্ৰামনিয়া আইযাৰ, এচ, সুব্ৰামনিয়া আইয়াৰ আৰু আনন্দ চালু আৰু পুব ভাৰতৰ ডব্লিউ, চি, বেনাৰ্জী, সুৰেন্দ্ৰ নাথ বেনাৰ্জী, আনন্দ মোহন বসু, লাল মোহন ঘোষ আৰু কালী চৰণ বেনাৰ্জী—আদিকে ধৰি দেশৰ বিভিন্ন অঞ্চলৰ বহু ভাৰতীয়ই একে সময়তে এটা সৰ্বভাৰতীয় জাতীয় অনুষ্ঠান স্থাপন কৰিবলৈ পৰিকল্পনা আৰম্ভ কৰিছিল। ইতিমধ্যে ১৮৮৩ চনৰ ডিচেম্বৰ মাহত ইণ্ডিয়ান এচোচিয়েছনে এখন সৰ্বভাৰতীয় ৰাষ্ট্ৰীয় সভাৰ পৃষ্ঠপোষকতা

কৰিছিল। কিন্তু এই প্ৰচেষ্টা ভালদৰে ফলৱতী নহল। সৰ্ব-ভাৰতীয় প্ৰতিষ্ঠানৰ ভাবধাৰাক, বোম্বাইৰ জাতীয়তাবাদী ৰাজনৈতিক কৰ্মীসকলৰ দলটোৱে বেছি সুস্পষ্ট গঢ দিলে। তেওঁলোকে অৱসৰ প্ৰাপ্ত অসামৰিক ইংৰাজ বিষযা এ, ও, হিউমৰ সৈতে—১৮৮৫ চনৰ ডিচেম্বৰ মাহৰ শেষৰ দিনকেইটাত বোম্বাইত দেশৰ বিভিন্ন অঞ্চলৰ ৰাজনৈতিক নেতাসকলক গোট খুৱাবলৈ, সহযোগিতা কৰিলে। এই নেতাসকলে ভাৰতীয় জাতীয় কংগ্ৰেছ (সভা)ৰ পাতনি মেলিবলৈ থিৰাং কৰিলে আৰু প্ৰথমবাৰৰ বাবে ডব্লিউ, চি, বেনাৰ্জীকে ইযাৰ সভাপতি পতা হ'ল।

বহুলোকে কয যে কংগ্ৰেছ সভা স্থাপন কৰিবলৈ উৎসাহ দিয়াত হিউমৰ মুখ্য উদ্দেশ্য আছিল শিক্ষিত ভাৰতীয়সকলৰ মাজত ক্ৰম-বৰ্দ্ধমান অসন্তোষৰ ভাব ওলাই যাবলৈ এটা নিৰাপদ পথৰ ব্যৱস্থা কৰা। তেও অসন্তুষ্ট শিক্ষিত সম্প্ৰদাযৰ লগত অসন্তুষ্ট কৃষক সকলক একেলগ হোৱাত বাধা দিবলৈ বিচাৰিছিল। এটা মৃদু ৰাজনৈতিক আন্দোলনৰ পৃষ্ঠপোষকতা কৰি তেওঁ ইয়াক নিয়ন্ত্ৰণৰ গণ্ডীৰ ভিতৰত ৰাখিব পাৰিব বুলি আশা কৰিছিল। হিউমে পিচত এনেদৰে লিখিছিল—"আন্দোলনৰ প্ৰতি প্ৰাথমিক-উদগনি দিওঁতা সকলৰ কাৰণে অইন কোনো উপায় নাছিল অসন্তোষৰ পৰিবেশ ক্ৰমান্বয়ে উগ্ৰভাবে সক্ৰিয় হৈ উঠিছিল। আটাইতকৈ গুৰুত্বপূৰ্ণ কথা আছিল এই তীব্ৰ বিক্ষোভ আৰু উত্তেজনা যাতে অন্তৰালত গোপনে গঢি উঠিবলৈ দি চৰম সীমা পোৱাৰ আগতে, এইবোৰ প্ৰকাশ পোৱাৰ বাবে এক নিয়মতান্ত্ৰিক আৰু সাংবিধানিক পথ বিচাৰি উলিয়াব পাৰি।

জাতীয় কংগ্ৰেছ সভা স্থাপনৰ এই বাখ্যা পিচে অতি অসম্পূৰ্ণ আৰু ভ্ৰমজনক। বৰ বেছি, এই বাখ্যাই কিছু পৰিমাণে এই বিষয়ত হিউমৰ ভূমিকাৰ বৰ্ণনা কৰে। এটা সৰ্বভাৰতীয় ৰাজ-নৈতিক সংগঠনৰ কাৰণে সক্ৰিয়ভাবে কাম কৰা এই ভাৰতীয়সকলে বৃটিছ স্বাৰ্থৰ হকে ভাৰতক শোষণ কৰা নীতিৰ বিৰোধী নতুন

সামাজিক শক্তিৰ প্ৰতিনিধিত্ব কৰিছিল। এওঁলোকে ভাৰতৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক বিকাশৰ হকে যুঁজিব পৰা এক সংগঠনৰ প্ৰয়োজন বোধ কৰিছিল। এওঁলোক মহান চৰিত্ৰৰ দেশপ্ৰেমিক আছিল আৰু একোপধ্যেই বিদেশী চৰকাৰৰ বহতীযা নাছিল। হিউমৰ লগত এওঁলোকে সহযোগিতা কৰাৰ কাৰণ এয়ে আছিল যে এওঁলোকে আৰম্ভনিৰ ৰাজনৈতিক প্ৰচেষ্টাৰ বিৰুদ্ধে চৰকাৰী বিৰোধিতা জগাই তুলিবলৈ বিচৰা নাছিল। তেওঁলোকে আশা কৰিছিল যে অবসৰপ্ৰাপ্ত অসামৰিক বিষযা এজনৰ সক্ৰিয় সহযোগিতাই চৰকাৰী সন্দেহ আতঁৰাই থব। হিউমে যদি কংগ্ৰেছক নিৰাপত্তাৰ বাল্ব হিচাপে ব্যৱহাৰ কৰিবলৈ বিচাৰিছিল, তেনেহলে আগৰ কংগ্ৰেছী নেতাসকলে তেওঁক 'বিজুলী বাহক' হিচাপে ব্যবহাৰ কৰিবলৈ আশা কৰিছিল বুলি কব লাগিব। পিচত ১৮১৩ চনত গোপাল কৃষ্ণ গোখলেই এই বুলি আঙুলিযাই দিছিল যে কোনো ভাৰতীয়ই ভাৰতীয় জাতীয় কংগ্ৰেছ স্থাপন কৰিবলৈ নোবাৰিলেহেঁতেন। গোটেই ভাৰতবৰ্ষক সাবটি লৈ যদি কোনো ভাৰতীযই এনে এটি আন্দোলন আৰম্ভ কৰিবলৈ আগবাঢ়ি আহিলহেঁতেন, চৰকাৰী বিষযাসকলে ইযাক তিষ্ঠিবলৈ অনুমতি নিদিলেহেঁতেন। কংগ্ৰেছৰ স্থাপনকৰ্তাজন এজন মহৎ ইংৰাজ, আৰু প্ৰাক্তন বিশিষ্ট কৰ্মচাৰী নোহোৱাহেঁতেন, সেই কালত ৰাজনৈতিক আন্দোলনক যিটো সন্দেহৰ চকুত হোবা হৈছিল, তালৈ চাই কৰ্তৃপক্ষই তৎক্ষণাৎ আন্দোলন দমাবলৈ কিবা নহয় কিবা এটা উপায় উলিয়ালেহেঁতেন।"

সি যি কি নহওক, এই কথাত কোনো সন্দেহ নাই যে ১৮৮৫ চনত ভাৰতীয় জাতীয় কংগ্ৰেছ স্থাপনৰ লগে লগে ভাৰতৰ স্বাধীনতাৰ কাৰণে ইতস্তত. কৰি হলেও সৰু, মৃদু কিন্তু সংগঠিত ভাবে এক আন্দোলন আৰম্ভ কৰা হ'ল। ক্ৰমান্বযে বছৰে বছৰে এই আন্দোলনৰ শক্তি বৃদ্ধি পালে আৰু শেহত বিদেশী শাসকসকলৰ বিৰুদ্ধে ই ভাৰতবাসীকে এক শক্তিশালী যুদ্ধাভিযানত লিপ্ত কৰিলে।

কিন্তু ১৮৮৫ চনৰ পৰা ১৯০৫ চনৰ কালচোৱাত জাতীয়তাবাদৰ চেতনা প্ৰচাৰৰ বাবে জাতীয় কংগ্ৰেছকেই একমাত্ৰ বা আধুনিক প্ৰধান বাহক বুলি ভাবিলে ভুল কৰা হব। এই সময়খিনিত জাতীয়তাবাদৰ মাত ফুটাই তোলা আৰু বিকাশৰ কাৰণে আন আন অসংখ্য বাহক আছিল। অসংখ্য আঞ্চলিক আৰু প্ৰাদেশিক সম্থাই দিনে নিশাই ৰাজনৈতিক আন্দোলন চলাই গৈছিল। প্ৰতি বছৰতে প্ৰাদেশিক সভা-সমিতি পতা হৈছিল আৰু এইবোৰত বহু সংখ্যক জনগণে ভাগ লৈছিল। জাতীয়তাবাদী বাতৰিকাকত সমূহৰ সৰহভাগেই জাতীয়তাবাদৰ সংগঠক, আৰু প্ৰচাৰক হিচাপে কাম কৰিছিল। এই কালচোৱাত বেছিভাগ বাতৰি কাকত ব্যৱসায়িক কাৰ্য্য হিচাপে চলোৱা হোৱা নাছিল। জাতীয়তাবাদী কাৰ্য্যাবলীৰ মুখপাত্ৰ হিচাপে জানিশুনি এই কাকতবোৰ উলিওৱা হৈছিল। এইবোৰৰ মালিক আৰু সম্পাদকসকলে বহুসময়ত অশেষ ব্যক্তিগত ত্যাগ স্বীকাৰ কৰিবলগীয়া হৈছিল। জাতীয় কংগ্ৰেছৰ জন্ম হোৱাৰ আগতেই সেই সময়ৰ প্ৰধান জাতীয়তাবাদী কাকত কেইখন ওলাইছিল। বঙ্গদেশৰ **অমৃতবাজাৰ পত্ৰিকা, ইণ্ডিয়ান মিৰৰ, সঞ্জীৱনী** আৰু **বেঙ্গলী**; মাদ্ৰাজৰ **হিন্দু, স্বদেশমিত্ৰ, অন্ধ্ৰ প্ৰকাশিকা** আৰু **কেৰালা পত্ৰিকা**, বোম্বাইৰ **মহাৰাট্টা, কেশৰী, ইন্দু প্ৰকাশ** আৰু **গুধাৰক**, উত্তৰ প্ৰদেশৰ **এডভোকেট, হিন্দুস্তানী** আৰু **আজাদ**, পাঞ্জাবৰ **ট্ৰিবিউন, আকবৰ-ই-আম** আৰু **কহিনুৰ**—আদি কাকত কেইখন সেই সময়ৰ লেখত লবলগীয়া বাতৰি কাকত আছিল।

### আগৰ জাতীয়তাবাদী সকলৰ আঁচনি আৰু কাৰ্য্যাৱলী

প্ৰথম ভাৰতীয় জাতীয়তাবাদী নেতাসকলে বিশ্বাস কৰিছিল যে দেশৰ ৰাজনৈতিক মুক্তিৰ কাৰণে পোনপটীয়া যুঁজে বুৰঞ্জীৰ কাৰ্য্য-

সূচীত তেতিয়াও ঠাই পোৱা নাছিল। জাতীয়তাবাদী ভাব জগাই তোলা, এই ভাবৰ সম্প্ৰসাৰণ কৰা, ভাৰতীয় ৰাইজৰ এক বিশাল সংখ্যক লোকক জাতীয়তাবাদী ৰাজনীতিৰ শীৰ্ষবিন্দুলৈ অনা আৰু তেওঁলোকক ৰাজনীতি, ৰাজনৈতিক আলোড়ন আৰু আন্দোলনৰ প্ৰশিক্ষণ দিয়া, এনেবোৰ কামেহে কাৰ্য্যসূচীত ঠাই পাইছিল। এই বিষয়ত প্ৰথম আৱশ্যকীয় কাম আছিল ৰাজনৈতিক প্ৰশ্নসমূহত ৰাইজৰ আগ্ৰহ জগোৱা আৰু দেশত জনমতৰ সংগঠন কৰা। দ্বিতীয়তে, গঢ়ি অহা জনমতে যাতে গোটেই ভাৰততে থিতাপি লাগিব পাৰে তাৰ কাৰণে সৰ্বভাৰতীয় ভিত্তিত ৰাইজৰ দাবী সমূহক গঢ় দিয়া। পোনপ্ৰথমে সবাতোকৈ গুৰুত্বপূৰ্ণ কাম আছিল, ৰাজনৈতিক চেতনা থকা ভাৰতীয়সকল আৰু শ্ৰমিক আৰু কৃষকসকলৰ মাজত এক জাতীয় ঐক্যৰ সৃষ্টি কৰা। আগৰ জাতীয়তাবাদী সকলে ভাৰতবৰ্ষ যে সেইসময়ত এটা-জাতি হিচাপে গঠনৰ পথতহে আছিল সেই কথা সম্পূৰ্ণকৈ বুজি পাইছিল। ভাৰতীয় জাতীয়তাবাদ ক্ৰমান্বয়ে গঢ়ি উঠা কাৰণে তেওলোকে ইয়াক সম্পূৰ্ণভাবে হৈ যোৱা কথা বুলি ধৰি লোৱা নাছিল। অঞ্চল, বৰ্ণ বা ধৰ্ম নিৰ্বিশেষে জাতীয় একতাৰ অনুভূতি জগাবলৈ ৰাজনৈতিক নেতাসকলে সকলো সময়তে প্ৰচেষ্টা চলাব লগীয়া হৈছিল। উদাহৰণ স্বৰূপে দেশৰ বিভিন্ন অঞ্চলৰ সক্ৰিয় জাতীয়তাবাদী সকলক ওচৰ চপাই তেওঁলোকৰ মাজত বন্ধুত্বৰ মনোভাব বঢ়াই তুলিবলৈ ভাৰতীয় জাতীয় কংগ্ৰেছে কাম আৰম্ভ কৰিছিল। প্ৰথম জাতীয়তাবাদী ভাৰতীয় ৰাইজক একত্ৰিত কৰিবলৈ নেতাসকলে অৰ্থনৈতিক আৰু ৰাজনৈতিক দাবী সমূহক এক উমৈহতীয়া আঁচনিৰ ভেটিত গঢ় দিবলৈ প্ৰয়াস কৰিছিল।

## সাম্ৰাজ্যবাদী অৰ্থনীতিৰ সমালোচনা

আগৰ জাতীয়তাবাদী নেতাসকলৰ ৰাজনৈতিক কাৰ্য্যাৱলীৰ

ভিতৰত সাম্ৰাজ্যবাদৰ অৰ্থনৈতিক সমালোচনাকে অতি লেখত-লবলগীয়া বুলি ধৰিব্ পাৰি। তেওঁলোকে সমসাময়িক অৰ্থনৈতিক শোষণৰ মাধ্যম—বাণিজ্য, উদ্যোগ আৰু বিত্ত—এই তিনিওটালৈ মন কৰিছিল। ভাৰতীয় অৰ্থনীতিক বৃটিছ অৰ্থনীতিৰ বহতীয়া কৰাটোবেই যে বৃটিছ অৰ্থনৈতিক সাম্ৰাজ্যবাদৰ মূল উদ্দেশ্য আছিল সেই কথা তেওঁলোকে ফটফটীয়াকৈ উপলব্ধি কৰিছিল।

বৃটিছে ভাৰতবৰ্ষত ঔপনিবেশিক অৰ্থনীতিৰ মূল বিশেষত্ব বোৰ বিস্তাৰ কৰা প্ৰচেষ্টাৰ জাতীয়তাবাদী সকলে তীব্ৰ বিৰোধিতা কৰিছিল। এই বিশেষত্ববোৰ আছিল ভাৰতবৰ্ষক এখন কেঁচামাল সৰবৰাহ কৰা দেশত পৰিণত কৰাৰ লগতে বৃটেইনত তৈয়াৰী বস্তুৰ কাৰণে বিক্ৰি বজাৰ আৰু বিদেশী মূলধন খটুওৱাৰ ক্ষেত্ৰত ৰূপান্তৰিত কৰা। এই ঔপনিবেশিক গাঁথনিৰ ওপৰত প্ৰতিষ্ঠিত প্ৰায় সকলোবোৰ গুৰুত্বপূৰ্ণ চৰকাৰী অৰ্থনৈতিক ব্যৱস্থাৰ বিৰুদ্ধে তেওঁলোকে এক শক্তিশালী আন্দোলন সংগঠন কৰিছিল। তাৰোপৰি আৰ্থিক জীৱনৰ প্ৰতি পদে পদে তেওঁলোকে ইংলণ্ডৰ ওপৰত ভাৰতৰ আৰ্থিক নিৰ্ভৰতা কমোবাৰ কাৰণে, অইনকি একেবাৰে সম্বন্ধচ্ছেদ কৰাৰ বাবে ওকালতী কৰিছিল।

আগৰ জাতীয়তাবাদীসকলে ভাৰতৰ ক্ৰমবৰ্দ্ধিত দাৰিদ্ৰ্যৰ বিষয়ে সকলো সময়তে কৈছিল আৰু লিখিছিল। তেওঁলোকে এই দাৰিদ্ৰ্যক বৃটেইনে কৰা অৰ্থনৈতিক শোষণৰ লগত জড়িত কৰিছিল। দাদাভাই নৌৰজীয়ে আঙুলিয়াই দিছিল—"ভাৰতীয়সকল মাথোন বন্দীবেটীৰদৰে আছিল। তেওঁলোক আমেৰিকাৰ দাসবোৰতকৈও অধম আছিল, কাৰণ দাসবোৰক অন্ততঃ সিহঁতৰ প্ৰভুসকলে নিজৰ সম্পত্তি বুলি চোবাচিতা কৰিছিল। নৌৰজীয়ে ঘোষণা কৰিলে যে বৃটিছ শাসন হ'ল "এক চিৰস্থায়ী, ক্ৰমবৰ্দ্ধমান আৰু প্ৰতিদিনে আগবাঢ়ি অহা বিদেশী অভিযান আৰু এই অভিযানে লাহে লাহে, কিন্তু সৰ্বাত্মকভাবে দেশখনক ধ্বংস কৰিবলৈ লৈছে।"

ভাৰতৰ সাতামপুৰুষীয়া হস্তশিল্প উদ্যোগবোৰ নষ্ট কৰিবলৈ আৰু

আধুনিক উদ্যোগৰ বিকাশত বাধা দিবলৈ বুলি লোৱা চৰকাৰী অৰ্থনীতিক আগৰ এই জাতীযতাবাদী সকলে সমালোচনা কৰিছিল। তেওঁলোকৰ বেছিভাগেই ৰেলপথ, চাহখেতি আৰু উদ্যোগ সমূহত খটুৱাবলৈ বিৰাট পৰিমানৰ বিদেশী মুলধন আমদানি কৰা চৰকাৰী-নীতিৰ বিৰোধিতা কাৰিছিল। কাৰণ, এনে ব্যবস্থাই ভাৰতীয পুঁজিপতি সকলক দমাই থৈ আৰু ভাৰতীয অৰ্থনীতি আৰু ৰাজ-নীতিত বৃটিছৰ খোপনি বেছি দৃঢ় কৰিব বুলি তেওঁলোকে ভাবিছিল। বিদেশী মুলধনৰ বিনিযোগে অকল বৰ্তমান কামৰ কাৰণেই নহয, পিচৰ চাম দেশবাসীৰ কাৰণেও গভীৰ আৰ্থিক আৰু ৰাজনৈতিক বিপদৰ সৃষ্টি কৰিব বুলি তেওলোকে ভাবিছিল। সেযেহে তেওঁলোকে বিদেশী মুলধন আঁতৰাই ৰাখিবলৈ সক্ৰিয় প্ৰশাসনিক ব্যবস্থা বিচাৰিছিল।

পূৰ্বৰ জাতীযতাবাদীসকলে, দৰিদ্ৰতা দূৰ কৰাৰ প্ৰধান উপায হিচাপে ভাৰতীয় জীৱনক সকলো ক্ষেত্ৰতে বিশেষকৈ আধুনিক উদ্যোগৰ বিকাশৰ ক্ষেত্ৰত আধুনিকীকৰণৰ পৰামৰ্শ দিছিল। কিন্তু ক্ষিপ্ৰতাৰে উদ্যোগীকৰণ সম্ভব হ'বলৈ হ'লে সক্ৰিয চৰকাৰী সাহায্য আৰু বিদেশী দ্ৰব্যৰ ওপৰত কৰ লগাই দেশৰ উৎপন্ন বস্তুৰ সংৰক্ষণ দিয়াৰ প্ৰয়োজন আছিল। তেওঁলোকে চৰকাৰক, বিত্তীয় সাহায্য দিবলৈ, সাহায্যপ্ৰাপ্ত বেঙ্কক বা চৰকাৰী বেঙ্কৰ জৰীয়তে ঋণদান আৰু প্ৰতিশ্ৰুতিৰ ব্যবস্থা কৰিবলৈ, বিদেশৰ পৰা ধাৰ লৈ ভাৰতত ঋণ দিয়া পদ্ধতি প্ৰচলন কৰিবলৈ, ভাৰতীয় পুঁজিপতি সকলে সোমাব নোৱাৰা অথচ ঔদ্যোগিক বিকাশৰ কাৰণে প্ৰযোজনীয় তীখা আৰু খনিৰ নিচিনা ক্ষেত্ৰত, চৰকাৰেই উদ্যোগ স্থাপন কৰি নেতৃত্ব কৰিবলৈ, ঔদ্যোগিক আৰু বাণিজ্য বিষযক তথ্যৰ সংগ্ৰহ আৰু তাৰ প্ৰচাৰ কৰিবলৈ আৰু কাৰিগৰী শিক্ষাৰ উন্নতিৰ মাজেৰে ভাৰতীয় উদ্যোগসমূহক সহায় আগবঢ়াবলৈ দাবী জনালে।

পূৰ্বৰ জাতীয়তাবাদী সকলে ভাৰতীয় উদ্যোগৰ বিকাশৰ উপায় হিচাপে স্বদেশী মতবাদকো জনপ্ৰিয় কৰিলে। অনেক স্বদেশী উঁৱাল

খোলা হ'ল। ১৮৭৭ চনত গনেশ বাসুদেব জোশীয়ে হাতেবোৱা খদ্দৰ কাপোৰেৰে সজ্জিত হৈ সম্রাটৰ দৰবাৰত উপস্থিত হৈছিল। ১৮৯৬ চনত মহাৰাষ্ট্ৰত এক শক্তিশালী স্বদেশী হাতেবোৱা খাদী অভিযান সংগঠিত হৈছিল। এই অভিযানৰ কালচোৱাত ছাত্ৰসকলে শ শ ৰাইজৰ চকুৰ আগত বিদেশী কাপোৰ পুৰি পেলাইছিল।

জাতীযতাবাদী সকলে ১৮৭৫ চনৰ পৰা ১৮৮০ চনলৈ আমদানিৰ ওপৰত শুল্ক উঠাই দিয়া আৰু ১৮৯৪ চনৰ পৰা ১৮৯৬ চনলৈ কপাহৰ ওপৰত আবকাৰী শুল্ক লগোবাৰ বিৰুদ্ধে এক সৰ্বভাৰতীয় আন্দোলন সংগঠিত কৰিছিল। সমগ্ৰ দেশজুৰি এক জাতীয়ভাব জগাই তোলা আৰু ভাৰতত বৃটিছ শাসনৰ প্ৰকৃত উদ্দেশ্যৰ বিষয়ে ৰাইজক শিক্ষা দিয়াত এই আন্দোলনে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল। ১৮৯৬ চনৰ ২৮ জানুৱাৰী তাৰিখে পুণাৰ পৰা ওলোৱা "কেশৰী" কাকতে লিখিছিল "সঁচাকৈয়ে ভাৰতক মাথোন, ইউৰোপীযসকলে চৰি ফুৰিবলৈ এখন সংৰক্ষিত বিশাল ঘঁাহনি হিচাপেহে ব্যবহাৰ কৰা হৈছে। আকৌ ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰাক্তন সভাপতি পি, আনন্দ চাৰ্লুয়ে কৈছিল "বিদেশী আক্ৰমণৰ বিৰুদ্ধে বৃটিছ শক্তিৰ পৰাক্ৰমী বাহুৰ দ্বাৰা ভাৰত সংৰক্ষিত, অথচ ইংৰাজ আৰু ভাৰতীয় স্বাৰ্থৰ সংঘাতৰ ক্ষেত্ৰত (আৰু তামিল ভাষাৰ একাষাৰ কথাত খেতিক ৰক্ষা কৰিবলৈ দিয়া বেৰখনেই যেতিয়া শস্য খাবলৈ লয় তেনে ক্ষেত্ৰত), ই একেবাৰে আশ্ৰয়হীন।"

আগৰ জাতীয়তাবাদীসকলে অত্যধিক মাটিৰ খাজনাৰ আদায় কমাবলৈ নেৰানেপেৰা আন্দোলন চলাইছিল। তেওঁলোকে চৰকাৰৰ হাত থকা কৃষি বেঙ্কৰ জৰীয়তে কৃষকসকলক সস্তীয়া ঋণ আৰু ডাঙৰ ডাঙৰ জলসিঞ্চনৰ সুবিধা দিবলৈ চৰকাৰৰ ওচৰত দাবী জনাইছিল। তেওঁলোকৰ কেইগৰাকীমানে, বৃটিছসকলে বজাই ৰাখিব খোজা অৰ্দ্ধ সামন্তবাদী কৃষি ব্যৱস্থাৰ সমালোচনাও কৰিছিল। চাহ আৰু কফিখেতিৰ বনুৱাসকলৰ মজুৰী আৰু পৰিবেশৰ উন্নতিৰ

কাৰণেও আন্দোলন কৰিছিল। প্ৰচলিত কৰ আদায় ব্যৱস্থা আৰু চৰকাৰী ব্যয়ৰ ধৰণ কৰণৰ বৈপ্লবিক পৰিবৰ্তন বিচাৰি তেওঁলোকে দাবী তুলিছিল। জাতীয়তাবাদীসকলে সমসাময়িক কৰ আদায়ৰ পদ্ধতিয়ে যে ধনীসকলৰ, বিশেষকৈ বিদেশীসকলৰ ওপৰত অতি কম বোজা দি দুখীয়াৰ ওপৰতহে গধুৰ বোজা জাপি দিছে সেই কথালৈ আঙুলিয়াই দিছিল। সেই কাৰণে তেওঁলোকে দুখীয়া ৰাইজক আৰু মধ্যবিত্ত শ্ৰেণীক জুৰুলা কৰা লোণকৰ আৰু অন্যান্য কৰ উঠাই দিবলৈ দাবী কৰিলে। বৰ্তমান চৰকাৰী ব্যয়ৰ ব্যবস্থাই ভাৰতীয় সকলৰ বিকাশ আৰু কল্যাণ কৰাৰ সলনি বৃটেইনৰ সাম্ৰাজ্যবাদী প্ৰয়োজন হে সাধিছে বুলি তেওলোকে কলে। এচিয়া আৰু আফ্ৰিকাৰ বৃটিছ শাসনৰ তলত ৰাখিবলৈ নিযোগ কৰা সৈন্য-বাহিনীৰ কাৰণে অতিপাত ব্যযৰ ব্যবস্থাক তেওঁলোকে গৰিহনা দিছিল। দেশৰ অৰ্থনৈতিক উন্নযনৰ জোখৰ লগত কোনো সামঞ্জস্য নৰখাকৈ অতি উচ্চ বেতন দি ৰখা চিভিল চাৰ্ভিচ সেবাৰ ওপৰত কৰা খৰচৰ কথা লৈও তেওঁলোকে চৰকাৰী নীতিৰ আক্ৰমণ কৰিছিল। তৈযাৰী বস্তু আমদানী আৰু কেঁচামাল ৰপ্তানী বঢ়াবলৈ বুলি লোৱা, বিদেশী বাণিজ্য আৰু ৰেলপথ বিস্তাৰ কৰা চৰকাৰী নীতিৰ সমালোচনা কৰিছিল। তেওঁলোকে কৈছিল যে বাণিজ্য আৰু যাতায়াতৰ ব্যৱস্থাৰ নীতিসমূহ দেশৰ অন্তবৰ্তী অৰ্থনৈতিক বিকাশৰ কাৰণেহে নিৰূপিত হোৱা উচিত।

জাতীয়তাবাদী সাম্ৰাজ্যবাদ বিৰোধী সমালোচনাৰ অস্ত্ৰাগাৰৰ এপাত অতি শক্তিশালী অস্ত্ৰ আছিল—ভাৰতক শুহি পেলোৱা মতবাদ। জাতীয়তাবাদীসকলে ঋণৰ ওপৰত দিবলগীয়া সুদ হিচাপে, আৰু ভাৰতত নিয়োগ কৰা বৃটিছ মূলধনৰ পৰা হোৱা উপাৰ্জন আৰু ভাৰতত চাকৰী কৰা সামৰিক আৰু অসামৰিক চাকৰিয়ালৰ দৰমহা আৰু পেঞ্চনৰ কাৰণে ভাৰতীয় পুঁজি আৰু সম্পদৰ যে বৃহৎ অংশ এটা ওলাই গৈছে সেই কথালৈ আঙুলিয়াই দিছিল। বিদেশী অৰ্থনৈতিক শোষণ ব্যৱস্থাৰ ফলত হোৱা ক্ষতিৰ

এই ৰূপ ভাৰতবৰ্ষত স্পষ্ট হৈ পৰিছিল। শোষণ নীতি আক্ৰমণ কৰি আগৰ জাতীয়তাবাদীসকলে সাম্ৰাজ্যবাদী অৰ্থনীতিৰ মূল ভেটিৰ যুক্তিযুক্ততা সম্পৰ্কে সন্দেহ প্ৰকাশ কৰিছিল। সাধাৰণ ৰাইজে ঔপনিবেশিক শোষণৰ অস্তিত্ব ভালদৰে উপলব্ধি কৰিবলৈ এই সমালোচনা বৰ গুৰুত্বপূৰ্ণ আছিল।

সেই কালচোৱাত বৃটিছ শাসনে ভাৰতবৰ্ষলৈ প্ৰাণ আৰু সম্পত্তিৰ নিৰাপত্তা অনা বুলি এটা দাবী কৰা হৈছিল। এই দাবীক প্ৰশ্ন কৰি দাদাভাই নৌৰজীয়ে এনেদৰে মন্তব্য কৰিছিল

"ভাৰতত যে জীবন আৰু সম্পত্তিৰ নিৰাপত্তা আছে সেয়া এক ৰোমাঞ্চহে, আচলতে এনে কোনো কথা নাই। এটা অৰ্থত জীৱন আৰু সম্পত্তিৰ নিৰাপত্তা আছে, যেনে°—পৰম্পৰৰ মাজত ঘটা মৰামৰিৰ পৰা ৰাইজ নিৰাপদ, আকৌ দেশীয় স্বেচ্ছাচাৰী ৰজা-সকলৰ পৰাও নিৰাপদ। কিন্তু ইংলণ্ডৰ হাতৰ মুঠিত পৰা সম্পত্তিৰ একো নিৰাপত্তা নাই আৰু ফলত জীবনৰো নিৰাপত্তা নাই। ভাৰতৰ সা-সম্পত্তি নিৰাপদ নহয়। একেবাৰে ভালদৰে নিৰাপদ হ'ল ইংলণ্ড। ই এনে সম্পূৰ্ণ নিৰাপদ যে বছৰি ৩ বা ৪ কোটি পাউণ্ড হাৰে ভাৰতৰ সম্পত্তি লুটি লৈ যাব পাৰে আৰু ভাৰততে খাই থব পাৰে তাত কাৰো মাত নাই।

মই সেয়ে কব খোজোঁ, ভাৰতবৰ্ষই নিজৰ সা-সম্পত্তি আৰু জীৱনৰ নিৰাপত্তা উপভোগ নকৰে। লাখ লাখ ভাৰতবাসীৰ কাৰণে জীবনটো মাথোন 'এবেলা এমুঠি খোৱা' নাইবা অনাহাৰ, ছুৰ্ভিক্ষ আৰু বেমাৰ।"

বৃটিছসকলে তেওঁলোক অহাৰ পিচৰে পৰা ভাৰতত আইন আৰু শৃঙ্খলা নিপুণতাৰে বজায় ৰখা বুলিও কব খুজিছিল। ঘৃণা আৰু বিদ্ৰূপেৰে ইয়াৰ প্ৰতিবাদ কৰি দাদাভায়ে কৈছিল :

"এষাৰ ভাৰতীয় কথা আছে যে 'অনুগ্ৰহ কৰি পিঠিত কোবাওক, পেটে নামাৰিব'। দেশীয় স্বেচ্ছাচাৰী ৰজাসকলৰ অধীনত ৰাইজে নিজে উৎপন্ন কৰা বয়বস্তু ৰাখি থবলৈ আৰু উপভোগ কৰিবলৈ

পাইছিল। অৱশ্যে সময়ে সময়ে তেওঁলোকৰ পিঠিত কোব পৰিছিল। বৃটিছ ভাৰতীয স্বেচ্ছাচাৰী (শাসক) ৰ অধীনত মানুহৰ শান্তি আছে, মাৰপিট নাই। কিন্তু তেওঁৰ বযবস্তু নেদেখাকৈ, শান্তিপূৰ্ণভাবে আৰু সূক্ষ্মভাবে শোষণ কৰি লৈ যোবা হৈছে—তেওঁ নিশ্চয শান্তিপূৰ্ণভাবে অনাহাৰে ভোকত আছে আৰু শান্তিপূৰ্ণভাবেই মৰি নাইকীয়া হৈছে।"

চমুকৈ কবলৈ হ'লে অৰ্থনৈতিক প্ৰশ্ন লৈ আন্দোলনৰ ফলত বৃটিছ শাসনৰ ভেটি যে ভাৰতক শোষণ কৰা নীতিৰ ওপৰত প্ৰতিষ্ঠিত, ই যে দেশখনক দৰিদ্ৰতাৰ পিনে লৈ গৈছে, আৰু অৰ্থনৈতিক অনগ্ৰসৰতা আৰু অনুন্নত অবস্থাৰ সৃষ্টি কৰিছে এনে এক সৰ্ব-ভাৰতীয় জনমত গঢ়ি উঠিল। এইবোৰ অসুবিধাই বৃটিছ শাসনৰ যি কোনো পৰোক্ষ সুবিধাক চেৰাই গৈছিল।

## প্ৰশাসনীয় সংস্কাৰ

আগৰ জাতীযতাবাদীসকল একচেতীয়া প্ৰশাসনিক ব্যবস্থাৰ নিৰ্ভীক সমালোচক আছিল। তেওঁলোকে দুৰ্নীতি, অপটুতা আৰু অত্যাচাৰেৰে ভৰি পৰা প্ৰশাসনিক বিধিৰ সংস্কাৰৰ হকে আশা-সুধীযাভাবে আন্দোলন কৰিছিল। তেওঁলোকে যিবোৰ প্ৰশাসনিক সংস্কাৰৰ কাৰণে দাবী কৰিছিল তাৰ ভিতৰত অতি লেখতলবলগীয়া আছিল প্ৰশাসনিক সেবাসমূহৰ ওপৰ খাপত, ভাৰতীয বিষযা নিয়োগ কৰা। এই দাবী অৰ্থনৈতিক, ৰাজনৈতিক আৰু নৈতিক যুক্তিৰ ওপৰত কৰা হৈছিল। অৰ্থনীতিৰ ফালৰ পৰা, ইউৰোপীয়সকলক উচ্চ দৰমহা দিবলগীয়া হোঁৱাৰ কাৰণে ভাৰতৰ বিত্তীয় পৰিস্থিতিৰ ওপৰত গধুৰ বোজা পৰিছিল। আৰু এই দৰমহাৰ সৰহ ভাগেই বৃটেনইলৈ পঠিওবাৰ কাৰণে দেশৰ সম্পদ শুহি নাইকীয়া কৰাতই সহায়ক আছিল। ৰাজনৈতিকভাবে ইউৰোপীয় অসামৰিক সেৱাৰ চাকৰিয়ালসকলে ভাৰতবাসীৰ প্ৰয়োজনৰ প্ৰতি আওহেলা

দেখুৱাইছিল আৰু বিশেষকৈ ভাৰতীয় পুঁজিপতিৰ লোকচান কৰি ইউৰোপীয় পুঁজিপতিসকলক সহায় কৰিছিল। নৈতিকভাবে এই ব্যবস্থাই অতি কুশল ভাৰতীয় জনকো নিজৰ দেশতে নিগাজীকৈ নিকৃষ্ট স্থান দি ভাৰতীয় প্ৰতিভাক বাওনা কৰি পেলাইছিল। লগে লগে আগৰ জাতীয়তাবাদীসকলে কম দৰমহা পোৱা তল শ্ৰেণীৰ চৰকাৰী চাকৰিয়ালসকলৰ কাৰণে বেছি দৰমহাৰ বাবে আন্দোলন কৰিছিল। তেওঁলোকে বিশ্বাস কৰিছিল যে একেবাৰে তলৰ শ্ৰেণীৰ চাকৰিয়াল-সকলক অতি কম দৰমহা দিয়া কাৰণে তলখাপত বহুখিনি অপটুতা আৰু দুৰ্নীতিয়ে ঠাই পাইছিল।

পূৰ্বৰ জাতীয়তাবাদীসকলে সাধাৰণ ৰাইজৰ ওচৰত চৰকাৰৰ প্ৰতিনিধিত্ব কৰা লোক আৰু পুলিচে কৰা নিষ্পেষণমূলক আৰু অত্যাচাৰী ব্যবহাৰৰ বিৰুদ্ধে সততে আন্দোলন কৰিছিল। জাতীয়তা-বাদী কাকতসমূহে নিতৌ এনে ধৰণৰ অত্যাচাৰৰ অসংখ্য উদাহৰণ ৰাইজৰ আগত মেলি ধৰিছিল। জাতীয়তাবাদীসকলে কাৰ্য্যপালি-কাৰ পৰা ন্যায়পালিকাৰ পৃথকীকৰণ বিচাৰিছিল, যাতে ৰাইজে পুলিচ আৰু আমোলাতন্ত্ৰৰ স্বেচ্ছাচাৰৰ পৰা কিছু ৰক্ষা পাব পাৰে। তেওঁলোকে বিচাৰ পদ্ধতিৰ অতিপাত খৰচ আৰু আইনৰ কামত হোৱা হেমাহিৰ সমালোচনা কৰিছিল। ইউৰোপীয়ৰ লগত ভাৰতীয়-লোকৰ ফৌজদাৰী বিবাদ হ'লে প্ৰতিক্ষেত্ৰতে ন্যায়ৰ ব্যতিক্ৰম হোৱাৰ নিন্দা কৰিছিল। তেওঁলোকে দাবী কৰিছিল যে আইনৰ চকুত সকলো সমান—এই নীতি ইউৰোপীয়সকলৰ ক্ষেত্ৰত প্ৰযোজ্য হব লাগে। ৰাইজক নিৰস্ত্ৰ কৰা নীতিৰ তেওঁলোকে বিৰোধিতা কৰি-ছিল আৰু সকলো মানুহৰে অস্ত্ৰ ৰাখিবৰ হক আছে বুলি ওকালতী কৰিছিল। ভাৰতৰ চুবুৰীয়া দেশবোৰৰ বিপক্ষে লোৱা আক্ৰমণাত্মক নীতিবো তেওঁলোকে বিৰোধিতা কৰিছিল। বৰ্মা ( ব্ৰহ্মদেশ )ক সাম্ৰাজ্যৰ লগত চামিল কৰা নীতি, আফগানিস্তানৰ ওপৰত আক্ৰমণ আৰু উত্তৰ পশ্চিম সীমান্তত (এতিয়া পাকিস্তানত) জনজাতীয়লোকক কৰা অত্যাচাৰৰ বিৰুদ্ধে তেওঁলোকে প্ৰতিবাদ জনাইছিল।

আগৰ জাতায়তাবাদীসকলে ভাৰতৰ কল্যাণমূলক সেৱা সমূহৰ নিম্নমুখী গতিৰ সমালোচনা কৰিছিল আৰু চৰকাৰক কল্যাণমূলক কাম হাতত লৈ দেশৰ বিকাশ কৰিবলৈ দাবী জনাইছিল। বিশেষকৈ তেওঁলোকে জনসাধাৰণৰ মাজত শিক্ষা বিস্তাৰ কৰাৰ প্ৰয়োজনৰ ওপৰত জোৰ দিছিল। তেওঁলোকে কাৰিগৰী আৰু উচ্চ শিক্ষাৰ কাৰণে বেছি সা-সুবিধা আৰু চিকিৎসা আৰু জনস্বাস্থ্যৰ ক্ষেত্ৰত সুচল বঢাবলৈকো দাবী জনাইছিল। এই সকলোৰে উপৰি, আমি আগতে দেখি অহাৰ দৰে, তেওঁলোকে ভাৰতীয় উদ্যোগ আৰু কৃষিৰ বিকাশ কৰিবলৈ সক্ৰিয় প্ৰশাসনিক ব্যৱস্থাৰ কাৰণে দাবী জনাইছিল।

জাতীযতাবাদী নেতাসকলে দাক্ষণ আফ্ৰিকা, মালয়, মৰিচাচ, ফিজি, ওবেষ্ট ইণ্ডিজ আৰু বৃটিছ গিযানাৰ দৰে বৃটিছ উপনিবেশ-বোৰলৈ উঠি যোবা ভাৰতীয শ্ৰমিকসকলৰ স্বাৰ্থকো হাতত লৈছিল। এই দেশবোৰত শ্ৰমিকসকলক বৰ্ণৰ ভেটিত উৎকট প্ৰভেদমূলক আৰু অইন নানান অত্যাচাৰেৰ দমন কৰি ৰখা হৈছিল। বহুক্ষেত্ৰত তেওঁলোকৰ ভাগ্য দাসবোৰতকৈ কোনো গুণে ভাল নাছিল। ১৮৯৩ চনৰ পিচত দক্ষিণ আফ্ৰিকাত মানবীয অধিকাৰৰ কাৰণে মোহনদাস কৰম চাঁদ গান্ধীযে আৰম্ভ কৰা জনপ্ৰিয় আন্দোলনৰ প্ৰতি জাতীয়তাবাদীসকলে সমৰ্থন আগবঢালে। বাগিছাৰ বিদেশী চাহাবসকলে কম মজুৰী দি বনুবাসকলক প্ৰায বন্দীবেটীৰ দৰে জীবন যাপন কৰিবলৈ বাধ্য কৰাইছিল। এই বনুবাসকলৰ স্বাৰ্থৰ কাৰণেও ভাৰতীয় নেতাসকলে যুঁজিছিল। এইটো কথা হ'লে লক্ষ্য কৰিব লাগিব যে তেওঁলোকে ভাৰতৰ কাৰখানা আৰু খনিবোৰত কাম কৰা বনুবাসকলৰ পক্ষে এষাৰো মাত মতা নাছিল। এই বনুৱাসকলকো নিৰ্মমভাবে শোষণ কৰা হৈছিল। এই ক্ষেত্ৰত ভাৰতীয জাতীয়তাবাদী নেতাসকলে দেশৰ পুঁজিপতিসকলৰ স্বাৰ্থক আগ ঠাই দিছিল। তেওঁলোকে বোধহয় ভাবিছিল যে এবাৰ বিদেশীসকলৰ দখল উঠি গলে ভাৰতীয় পুঁজিপতিসকলে নিজেই বনুবাসকলৰ ভাগ্যৰ উন্নতি কৰিব।

## নাগৰিক অধিকাৰ ৰক্ষা

আৰম্ভনিৰে পৰা ৰাজনৈতিক চেতনাসম্পন্ন ভাৰতীয়সকলে বাক স্বাধীনতা আৰু বাতৰিকাকত চিন্তা আৰু সন্থা গঢ়াৰ স্বাধীনতাৰ নিচিনা আধুনিক নাগৰিক অধিকাৰবোৰৰ প্ৰতি প্ৰবলভাৱে আকৃষ্ট হৈছিল। ফলস্বৰূপে যেতিয়াই চৰকাৰে এই নাগৰিক অধিকাৰ সমূহ খৰ্ব কৰিবলৈ বিচাৰিছিল তেতিয়াই তেওঁলোকে সেইবোৰ ৰক্ষাৰ কাৰণে প্ৰবলভাৱে প্ৰতিবাদ জনাইছিল। ভাৰতীয় ভাষাৰ বাতৰিকাকতবোৰৰ মুখ বন্ধ কৰিবলৈ প্ৰণয়ন কৰা ১৮৭৮ চনৰ ভাৰ্ণাকুলাৰ প্ৰেছ এক্ট ( দেশীয় ভাষাৰ বাতৰি কাকত আইন ) খন উঠাই নোলোৱালৈকে ( ১৮৮০ চনলৈকে ) তেওঁলোকে দৃঢ়ভাৱে ইয়াৰ বিৰোধিতা কৰিছিল। সেই একেদৰে ১৮৯০ চনত, চৰকাৰী গোপনীয়তা ৰক্ষাৰ নামত বাতৰিকাকতৰ সমালোচনা বন্ধ কৰিবলৈ কৰা চৰকাৰী প্ৰচেষ্টাৰো ঘোৰ বিৰোধ কৰা হৈছিল।

এই সন্দৰ্ভত আটাইতকৈ নাটকীয় ঘটনা হ'ল বি, জি, তিলক আৰু অইন কেইবাজনো নেতা আৰু কাকতৰ সম্পাদক সকলৰ কাৰাদণ্ড।

বৃটিছ ভাৰতীয় চৰকাৰৰ বিৰুদ্ধে অসন্তোষ বৃদ্ধিৰ অপৰাধত গ্ৰেপ্তাৰ কৰা, ইতিমধ্যে এগৰাকী প্ৰখ্যাত জাতীয়তাবাদী নেতা হিচাপে জনাজাত হোৱা তিলকক ১৮ মাহৰ বাবে সশ্ৰম কাৰাদণ্ডৰ নিষ্ঠুৰ শাস্তি দিয়া হ'ল। পুণাৰ দুজন নেতা—নাটু ভ্ৰাতৃদ্বয়ক বিনা বিচাৰে বহিষ্কাৰ কৰা হ'ল। অইন কেইবাজনো কাকতৰ সম্পাদকক একেধৰণৰ শাস্তি বিহা হ'ল। নাগৰিক অধিকাৰৰ ওপৰত এনে আক্ৰমণৰ বিৰুদ্ধে জাতীয়তাবাদী বাতৰিকাকত আৰু ৰাজনৈতিক সন্থাসমূহে উঠিপৰি যুঁজিবলৈ ললে আৰু সমগ্ৰ দেশ জুৰি প্ৰতিবাদ আন্দোলন সংগঠিত কৰিলে। এনিশাৰ ভিতৰতে তিলক এজন জনপ্ৰিয় সৰ্বভাৰতীয় নেতা হৈ পৰিল আৰু তেওঁক ৰাইজে 'লোকমান্য' খিতাপ দিলে।

চৰকাৰে এতিয়া বাক্-স্বাধীনতা আৰু বাতৰি-কাকতৰ স্বাধীনতা

খৰ্ব কৰিবলৈ আৰু পুলিচৰ শক্তি বৃদ্ধি কৰিবলৈ নতুন নতুন আইন প্ৰণযন কৰিলে। গুণ্ডা নাইবা অইন বেযাচৰিত্ৰৰ লোকৰ প্ৰতি কৰাৰ দৰে জাতীযতাবাদী কৰ্মীসকলকো এতিযা একেধৰণৰ ব্যবহাৰ কৰিব পৰা হ'ল। এই আইন বোৰৰ বিৰুদ্ধে দেশ জোৰা বিৰোধ সংগঠন কৰা হ'ল। প্ৰকৃততে, এতিযাৰে পৰা নাগৰিকৰ অধিকাৰ ৰক্ষাৰ আন্দোলন, স্বাধীনতা আন্দোলনৰ এক অবিচ্ছেদ্য অঙ্গ হৈ পৰিল।

## সাংবিধানিক সংস্কাৰ আৰু স্বায়ত্তশাসন

আৰম্ভনিৰে পৰা আগৰ জাতীযতাবাদী সকলে বিশ্বাস কৰিছিল যে ভাৰতবৰ্ষই শেহান্তৰত গণতান্ত্ৰিক স্বাযত্তশাসনৰ ফালে আগবাঢ়িব, কিন্তু তেওঁলোকে এই উদ্দেশ্য পূৰণ কৰিবলৈ তৎকালে দাবী কৰা নাছিল। এখোজ এখোজকৈ স্বাধীনতাৰ ফালে আগবাঢ়ি যোবাৰ বাবেহে দাবী তুলিছিল। তেওঁলোকৰ তৎকালে কৰা ৰাজ-নৈতিক দাবীসমূহ অতি মধ্যমপন্থী আছিল। উদাহৰণ স্বৰূপে, তেওলোকে কৈছিল যে ইতিমধ্যে প্ৰতিষ্ঠিত বিধান পৰিষদবোৰ বহলাই আৰু সংস্কাৰ কৰি ভাৰতবাসীক দেশ শাসনৰ এক বুজন ভাগ দিব লাগে। ১৮৬১ চনৰ ইণ্ডিযান কাউন্সিল এক্ট (ভাৰতীয পৰিষদ আইন) অনুসৰি বিধান পৰিষদলৈ কেইজনমান অনা-চৰকাৰী লোকক মনোনীত কৰাৰ ব্যবস্থা কৰা হৈছিল। এই অনা চৰকাৰী মনোনযনৰ পাত্ৰ সকল আছিল সাধাৰণতে চৰকাৰে যিহকে কৰে তাতেই হযভৰ দিযা, জমিদাৰ আৰু ডাঙৰ সদাগৰ সকল। উদাহৰণ স্বৰূপে, ১৮৮৮ চনত তেওঁলোকে অকণো ইতস্তত নকৰাকৈযে লোণ কৰৰ বৃদ্ধি সমৰ্থন কৰিছিল। কংগ্ৰেছ সভাত, বহুতো সমযত তেওঁলোকক "সোণৰ পানী চৰোবা ফাঁকিদাৰ" আৰু "অতিশোভাযুক্ত ক্ষমতাহীন নগণ্যলোক" আদি আখ্যাৰে উপহাসসূচক বৰ্ণনা কৰা হৈছিল। জাতীয়তাবাদীসকলে পৰিষদবোৰৰ

ক্ষমতাৰ পৰিসৰ বৃদ্ধি দাবী কৰিলে আৰু ইয়াৰ সভ্যসকলৰ, চৰকাৰী বাজেটখন আলচ কৰা আৰু দৈনন্দিন প্ৰশাসনত মাত মাতিব পৰা আৰু সমালোচনা কৰিব পৰাকৈ ক্ষমতা বৃদ্ধি বিচাৰিলে। সৰ্বোপৰি তেওঁলোকে পৰিষদবোৰত ৰাইজে নিৰ্বাচন কৰি দিয়া লোকক সভ্য হিচাপে লবলৈ দাবী তুলিলে।

জনমতৰ প্ৰবল হেঁচাত, চৰকাৰে পুৰণি বিধানসমূহ সলাই ১৮৯২ চনৰ নতুন "ভাৰতীয় পৰিষদ আইন" খন গ্ৰহণ কৰিলে। আইনখনে অনা চৰকাৰী সভ্যসকলৰ সংখ্যা বঢ়ালে আৰু এওঁলোকৰ কেইজন-মান পৰোক্ষভাবে নিৰ্বাচিত হোবাৰ ব্যবস্থা কৰিলে। সভ্যসকলক বাজেটৰ বিষয়ে আলোচনা কৰিবলৈ অধিকাৰ দিয়া হ'ল, কিন্তু ভোটাধিকাৰ দিয়া নহ'ল। এনে ধৰণৰ যৎকিঞ্চিত সংস্কাৰে ভাৰত-বাসীক অতি অসন্তুষ্ট কৰিলে। তেওঁলোকে এই আইনৰ দ্বাৰা তেওঁলোকৰ দাবীসমূহক বিদ্ৰূপ কৰা হৈছে বুলি ভবা হ'ল। তেওলোকে এতিয়া পৰিষদসমূহত, নিৰ্বাচিত অনা চৰকাৰী প্ৰতিনিধি সকলৰ সংখ্যাগৰিষ্ঠতা আৰু বিশেষকৈ ৰাজহুৱা ধনৰ অৰ্থাৎ বাজেটৰ ওপৰত ভাৰতীয় নিযন্ত্ৰণৰ বাবে আন্দোলন কৰিলে, তেওলোকে "প্ৰতিনিধিত্ব নোহোবাকৈ কৰ বহুবাব নোবাবে"— এই ধ্বনি তুলিলে। কিন্তু আনফালে তেওলোকে জনসাধাৰণ আৰু মহিলাসকলৰ কাৰণে ভোট দিয়াৰ অধিকাৰ দাবী নকৰিলে। দেখা-দেখিকৈ তেওলোকৰ দাবীযে মধ্যবিত্ত আৰু উচ্চশ্ৰেণীৰ লোককহে উপকৃত কৰিলে।

উনৈছ শতিকাৰ সামৰণিৰ লগে লগে আগৰ জাতীয়তাবাদী সকলে এক ৰাজনৈতিক লক্ষ্যত উপনীত হোৱাৰ ক্ষেত্ৰত বহুখিনি আগবাঢ়িলে। তেওলোকৰ দাবীবোৰ এতিয়া আৰু সামান্য সংস্কাৰ-বোৰতে আবদ্ধ নাথাকিল। তেওলোকে এতিয়া অষ্ট্ৰেলিয়া আৰু কানাডাৰ নিচিনা স্বাযত্বশাসিত উপনিবেশৰ আৰ্হিত, সকলো আইন আৰু বিত্তীয় ক্ষমতা সম্পূৰ্ণ ভাবে ভাৰতবাসীৰ হাতত পৰাকৈ পূৰ্ণ স্বায়ত্তশাসন দাবী কৰিলে। তেওঁলোকে এইবাৰ

শাসন পদ্ধতিৰ পৰিবৰ্তন বিচাৰিলে, উদাহৰণ স্বৰূপে ১৯০৪ চনত দাদাভাই নৌৰজীয়ে আৰু ১৯০৫ চনত কংগ্ৰেছ মহাসভাত গোপাল কৃষ্ণ গোখলেই সভাপতিৰ ভাষণত এই দাবী তুলিলে। ১৯০৬ চনত কংগ্ৰেছৰ কলিকতা অধিবেশনত ভাৰতীয়সকলৰ ভিতৰত সৰ্বপ্ৰথমে দাদাভাই নৌৰজীয়ে এই দাবীৰ কাৰণে 'স্বৰাজ' শব্দটো ব্যৱহাৰ কৰিলে। এই দৰে দেখা যায় আগৰ জাতীয়তাবাদী আৰু পিচৰ জাতীয়তাবাদীসকলৰ মাজত মূল অমিল, জাতীয়তাবাদী ৰাজনৈতিক লক্ষ্যৰ নামাকৰণৰ ক্ষেত্ৰত নাছিল। আচল পাৰ্থক্য আছিল একে লক্ষ্যতে উপনীত হবলৈ লোৱা পন্থাৰ ক্ষেত্ৰত আৰু কোন ধৰণৰ সামাজিক শ্ৰেণী বা দলৰ ওপৰত ভেটি কৰি এই আন্দোলনে গঢ লব তাৰ ওপৰত, অৰ্থাৎ লক্ষ্যৰ ক্ষেত্ৰত হাতে কামে লভিবলৈ হ'লে কেনে পন্থা অৱলম্বন কৰিব লাগে সেই বিষয়ত হলে দুয়ো দলৰ মাজত মতৰ যথেষ্ট অমিল আছিল।

## ৰাজনৈতিক কাৰ্য্যপন্থা

আগৰ জাতীয়তাবাদীসকলে ৰাজনৈতিক কৰ্মপন্থাৰ কাৰণেই উদাৰপন্থী বা মধ্যমপন্থী এই খিতাপ লাভ কৰিছিল। এই পন্থা-বোৰ চমুকৈ আইনৰ চাৰি বেৰৰ মাজতে ধীৰগতিত শৃঙ্খলাৰে ৰাজনৈতিক অগ্ৰগতিৰ সাংবিধানিক আন্দোলন বুলি কব পাৰি। তেওলোকে বিশ্বাস কৰিছিল যে প্ৰধান কাম হ'ল আধুনিক ৰাজনীতিত ৰাইজক শিক্ষাদান, জাতীয় ৰাজনৈতিক চেতনা জগাই তোলা আৰু ৰাজনৈতিক প্ৰশ্নাবলীৰ ওপৰত এক ঐক্যবদ্ধ জনমতৰ সৃষ্টি কৰা। এই উদ্দেশ্যে তেওঁলোকে কেইবাটাও পন্থাৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁলোকে এনে কিছুমান সভাসমিতি পাতিছিল, য'ত অতি উচ্চ ৰাজনৈতিক আৰু বৌদ্ধিক স্তৰৰ বক্তৃতা দিয়া হৈছিল আৰু জনপ্ৰিয় দাবীবোৰ লিপিবদ্ধ কৰা প্ৰস্তাববোৰ গ্ৰহণ কৰা হৈছিল। বাতৰিকাকতৰ জৰীয়তে জাতীয়তাবাদী-

সকলে চৰকাৰক নিতৌ সমালোচনা কৰিছিল। তেওঁলোকে উচ্চ পদস্থ চৰকাৰী বিষয়া আৰু বৃটেইনৰ পালিযামেণ্টলৈ অসংখ্য দৰ্খাস্ত আৰু আবেদন পত্ৰও পঠিযাইছিল। এই দৰ্খাস্ত আৰু আবেদন পত্ৰবোৰ বৰ যত্নেৰে সৈতে প্ৰস্তুত কৰা দলীল আছিল আৰু ইযাত তথ্য আৰু যুক্তি যথেষ্ট পৰিশ্ৰমেৰে সন্নিবিষ্ট কৰা হৈছিল। এই আবেদন পত্ৰবোৰ প্ৰত্যক্ষভাবে চৰকাৰলৈ সম্বোধন কৰা হৈছিল যদিও, ইযাৰ প্ৰকৃত উদ্দেশ্য আছিল ভাৰতবাসীক শিক্ষা দিয়া। উদাহৰণ স্বৰূপে ১৮৯১ চনত যেতিযা যুবক গোখলেই পুণা সাৰ্বজনিক সভাই যত্নেৰে প্ৰস্তুত কৰা দৰ্খাস্ত এখনৰ চৰকাৰে মাত্ৰ দুশাৰী উত্তৰ দিযা কাৰণে নৈৰাশ্য প্ৰকাশ কৰিলে, তেতিয়া বিচাৰপতি ৰাণাডেই উত্তৰ দিছিল

"আমাৰ দেশৰ বুৰঞ্জীত আমাৰ স্থান তুমি উপলব্ধি কৰা নাই। এই দৰ্খাস্তবোৰ সাধাৰণতে চৰকাৰলৈ সম্বোধন কৰি লিখা হয সঁচা। কিন্তু বাস্তবিকতে এইবোৰ ৰাইজলৈহে সম্বোধন কৰা হয়, যাতে এই বোৰ কথা কেনেদৰে চিন্তা কৰিব লাগে তেওঁলোকে শিকিব পাৰে। কেইবাবছৰো ধৰি একো সুফল আশা নকৰি এই কাম কৰি যাব লাগিব, এনে ধৰণৰ ৰাজনীতি এই দেশত সম্পূৰ্ণ নতুন।"

আগৰ জাতীযতাবাদী ৰাজনৈতিক কৰ্মীসকলৰ দ্বিতীয় লক্ষ্য আছিল—অভীষ্ট পৰিবৰ্তন প্ৰচলন কৰাবলৈ বৃটিছ চৰকাৰ আৰু বৃটিছ জনমতক প্ৰভাবান্বিত কৰা। আগৰ জাতীযতাবাদীসকলৰ আদিতে ধাৰণা আছিল যে ভাৰতৰ প্ৰকৃত অবস্থাৰ বিষয় বৃটিছসকলে একো ভু নেপায। সেই কাৰণে তেওঁলোকে দৰ্খাস্ত আৰু আবেদন পত্ৰৰ মাজেদি আৰু বৃটেইনত সক্ৰিয ৰাজনৈতিক প্ৰচাৰকাৰ্য্যৰ দ্বাৰা বৃটেইনৰ ৰাইজ আৰু নেতাসকলক ভালদৰে বুজাবলৈ উঠিপৰি লাগিছিল। বাছকবনীযা ভাৰতীয় নেতাসকলৰ সজাতিদল বৃটেইনলৈ পঠিওবা হৈছিল। ১৮৮৯ চনত জাতীয় কংগ্ৰেছৰ এটা বৃটিছ কমিটি স্থাপন কৰা হৈছিল। ১৮৯০ চনত, এই কমিটিয়ে "ইণ্ডিয়া" (ভাৰত) শীৰ্ষক এখন কাকত উলিয়াবলৈ লৈছিল। দাদাভাই নৌৰজীয়ে

তেওঁৰ জীৱনৰ সৰহ দিন আৰু উপাৰ্জনৰ বেছি ভাগেই বৃটেইনত, তাৰ ৰাইজৰ আৰু ৰাজনীতিবিদসকলৰ মাজত প্ৰচাৰকাৰ্য্য চলাওঁতে খৰচ কৰিছিল।

আগৰ জাতীয়তাবাদীসকলে আইন সন্মত আন্দোলনত বিশ্বাস কৰিছিল যদিও, বাতৰিকাকতৰ বাহিৰে আন কোনো উপায়েৰে এই সীমিত ক্ষেত্ৰতো তেওঁলোকে এক দেশ-জোৰা নাইবা নেৰানেপেৰা আন্দোলন সংগঠিত কৰিব নোৱাৰিলে। ইয়াৰ কাৰণ আংশিকভাৱে আছিল ধনৰ অত্যন্ত অভাৱ। তেওঁলোকৰ সঘনে ধনৰ নাটনি হৈছিল। সদাগৰ, উদ্যোগপতি আৰু জমিদাৰ আদি ধনী ভাৰতীয়ই তেতিয়াও জাতীয়তাবাদী আন্দোলনলৈ টকা-পইচা দি সমৰ্থন আগবঢোৱা নাছিল। ৰাজনৈতিক নেতাসকলৰ সৰহ সংখ্যকে নিজৰ উপাৰ্জ্জনৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়াত পৰিছিল। বহুতৰে আকৌ এই উপাৰ্জন বৰ কম আছিল। উদাহৰণ স্বৰূপে, সুৰেন্দ্ৰ নাথ বেনাৰ্জী আৰু গোপালকৃষ্ণ গোখলেই শিক্ষকৰ পৰিমিত দৰমহা কেইটিৰ ওপৰত জীৱন নিৰ্বাহ কৰিছিল। তিলকে আইন শিক্ষাৰ্থী-সকলৰ কাৰণে অনাচৰকাৰী প্ৰশিক্ষণ কেন্দ্ৰ চলাইছিল। কিছু পৰিমাণে এই ধনৰ অভাৱৰ কাৰণেই আগৰ জাতীয়তাবাদী নেতা-সকলৰ ভিতৰত উকিল আৰু সংবাদসেৱী—এই দুযোটা স্বাধীন বৃত্তিধাৰী লোকৰ প্ৰাধান্য আছিল।

## জনসাধাৰণৰ ভূমিকা

পূৰ্বৰ জাতীয়তাবাদী আন্দোলনৰ মূল দুৰ্বলতা আছিল ইয়াৰ ঠেক সামাজিক ভেটি তেতিয়াও আন্দোলনৰ বহুজনৰ মাজত আকৰ্ষণ হোৱা নাছিল। ইয়াৰ প্ৰভাৱ প্ৰধানত নগৰৰ শিক্ষিত ভাৰতীয়-সকলৰ ওপৰতে সীমাবদ্ধ আছিল। বিশেষকৈ তেওঁলোকৰ নেতৃত্ব উকিল, ডাক্তৰ, সংবাদসেৱী, শিক্ষক আৰু কেইজনমান সদাগৰ আৰু মাটিৰ মালিকৰ দৰে বৃত্তিধাৰী লোকৰ ভিতৰতে সীমিত আছিল।

নেতাসকলে জনসাধাৰণৰ ওপৰত ৰাজনৈতিক ভৰসা নকৰিছিল। তেওঁলোকৰ ধাৰণা আছিল যে আধুনিক ৰাজনীতিত অংশ গ্ৰহণ কৰিব পৰা আৰু সেই কালৰ অতি শক্তিশালী সাম্ৰাজ্যবাদৰ বিপক্ষে সাফল্যৰ যুঁজিব পৰা চৰিত্ৰ আৰু সামৰ্থ্য ভাৰতবাসীৰ নাই। সক্ৰিয় ৰাজনৈতিক আন্দোলন সংগঠনৰ বাধা সমূহলৈ গোখলেই এইদৰে আঙুলিয়াইছিল—"দেশত অন্তহীন বিভাজন আৰু সেই বিভাজনতো অসংখ্য সৰু বিভাজন। জনসংখ্যাৰ সৰহভাগেই অজ্ঞ, তেওঁলোকে সকলো ধৰণৰ পৰিবৰ্তনৰ বিৰোধী পুৰণি চিন্তাধাৰা আৰু অনুভূতি-বোৰকে আকোৰগোজ মনোভাবেৰে ধৰি থাকে আৰু পৰিবৰ্তন বুজি নেপায।" মধ্যমপন্থী (বা নৰমপন্থী) নেতাসকলে এইখিনিতে এটা ডাঙৰ ভুল কৰিছিল। তেওঁলোকে মাথোন জনসাধাৰণৰ সামাজিক, সাংস্কৃতিক আৰু ৰাজনৈতিক অনগ্ৰসৰতাহে দেখা পাইছিল। কিন্তু সৰ্বসাধাৰণ ৰাইজৰ গাতহে যে এক সাম্ৰাজ্যবাদ বিৰোধী দীঘলীয়া আন্দোলনৰ বাবে প্ৰযোজনীয সাহস আৰু ত্যাগৰ নিচিনা গুণবোৰ আছে, এই ৰাইজেহে যে তেওঁলোকৰ ৰাজনৈতিক দাবীবোৰৰ সমৰ্থনত প্ৰকৃত শক্তি যোগাব পাৰে, আৰু আনকি সৰ্বসাধাৰণৰ সাংস্কৃতিক আৰু ৰাজনৈতিক অনগ্ৰসৰতাকে যে এক আন্দোলন চলি থকা অবস্থাতহে গুচাব পাৰি—এইবোৰ কথালৈ নৰমপন্থী নেতা-সকলে চকু নিদিলে। তেওঁলোকে ভাবিছিল যে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে প্ৰবল গণ আন্দোলন চলাবলৈ হ'লে পোনতে ভাৰতীয় সমাজৰ বাবে মিহলি উপাদানবোৰ লগ লগাই এটা জাতিত পৰিণত কৰিব লাগিব। কিন্তু প্ৰকৃত ক্ষেত্ৰত এনে আন্দোলন চলি থকা সময়তহে এটা ঐক্যবদ্ধ ভাৰতীয় জাতি গঢ়ি তুলিবলৈ পৰা হৈছিল। জনসাধাৰণৰ পৰা আঁতৰি থকাৰ কাৰণে তেওঁলোকৰ প্ৰতি ওপজা ভুল ধাৰণাৰ বশৱৰ্তী হোৱাৰ ফলত জাতীয়তাবাদৰ প্ৰথম অৱস্থাত সাধাৰণ ৰাইজক সম্পূৰ্ণভাবে নিষ্ক্ৰিয় ভূমিকা দিয়া হৈছিল। ইয়াৰ ফলত ৰাজনৈতিক ক্ষেত্ৰতো মজলীয়া নীতিহে অনুসৰণ কৰিবলগীয়া হৈছিল। জনসাধাৰণৰ সমৰ্থন নেপাই, নৰমপন্থী নেতাসকলে

বিদেশী শাসকসকলৰ প্ৰতি প্ৰত্যাহ্বানৰ সময় তেতিয়াও অহা নাই বুলি ভাবিছিল। এনে কৰিলে অকাল অত্যাচাৰ মাতি অনা হব। গোখলেই কোবাৰ দৰে "চৰকাৰৰ পিচত থকা শক্তিৰ বিশাল ভঁৰালৰ কথা আপোনালোকে উপলব্ধি কৰা নাই। কংগ্ৰেছে যদি আপোনালোকে কোৱা অনুসৰি তেনে কিবা কৰে, তেনেহলে ইযাক পাঁচ মিনিটৰ ভিতৰতে ডিঙি চেপি বন্ধ কৰিবলৈ চৰকাৰৰ অকণো অসুবিধা নহয।" পিচৰ জাতীযতাবাদী সকলৰ ঠিক এই কথাতে নৰমপন্থীসকলৰ লগত মতৰ অমিল হৈছিল। আন্দোলন কৰিবলৈ ভাৰতীয ৰাইজৰ সামৰ্থ্যত সম্পূৰ্ণ আস্থা ৰাখি সাম্ৰাজ্যবাদৰ বিপক্ষে পিচৰ জাতীযতাবাদী সকলে এক প্ৰবল গণ আন্দোলনৰ পৰিকল্পনাৰ বাবে ওকালতী কৰিছিল। তেওলোকে বিশ্বাস কৰিছিল যে চৰকাৰৰ দমন নীতিযে আন্দোলনৰ "ডিঙি চেপিব" নোবাৰে বৰং ৰাইজক শিক্ষা দিব আৰু সাম্ৰাজ্যবাদ ওফৰাই পেলাবলৈ তেওলোকে কৰা সংকল্প দৃঢ়তৰ কৰিব।

আগৰ জাতীযতাবাদী আন্দোলনৰ সামাজিক ভেটি ঠেক হোৱা কাৰণে আন্দোলনত যোগ দিয়া সামাজিক শ্ৰেণী আৰু দলবোৰৰ সংকীৰ্ণ স্বাৰ্থৰ কাৰণেহে জাতীযতাবাদীসকলে যুদ্ধ কৰিছিল বুলি সিদ্ধান্তলৈ অহা পিচে ভুল হব। এই আন্দোলনৰ কাৰ্য্যসূচী আৰু নীতিবোৰে ভাৰতীয ৰাইজৰ সকলো শ্ৰেণীৰ স্বাৰ্থৰ পোষকতা কৰিছিল আৰু ঔপনিবেশিক শোষণৰ বিৰুদ্ধে দেশ জোৰা স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰিছিল। ই মাথোন সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ বাবে সকলো ৰাইজক এক গোট কৰাব পৰা নাছিল। ইযাৰ ফল স্বৰূপে সাম্ৰাজ্যবাদৰ লগত মিট মাট কৰিবলগীয়া হৈছিল আৰু বহুক্ষেত্ৰত বৃটিছ ৰাজৰ প্ৰতি আনুগত্যৰ কথা কবলগীয়া হৈছিল।

## চৰকাৰী মনোবৃত্তি

আৰম্ভনিৰে পৰা জাতীযতাবাদী শক্তিসমূহৰ প্ৰতি চৰকাৰ বিৰূপ

আছিল। ১৮৭৮ চনত ভাৰতীয় বাতৰিকাকতবোৰে যেতিয়া ঔপনিবেশিক নীতিৰ সমালোচনাৰ মাজেৰে জাতীয়তাবাদী চেতনা প্ৰচাৰ কৰিবলৈ চেষ্টা চলালে, তেতিয়া চৰকাৰ তাৰ ওপৰত খৰ্গহস্ত হৈছিল। ডফৰিণে ভাৰতীয় জাতীয় কংগ্ৰেছ প্ৰতিষ্ঠাক ভয়ৰ চকুৰে চাইছিল। তেও লক্ষ্য কৰিছিল যে কংগ্ৰেছৰ কাম হ'ল চৰকাৰী নীতিৰ কাৰ্য্যকলাপৰ সমালোচনা আৰু অনুমোদন অসম্ভৱ দাবীবোৰ আগবঢোবা। কংগ্ৰেছে ৰাজনৈতিক কথাতকৈ সামাজিক কথাতহে লাগিব লাগে বুলি তেওঁ হিউমৰ ওচৰত প্ৰস্তাব কৰিছিল, যাতে এই আন্দোলনৰ দিশ পৰিবৰ্তন কৰাব পাৰি।* কিন্তু কংগ্ৰেছ নেতাসকলে এই পৰিবৰ্তন কৰিবলৈ অস্বীকাৰ কৰিলে। তথাপি বৃটিছ কৰ্তৃপক্ষই দেখাদেখিকৈ বিৰোধী মনোভাব গ্ৰহণ নকৰিলে। তেও লোকে আশা কৰিছিল যে জাতীয় কংগ্ৰেছ এমুঠি ৰাজনৈতিক চেতনাশীল ভাৰতবাসীৰ মাজত হোৱা শিক্ষামূলক আলোচনাতে ব্যস্ত থাকিব। জাতীয়তাবাদী নেতাসকলৰ ভিতৰত বেছি মেধাবী কেইজনক বিধান পৰিষদৰ আসন আৰু ন্যায় বিভাগীয় আৰু অন্যান্য সেবাৰ ভাল দৰমহাৰ কাম দি সন্তুষ্ট কৰিবলৈ বৃটিছ চৰকাৰ ইচ্ছুকো আছিল।

কিন্তু জাতীয়তাবাদী কংগ্ৰেছ আৰু অইন জাতীয়তাবাদী সন্থা, ব্যক্তিবিশেষ আৰু বাতৰিকাকতে যে এনে সীমাবদ্ধ ভূমিকা লৈ নাথাকে—সেইকথা সোনকালে স্পষ্ট হৈ উঠিল। বাতৰিকাকতবোৰে ৰাইজলৈ হাত মেলিলে আৰু কংগ্ৰেছে ভাৰতীয় ভাষাসমূহত জনপ্ৰিয় সৰুসৰু কিতাপ প্ৰকাশ কৰিবলৈ ললে। সাধাৰণ ৰাইজৰ

*ডফৰিণৰ উপদেশ অনুসৰি কংগ্ৰেছে সামাজিক ক্ষেত্ৰৰ পৰা ৰাজনৈতিক কথালৈ দৃষ্টি সলাইছিল বুলি বহুলভাবে প্ৰচাৰিত মত শুধৰাই দিব লাগে। ১৮৯৮ চনত ডব্লিউ, চি, বেনাৰ্জীয়ে এখন কিতাপৰ পাতনিত এই ভুল মত পোন প্ৰথম বাৰৰ কাৰণে প্ৰকাশ কৰিছিল। ডফৰিণৰ নিজস্ব কাকত-পত্ৰৰ পৰা বুজা যায় যে আচল কথাটো, বেনাৰ্জীয়ে (পাহৰি গৈ) লিখা কথাৰ ওলোটাহে।

সভা-সমিতিৰ জৰীযতে জাতীয়তাবাদীসকলৰ বাণী প্ৰচাৰ হবলৈ ধৰিলে। বৃটিছ শাসক সকলে সাধাৰণ ৰাইজৰ মাজত ৰাজনৈতিক চেতনাৰ প্ৰচাৰ সহ্য নকৰিলে। এয়া তেওঁলোকৰ মানত আছিল ৰাজদ্ৰোহ। জাতীয়তাবাদীসকলৰ অৰ্থনৈতিক আন্দোলনে সাম্ৰাজ্য-বাদৰ প্ৰকৃত শোষণকামী মুখাখন খুলি পেলালে। ১৯০০ চনত ভাৰতৰ কাৰণে নিযুক্ত সচিব ( চেক্ৰেটৰী অব ষ্টেট ফৰ ইণ্ডিয়া ) জৰ্জ হামিল্টনে দাদাভাই নৌৰজীলৈ এনেদৰে আপত্তি জনালে, "আপোনালোকে নিজক বৃটিছ শাসনৰ সমৰ্থক বুলি ঘোষণা কৰে, অথচ সেই শাসন বজায় ৰাখিবলৈ হলে যিবোৰ চৰ্ত আৰু ফল অবশ্যম্ভাবী, সেইবোৰক তীব্ৰ গৰিহনা দিযে।" ইযাৰ আগতে ১৮৮৬ চনত জাতীয়তাবাদী বাতৰিকাকতৰ ভূমিকাৰ বিষয়ে লৰ্ড ডফ ৰিণে লিখিছিল "এইদৰে যি সকলে এই কাকতবোৰ পঢ়ে তেওঁলোকৰ মনত যে আমি সকলোবে মানবজাতিৰ, বিশেষকৈ, ভাৰতৰ শত্ৰু—এই বুলি দৃঢ় বিশ্বাস জন্মিছে, তাত কোনো সন্দেহ নাই।"

বৃটিছ বিষয়াসকলে এতিয়া খোলাখুলিকৈ জাতীয়তাবাদী কংগ্ৰেছ আৰু আন আন জাতীয়তাবাদী সংস্থাৰ মুখপাত্ৰসকলক সমালোচনা কৰিবলৈ আৰু গৰিহনা দিবলৈ ললে। জাতীয়তাবাদীসকলক 'অবিশ্বস্ত বাবু', 'ৰাজদ্ৰোহী ব্ৰাহ্মণ' আৰু 'দুৰ্ঘোৰ অধম' আদি আখ্যা দিয়া হ'ল। কংগ্ৰেছক ৰাজদ্ৰোহৰ কাৰখানা আৰু কংগ্ৰেছী-লোকক "নিজৰ বাহিৰে অইন কাৰো প্ৰতিনিধিত্ব নকৰা চাকৰী ক্ষেত্ৰত নিৰাশ হোৱা প্ৰাৰ্থী আৰু অসন্তুষ্ট উকিল" বুলি বৰ্ণনা কৰা হ'ল। ১৮৮৭ চনত ডফৰিণে এখন ৰাজহুৱা সভাত জাতীয় কংগ্ৰেছক আক্ৰমণ কৰি, "এক নগণ্য সংখক ৰাইজৰ" প্ৰতিনিধিত্ব কৰা বুলি ইতিকিং কৰিলে। জৰ্জ হামিল্টনে কংগ্ৰেছৰ নেতাসকলক "ৰাজদ্ৰোহী আৰু দুতলীয়া চৰিত্ৰৰ গৰাকী" বুলি দোষাৰোপ কৰিলে। দাদাভাই নৌৰজীয়ে বৃটিছ শাসনৰ মুখা খুলি পেলোৱা কাৰণে হামিল্টনে ইমান তিক্ত মনোভাব ললে যে তেওঁ মহান নেতাজনক কৰা তিৰস্কাৰ

সাধাৰণ স্তৰলৈ নামি আহিল। তেওঁ ঘোষণা কৰিলে যে ইংলণ্ডত বসবাস কৰা আৰু উগ্ৰপন্থী আৰু সমাজবাদী বৃটিছ নেতাসকলৰ সঙ্গ লোৱা কাৰণে দাদাভাইৰ "মুলতে যি মগজু বা বুদ্ধিবৃত্তি আছিল' তাৰ অবনতি ঘটিল। ১৯০০ চনত ভাইচৰয কাৰ্জনে ঘোষণা কৰিলে, "কংগ্ৰেছে থৰকবৰক কৰি পতনমুখী হৈছে। ভাৰতত থকা কালত মোৰ এটা বৰ মহৎ আকাঙ্ক্ষা হ'ল—কংগ্ৰেছৰ শান্তি-পূৰ্ণভাবে শেষ হবলৈ সহায কৰা।" তেওঁ কংগ্ৰেছক সেই "অশুচী বস্তুটো" বুলি উল্লেখ কৰিছিল। কিছুমান বৃটিছ প্ৰচাৰবাদীয়ে কংগ্ৰেছক আনকি ৰুচিযাৰ পৰা টকা লোৱা বুলিও দোষাৰোপ কৰিছিল।

জাতীযতাবাদী আন্দোলন বৃদ্ধি পাই অহা দেখি বৃটিছ কৰ্তৃপক্ষই তাৰ বিৰুদ্ধে "বিভেদ জগাই শাসন কৰা" নীতিত বেছিকৈ হেঁচা দিলে। ভাৰতীয ৰাইজৰ মাজত বাঢ়ি অহা একতাই যে তেওঁ-লোকৰ শাসনৰ বিৰুদ্ধে প্ৰধান ভাবুকী সেই কথা তেওঁলোকে উপলব্ধি কৰিলে। ১৮৯৭ চনত জৰ্জ হেমিল্টনে ভাইচৰয এলগিনলৈ লিখিলে, "আমাৰ শাসনৰ বিৰুদ্ধে দেশীয মতামত, বিভিন্ন জাতি আৰু ধৰ্মৰ যি ঐক্য বৃদ্ধি পাই আহিছে সেযে মোক ভবিষ্যত সম্পৰ্কে ভয খুৱায।" বৃটিছ কৰ্তৃপক্ষই সেই কাৰণে চৈযদ আহমদ খাঁ, ৰাজা শিব প্ৰসাদ আৰু অন্যান্য বৃটিছৰ ফলীয়া লোক সকলক কংগ্ৰেছ-বিৰোধী আন্দোলন এটা আৰম্ভ কৰিবলৈ উদগনি দিলে। হিন্দু আৰু মুছলমানৰ মাজত বিভেদ ভাব জগাবলৈকো বৃটিছ সকলে চেষ্টা কৰিলে। চৰকাৰী ক্ষেত্ৰত শিক্ষিত ভাৰত বাসীৰ মাজত সাম্প্ৰদাযিক প্ৰতিদ্বন্দ্বিতাত তেওঁলোকে বিছনীৰ 'বা' দিলে। ১৮৫৭ চনৰ বিদ্ৰোহৰ ঠিক পিচতে বৃটিছ শাসক সকলে উচ্চ শ্ৰেণীৰ মুছলমান সকলৰ ওপৰত দমননীতি চলাইছিল। ১৮৭০ চনৰ পিচত তেওঁলোকে উচ্চ আৰু মধ্যবিত্ত শ্ৰেণীৰ মুছলমান সকলক জাতীয আন্দোলনৰ বিৰুদ্ধে লগাবলৈ চেষ্টা কৰিলে। তেওঁলোকে সাম্প্ৰদায়িক মনোভাব বিস্তাৰ কৰিবলৈ হিন্দী আৰু

উৰ্দ্দুৰ বিৰোধক চতুৰতাৰে নিজৰ অভিপ্ৰায় সিদ্ধিত লগালে। নৈষ্ঠিক হিন্দু সকলে আৰম্ভ কৰা গো-ৰক্ষা আন্দোলনক একে উদ্দেশ্যৰেই কামত লগালে। ১৮৯৩ চনত ভাৰতৰ কাৰণে নিযুক্ত সচিব (চেক্ৰেটৰী অব ষ্টেট ফৰ ইণ্ডিয়া) কিম্বাৰলেই ভাইচৰয় লেনসডাউনলৈ লিখিলে যে আন্দোলনে "হিন্দু আৰু মুছলমানৰ সকলো ঐক্য অসম্ভৱ কৰি পেলাব আৰু ভাৰতীয় বাইজক এটা ঐক্যবদ্ধ জাতি হিচাপে গঢ়ি তুলিবলৈ লোৱা কংগ্ৰেছ আন্দোলনক শিপাতে কাটিব"। "বিভেদৰ সৃষ্টি কৰি শাসন কৰা," নীতি অকল হিন্দু আৰু মুছলমানৰ বিভেদৰ ক্ষেত্ৰতেই প্ৰযোগ কৰা নহৈছিল। নতুন শিক্ষিত সম্প্ৰদায়ৰ বিৰুদ্ধে প্ৰাচীনপন্থী সামন্তবাদী শ্ৰেণীটোক, এখন প্ৰদেশৰ বিৰুদ্ধে আন এখন প্ৰদেশক, এটা জাতৰ বিৰুদ্ধে আন এটা জাতক আৰু ইটো দলৰ বিৰুদ্ধে সিটো দলক লগোৱা হ'ল। বেছি সংৰক্ষণ পন্থী বা নৰমপন্থী দলৰ প্ৰতি অধিক বন্ধুত্বপূৰ্ণ মনোভাব দেখুৱাই জাতীয়তাবাদীসকলৰ মাজতো বিভেদৰ সৃষ্টি কৰিবলৈ চেষ্টা কৰা হৈছিল। ১৮৭০ আৰু ১৮৮০ চনত বৃটিছ ইণ্ডিয়া এচোচিয়েছনৰ নিচিনা পুৰণি সম্থাবোৰৰ নেতা-সকলক সন্তুষ্ট কৰি 'উগ্ৰপন্থী' কংগ্ৰেছী নেতাসকলৰ বিৰুদ্ধে থিয় কৰাবলৈ প্ৰচেষ্টা চলোৱা হৈছিল। ১৮৯০ চনত ডব্লিউ, চি, বেনাৰ্জী, বিচাৰপতি ৰানাডে, গোখলে আৰু আন কেইজনমান—সেইকালৰ উগ্ৰপন্থী নেতাক, অতি উগ্ৰপন্থী বুলি বিবেচিত হোৱা দাদাভাই নৌৰজী আৰু সুৰেন্দ্ৰ নাথ বেনাৰ্জীৰ নিচিনা নেতাসকলৰ পৰা আঁতৰাই নিবলৈ যত্ন কৰা হ'ল। ১৯০৫ চনৰ পিচত কংগ্ৰেছৰ ভিতৰতে মধ্যমপন্থী আৰু উগ্ৰপন্থী সকলৰ ভিতৰত মতৰ অমিল হোৱাত বৃটিছ শাসকসকলে বিভেদ সৃষ্টি কৰিবলৈ একাণপতীয়া চেষ্টা চলাইছিল।

জাতীয়তাবাদৰ বিকাশ বন্ধ কৰিবলৈ বৃটিছ কৰ্তৃপক্ষই এহাতে দেখাত অনুগ্ৰহ আৰু আনহাতে নিষ্ঠুৰদমননীতি অনুসৰণ কৰিছিল। চিৰ্ভিল চাৰ্ভিচত ভৰ্তিকৰণৰ বাবে প্ৰয়োজনীয় উৰ্দ্ধতম বয়সৰ

নিৰিখৰ ক্ষেত্ৰত ৰেহাই দি, অইন সেবা সমূহত ভাৰতবাসীৰ কাৰণে সৰহ চাকৰীৰ বন্দবস্ত কৰি, স্থানীয় নগৰপালিকা প্ৰশাসনৰ পৰিসৰ বহলাই আৰু ১৮৯২ চনৰ ভাৰতীয় পৰিষদ (ইণ্ডিয়ান কাউনসিল এক্ট) প্ৰণয়ন কৰি জাতীয়তাবাদীসকলৰ ভিতৰত বেছি নৰমপন্থীসকলক সন্তুষ্ট কৰা হ'ল। লগে লগে দুৰ্বলমনা সকলক ভয় খুৱাবলৈ এই দমন নীতি অনুসৰণ কৰা হ'ল। ১৮৯৮ চনত ভাইচৰয় এলগিনে ভাৰতবাসীক খোলাখুলিকৈ ভয় দেখুৱালে এই ঘোষণাৰে "ভাৰতবৰ্ষক তৰোৱালে'ৰে জয় কৰা হৈছে আৰু তৰোৱালেৰেই ইয়াক দখলত ৰখা হব"। আমি আগতেই দেখিছোঁ—তিলক আৰু অইন সংবাদপত্ৰ সেৱীসকলক গ্ৰেপ্তাৰ কৰি পশ্চিম ভাৰতত জাতীয়তাবাদীসকলৰ ওপৰত এক প্ৰবল আক্ৰমণ চলোৱা হৈছিল। ১৮৯৮ চনত বাতৰি কাকতৰ স্বাধীনতা আৰু বাক স্বাধীনতা খৰ্ব কৰিবলৈ আৰু পুলিচ আৰু হাকিমসকলৰ ক্ষমতা বঢ়াবলৈ, আইন প্ৰণয়ন কৰা হ'ল।

বৃটিছ শাসকসকলে জাতীয়তাবাদৰ উদ্ভৱ হোৱাৰ মূলত শিক্ষা বিস্তাৰেই যাই কাৰণ বুলি ধাৰণা কৰিছিল। এতিয়া ইয়াৰ ওপৰত চৰকাৰৰ নিয়ন্ত্ৰণ বেছিকৈ আৰোপ কৰি শিক্ষাৰ আধুনিক উদাৰপন্থী দৃষ্টিভঙ্গি সলাবলৈ যো-জা কৰা হ'ল। ১৮৯৯ চনত জৰ্জ হেমিল্টনে ভাইচৰয়ক এই পৰিকল্পনাৰ আঁচনি দিছিল। তেওঁ কৈছিল যে, প্ৰথমতে চৰকাৰে "শিক্ষা, ইয়াৰ সংগঠন আৰু পাঠ্যপুথি বোৰৰ ওপৰত অধিক নিয়ন্ত্ৰণ" আৰোপ কৰিব লাগে। ১৯০৩ চনৰ 'শিক্ষা আইন" আৰু স্কুল আৰু কলেজবোৰত চৰকাৰী পৰিদৰ্শন পদ্ধতি প্ৰচলন কৰি শিক্ষক সকলৰ ওপৰত কঠোৰ নিয়ন্ত্ৰণ ৰাখি, চৰকাৰে এই উদ্দেশ্য সাধন কৰিবলৈ চেষ্টা কৰিছিল। দ্বিতীয়তে, ধৰ্মীয় ন্যাসবোৰে স্থাপন কৰা অনাচৰকাৰী কলেজবোৰক চৰকাৰে সহায় কৰিবলৈ সিদ্ধান্ত ললে। যুক্তিসংগত, গণতান্ত্ৰিক আৰু জাতীয়তা বাদী ভাবধাৰা প্ৰচাৰৰ সহায়ক আধুনিক ধৰ্মনিৰপেক্ষ শিক্ষা পদ্ধতিৰ সলনি ধৰ্মসম্পৰ্কীয় আৰু আধ্যাত্মিক প্ৰশিক্ষণৰ ওপৰত

প্ৰতিষ্ঠিত এক শিক্ষা পদ্ধতি প্ৰবৰ্তন কৰাৰ চেষ্টা চলিল। ভাৰতীয় ধৰ্ম আৰু সংস্কৃতিৰ গৌৰবৰ ওপৰত প্ৰতিষ্ঠিত হলেও এই নতুন শিক্ষা পদ্ধতি আছিল প্ৰতিক্ৰিয়াশীল, কাৰণ, যুবকসকলৰ মাজত ই এক অগ্ৰগামী আধুনিক ভাবধাৰা জগাব নোবাৰিছিল। এই নীতিয়ে উনৈছ শতিকাৰ শেহৰ ফালে বৃটিছ সাম্ৰাজ্যবাদে কেনেদৰে সামাজিক আৰু বৌদ্ধিকভাবে প্ৰতিক্ৰিয়াশীল আৰু মুমূৰ্ষু শক্তি সকলৰ লগত হাত মিলাবলৈ ইচ্ছুক হৈছিল তাকে দেখুৱাইছিল। ধৰ্মীয় পুনৰুত্থান বাদ আৰু সংৰক্ষণশীলতাৰ বিৰুদ্ধে এতিয়া আৰু ইয়াৰ কোনো গভীৰ আপত্তি নাছিল। সাম্ৰাজ্যবাদী শাসনৰ গাঁথনিৰ ভিতৰত সামাজিক আৰু সাংস্কৃতিক সংৰক্ষণবাদৰ স্থান আছিল কিন্তু আধুনিক চিন্তাধাৰাৰ বিস্তাৰক ই হলেই সকলোতকৈ বেছি ভয় কৰিছিল।

## মূল্যাঙ্কণ

পিচৰ কালৰ সমালোচকসকলে আগৰ জাতীয়তাবাদী সকলে সিমান ব্যৱহাৰিক সাফল্য লাভ কৰিব নোবাৰিলে বুলি আঙুলিয়াই দিছিল। তেওলোকে যিবোৰ সংস্কাৰৰ কাৰণে আন্দোলন কৰিছিল তাৰে নিচেই কেইটিমানহে বৃটিছ শাসকসকলে প্ৰবৰ্তন কৰিছিল। বিদেশী শাসকসকলে তেওঁলোকক হেয় ব্যৱহাৰ কৰিছিল আৰু তেওলোকৰ ৰাজনীতিক ইতিকিং কৰিছিল। লাজপৎ ৰায়ে পিচত এইদৰে লিখিছিল "সা-সুবিধা দিবলৈ আৰু ওজৰ আপত্তি গুচাবৰ কাৰণে কুৰি বছৰৰো ওপৰ কমবেছি পৰিমানে অসাৰ্থক আন্দোলন কৰাৰ পিচত তেওঁলোকে ৰুটিৰ সলনি শিলগুটিহে পাইছিল।" প্ৰকৃততে চৰকাৰ বেছি উদাৰপন্থী হওক চাৰি 'অধিক প্ৰতিক্ৰিয়াশীল আৰু দমনকাৰী হৈছিল। তাৰোপৰি, সাধাৰণ ৰাইজৰ মাজত আগৰ জাতীয় আন্দোলনে শিপা মেলিব নোবাৰিলে। অইন কি, যি সকলে উচ্চ আশা কৰি ইয়াত যোগদান কৰিছিল

তেওঁলোকৰো ক্ৰমান্বয়ে ভুল ভাগিবলৈ ধৰিলে। সমালোচক-সকলে ইয়াৰ ৰাজনীতিক "গতিৰহিত আৰু অমনোযোগী' আৰু ইয়াৰ পন্থাক প্ৰাৰ্থনা আৰু দৰ্খাস্তৰ মাজেদি ভিক্ষুক বা মগনিয়াৰৰ পন্থা বুলি ইতিকিং কৰিছিল। তেওঁলোকে কৈছিল যে এমুঠি লোকৰ বাহিৰে সৰহ ভাগ আগৰ জাতীয়তাবাদীয়েই ব্যক্তিগত কোনো ত্যাগ কৰা নাছিল, নাইবা কোনো ধৰণৰ অসুবিধাও ভোগ কৰা নাছিল। তাৰোপৰি তেওঁলোকৰ কাৰ্য্যসূচী আছিল পুঁজিবাদৰ সঙ্কীৰ্ণ পৰিধিৰ ভিতৰতে সীমাবদ্ধ। পুঁজিবাদী পন্থাৰ বাহিৰে অইন উপায়ে ভাৰতৰ উন্নতি কৰা কথা তেওঁলোকে ভাবিব নোবাৰিছিল। ইয়াৰ কাৰণে সাধাৰণ ৰাইজৰ মাজত তেওলোকৰ আবেদনৰ প্ৰভাব আৰু ৰাজনৈতিক কাৰ্য্যসূচী হাতত লোবাব পৰা ক্ষমতা সীমাবদ্ধ আছিল।

আগৰ জাতীয়তাবাদী আন্দোলনক অকৃতকাৰ্য্য বুলি ঘোষণা কৰাত হলে সমালোচক সকল বৰ শুদ্ধ নাছিল। তেওঁলোকৰ ব্যবহাৰিক সাফল্য যে নিচেই কম হৈছিল আৰু তেওঁলোকৰ ৰাজনৈতিক দৃষ্টিভঙ্গি বৃটিছ শাসনৰ পৰিবৰ্তিত ৰূপৰ ফলত কুৰি শতিকাৰ আৰম্ভনিত খাপ নোখোৱা হৈ পৰিছিল—তাত কোনো সন্দেহ নাই। তেওলোকে আনকি এক সৰ্বভাৰতীয় সাংবিধানিক আন্দোলন চলাবলৈকো সমৰ্থ নহ'ল। তেওঁলোকৰ সংগঠন বা প্ৰচাৰে সাধাৰণ ৰাইজকো স্পৰ্শ কৰা নাছিল। ১৯০৫ চনতে আগৰ জাতীয়তাবাদী সকলে তেওলোকৰ ৰাজনৈতিক বিকাশৰ সৰ্বোচ্চ সীমা পাইছিলগৈ।

কিন্তু ঐতিহাসিক দৃষ্টিভঙ্গিৰ ফালৰ পৰা চালে দেখা যায় যে আগৰ জাতীয়তাবাদী সকলৰ ৰাজনৈতিক কাৰ্য্যকলাপবোৰ সিমান নিৰাশাজনক নহয়। তেওলোকে লোৱা কাৰ্য্যৰ ভীষণ অসুবিধাবোৰ যদি বিবেচনা কৰা যায় তেনেহলে ইয়াক উজ্জ্বলহে বুলিব লাগিব। প্ৰকৃততে, বহল অৰ্থত তেওঁলোকৰ সাফল্যৰ কাৰণেই পিচলৈ জাতীয়তাবাদী আন্দোলন ক্ৰমে প্ৰখৰ হৈছিল আৰু ফলত

তেওঁলোকৰ সমসাময়িক দৃষ্টিভঙ্গিক ইতিহাসৰ বুকুত বিলুপ্ত কৰি পেলাইছিল। আগৰ জাতীয়তাবাদীসকলে সেই কালৰ আটাইতকৈ বেছি প্ৰগতিবাদী শক্তিৰ প্ৰতিনিধিত্ব কৰিছিল। তেওঁলোকে ভাৰতীয় ৰাজনীতিৰ ক্ষেত্ৰত এক চূড়ান্ত পৰিবৰ্তন অনা সম্ভৱ কৰিছিল।

তেওঁলোকে এক সুদূৰ প্ৰসাৰী ৰাজনৈতিক চেতনা জগাই তোলা আৰু ভাৰতীয় মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্ত শ্ৰেণী আৰু বুদ্ধিজীৱি সকলৰ মাজত তেওঁলোক আটায়ে যে এক ভাৰতীয় দম্পতিৰ সন্তান সেইভাৱ সঞ্চাৰ কৰাৰ ক্ষেত্ৰত কৃতকাৰ্য্য হৈছিল। তেওঁলোকে ভাৰতবাসীৰ মাজত একে ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক ঐক্যৰ চেতনা আনি দিছিল আৰু সাম্ৰাজ্যবাদ যে সকলোৰে শত্ৰু সেই কথা সকলোৰে মাজত প্ৰচাৰ কৰিছিল। এনেদৰে এই ভাৱধাৰাৰ ফলতেই এক উমৈহতীয়া জাতি হিচাপে ভাৰতীয় সকল সাঙোৰ খাবলৈ সুবিধা হৈছিল। তেওঁলোকে জনগণৰ মাজত গণতন্ত্ৰ আৰু নাগৰিক স্বাধীনতাৰ ভাৱধাৰাক ৰাইজৰ মাজত জনপ্ৰিয় কৰিছিল। জাতীয় কংগ্ৰেছ আৰু অইন জনপ্ৰিয় জাতীয়তাবাদী সন্থাবোৰ গঢ়ি তোলাৰ মাজেৰেই ভাৰতবাসীয়ে গণতন্ত্ৰৰ ব্যৱহাৰিক জ্ঞান আহৰণ কৰিছিল। এই সময়তে কিন্তু শাসকসকলে ভাৰত বাসীক 'উপকাৰী' বা 'পূৰ্বদেশীয়' স্বেচ্ছাচাৰী ৰাজতন্ত্ৰৰ কাৰণেহে উপযুক্ত বুলি বাৰেপতি কৈছিল। তাৰোপৰি জাতীয়তাবাদী ৰাজনৈতিক কৰ্মীসকলৰ এক বিৰাট সংখ্যক লোকে আধুনিক ৰাজনীতিৰ কৌশলৰ প্ৰশিক্ষণ লাভ কৰিছিল।

সবাতোকৈ ডাঙৰ কথা হ'ল, ভাৰতত বৃটিছ সাম্ৰাজ্যবাদৰ আচল ৰূপটোৰ মুখা খুলি দিয়াৰ ক্ষেত্ৰত আগৰ জাতীয়তাবাদীসকলে আগৰণুৱাৰ কাম কৰিছিল। তেওঁলোকে প্ৰত্যেক ৰাজনৈতিক প্ৰশ্নকে দেশৰ ৰাজনৈতিক অধীনতাৰ লগত সাঙুৰিছিল। সেই বাবে ৰাজনীতিত আৰু কাৰ্য্যপন্থাতো নৰমপন্থী হোৱা সত্বেও তেওঁলোকে এক বিদেশী শক্তিয়ে যে ভাৰতবৰ্ষখন অৰ্থনৈতিক শোষণৰ উদ্দেশ্যে দখল কৰি আছিল—এই গুৰুত্বপূৰ্ণ ৰাজনৈতিক

আৰু অৰ্থনৈতিক সত্যক সকলোৱে আগত দাঙি ধৰিছিল। প্ৰজাসকলে যেতিয়ালৈকে শাসনক হিতৈষী বুলি মূলত বিশ্বাস কৰে আৰু ইয়াক চলি থাকিবলৈ দিয়ে তেতিয়ালৈকেহে ই ৰাজনৈতিকভাবে নিৰাপদ হব পাৰে। প্ৰজাসকলৰ এই মনোভাবে শাসনক আইন-সিদ্ধ কৰে আৰু এনে মনোভাবেই ইয়াৰ নৈতিক ভেঁটি হয়। আগৰ জাতীয়তাবাদীসকলৰ অৰ্থনৈতিক আন্দোলনে বৃটিছ শাসনৰ এই নৈতিক ভেটিক সম্পূৰ্ণৰূপে লৰাই দিলে। এই আন্দোলনে বৃটিছ শাসনৰ হিতৈষী ৰূপটো সম্পৰ্কে ৰাইজৰ বিশ্বাসত ঘূণ ধৰালে। ইয়াৰ ভাল ফল আৰু ভাল উদ্দেশ্য দুয়োটাৰে প্ৰতি ৰাইজৰ মনত অবিশ্বাস জন্মিল। বৌদ্ধিক ভাবে এই মূল কামটো সমাধা হোৱাৰ পিচত বৃটিছ সাম্ৰাজ্যবাদৰ স্বৰূপটোৰ প্ৰভাৱ ৰাজনৈতিক ক্ষেত্ৰলৈ বিস্তাৰ পোৱা অবশ্যম্ভাবী হৈ পৰিছিল। আন্দোলনৰ সামাজিক ভিত্তিৰ প্ৰসাৰ, সামাজিক, অৰ্থনৈতিক আৰু ৰাজনৈতিক উদ্দেশ্যৰ পূৰ্বাপৰ নিয়মবিৰোধী সংস্কাৰ, সাধাৰণ ৰাইজৰ অংশগ্ৰহণ আৰু গণ আন্দোলন সংগঠন—এনেবোৰ কথা পিচলৈ অহাৰ আগন্তুক আছিল আৰু সময়ত আহিছিল। প্ৰধান বিচাৰ্য্য বিষয়বোৰ এবাৰ স্পষ্ট হোৱাৰ পিচত ৰাজনৈতিক আন্দোলনৰ গতি আৰু কৌশল সম্পৰ্কে যি কোনো ভুল ভ্ৰান্তি এই বিচাৰ্য্য বিষয় বোৰৰ সন্দৰ্ভত সদায় শুধৰাই লোৱাৰ অবকাশ আছিল। আগৰ জাতীয়তাবাদী সকলে তেওঁলোকৰ ৰাজনৈতিক কাৰ্য্যাৱলীৰ এই প্ৰধান আৰু প্ৰাথমিক ৰূপটো সম্পূৰ্ণভাবে বুজিব পাৰিছিল। উদাহৰণ স্বৰূপে, ১৯০৫ চনৰ ১১ জানুৱাৰী তাৰিখে দাদাভাই নৌৰজীয়ে ডি, ই, ওৱাচালে লিখিছিল

"উঠি অহা চামৰ মাজত লেহেম আৰু প্ৰগতিবাদী নোহোৱা বুলি ইয়াৰ কংগ্ৰেছৰ বিপক্ষে যি অসন্তোষ আৰু ধৈৰ্য্যহীনতাৰ সৃষ্টি হৈছে সেয়া হ'ল ইয়াৰ সৰ্বোৎকৃষ্ট সুফল। এই কংগ্ৰেছৰ নিজৰ অভ্যুদয় আৰু অগ্ৰগতিৰ লক্ষ্য হ'ল—প্ৰয়োজনীয় বিপ্লৱৰ অভ্যুদয়—তেহেলৈ এই বিপ্লৱ শান্তিপূৰ্ণ বা হিংসাত্মক যিয়েই নহওক।

বিপ্লবৰ প্ৰকৃতি বৃটিছ চৰকাৰৰ বিচাৰ বোধ বা অজ্ঞতা আৰু বৃটিছ জনগণৰ কাৰ্য্যকলাপৰ ওপৰত নিৰ্ভৰ কৰিব।"

১৮৫৮ চনৰ পৰা ১৯০৫ চনলৈ ভাৰতীয় জাতীয়তাবাদৰ কঠীয়া পৰাৰ সময় আছিল। আগৰ জাতীয়তাবাদীসকলে ভালদৰে আৰু দকৈ ইযাৰ গুটি সিঁচিছিল।

তেওঁলোকে অন্ত সাৰশূন্য অনুভূতি আৰু অস্থায়ী ভাবৰ ওপৰত বা স্বাধীনতা আৰু মুক্তিৰ একেবাৰে অসীম অধিকাৰ নাইবা অতীতকে সাৰটি ধৰি থকা নৈষ্ঠিকতাৰ ওপৰত জাতীয়তাবাদ গঢ়ি তোলা নাছিল। ইযাৰ সলনি তেওঁলোকে আধুনিক সাম্ৰাজ্যবাদৰ জটিল কাৰ্য্যকলাপ আৰু ভাৰতীয় ৰাইজ আৰু বৃটিছ শাসনৰ মাজত মূল বিৰোধৰ কষ্টকৰ অন্তৰ্ভেদী বিশ্লেষণৰ ওপৰতহে জাতীয়তাবাদৰ ভেঁটি প্ৰতিষ্ঠা কৰিছিল। ফলত তেওঁলোকে লোৱা উমৈহতীয়া ৰাজনৈতিক আৰু অৰ্থনৈতিক আঁচনিবোৰে ৰাইজৰ মাজত বিভিন্ন দলক বিখণ্ডিত নকৰি বৰং একতাৰ বান্ধোনতহে সাঙুৰিছিল। পিচত, ভাৰতীয় ৰাইজে এই আঁচনিকে কেন্দ্ৰ কৰি চাৰিওকাষে গোটখাই শক্তিশালী আন্দোলন জুৰিব পৰিছিল।

এই কাৰণে ইযাকে কব পাৰি যে বহুতো অসাফল্য সত্বেও, আগৰ জাতীয়তাবাদীসকলে, জাতীয়তাবাদী আন্দোলন গঢ়ি তুলিবলৈ এক শকত ভেঁটি স্থাপন কৰিছিল। আধুনিক ভাৰত গঢ়োতা সকলৰ মাজত তেওঁলোকে উচ্চ স্থান লাভ কৰা উচিত। নৰমপন্থী সকলৰ শেহৰ জনা গোপাল কৃষ্ণ গোখলেই ভাৰতীয় জাতীয়তাবাদৰ জন্মদাতাসকলৰ ভূমিকাৰ মূল্যাঙ্কণ কৰোঁতে এনেদৰে লিখিছে—

"আমি পাহৰিব নেলাগে যে দেশৰ অগ্ৰগতিৰ পথত আমি এনে এক পৰ্য্যাযত আছোঁ যেতিয়া আমাৰ সাফল্য নিচেই কম হবলৈ বাধ্য আৰু আমি সঘনে বিফল মনোৰথ হবলৈও বাধ্য। ঈশ্বৰে আমাক এই আন্দোলনত আমাৰ স্থান নিৰ্দেশ কৰি দিছে আৰু সেই স্থানত কৰিবলগীয়া কাম কৰি অঁটোৱাৰ লগতে আমাৰ দাযিত্বৰো ওৰ পৰিল। দেশৰ ভৱিষ্যত সতিসন্ততি সকলক ভগবানে

যে সাফল্যৰে ভাৰতক সেবা কৰিবলৈ দিব তাত সন্দেহ নাই। বৰ্তমান পুৰুষৰ আমি, প্ৰধানকৈ আমাৰ ব্যৰ্থতাৰেই দেশ সেবা কৰাত সন্তুষ্ট থাকিব লাগিব। কাৰণ যিমানেই কঠোৰ নহওক এই ব্যৰ্থতাৰ মাজেৰেই শক্তিসামৰ্থ্য আহিব আৰু শেহত মহৎ কাৰ্য্য সাধন হ'ব।"

# ৩ উগ্ৰ জাতীয়তাবাদৰ যুগ

১৯ শতিকাৰ শেষাৰ্দ্ধত জনসাধাৰণৰ মাজত ৰাজনৈতিক চেতনা ক্ৰমে বৃদ্ধি পাই আহিছিল। কিন্তু নেতাসকলে বৃটিছ শাসকসকলৰ পৰা কোনো সা-সুবিধা পাবলৈ সমৰ্থ ন'হল। একে সময়তে দেশৰ ৰাজনৈতিক শোষণ চলি থাকিল।

বেপাৰ আৰু বাণিজ্যৰ ক্ষেত্ৰত যথোপযুক্ত সুবিধাৰ অভাবত শিক্ষিত মধ্যবিত্ত যুবক শ্ৰেণীয়ে ক্ৰমে চৰকাৰী চাকৰী আৰু আইন ব্যবসায়ৰ ফালে মন দিলে। কেইজনমান উৎসাহী যুবকে সংবাদ সেবাৰ কাম ললে। চৰকাৰী চাকৰীৰ সা-সুবিধা বৰ কঠোৰভাবে সীমাবদ্ধ আছিল। উদাহৰণ স্বৰূপে ১৯০৩ চনত, মাহে ৭৫ টকা দৰমহাতকৈ সৰহ বেতন পোৱা ভাৰতীয় চাকৰিয়ালৰ সংখ্যা মাথোন ১৬ হেজাৰহে আছিল। আইন ব্যবসায়ত সঘনে ব্যৰ্থতাৰ সন্মুখীন হবলগীয়া হৈছিল আৰু সংবাদসেবাও সেই সময়ত বৰ শোচনীয় বৃত্তি আছিল। পিছে বাঢ়ি অহা নিবনুৱা স্নাতকৰ সংখ্যা আচল সমস্যা নাছিল। পৰীক্ষাত উত্তীৰ্ণ নোহোৱাবোৰৰ বাবে হোৱা বিৰাট অপব্যয়খিনিহে প্ৰকৃত সমস্যা আছিল। কুৰি শতিকাৰ আৰম্ভনীত সৰ্বসাধাৰণ এক অসন্তোষৰ মনোভাব গঞা ৰাইজ, কৃষক আৰু শ্ৰমিক সকলৰ মাজতো বিয়পি পৰিছিল। সেয়েহে চৰকাৰক সংস্কাৰৰ কাৰণে যুক্তি দেখুৱাই থকা নৰমপন্থী নেতাসকলৰ জনপ্ৰিয়তা লাহে লাহে কমি আহিছিল। ফলত যি হবলগীয়া আছিল সেয়ে হ'ল। এনে অবস্থাই বহুসংখ্যক নতুন নেতাৰ সৃষ্টি কৰিলে। এওঁলোকৰ দাবী বেছি গণতান্ত্ৰিক আছিল আৰু এওঁলোকে এক অধিক উগ্ৰ-জাতীয়তাবাদত বিশ্বাস কৰিছিল। এওঁলোকক উগ্ৰপন্থী বুলি কোৱা হৈছিল। নৰমপন্থী নেতাসকলে বুদ্ধিজীৱি আৰু নগৰীয়া

মধ্যবিত্ত শ্ৰেণীৰ পৰা ঘাইকৈ সমৰ্থন পাইছিল। কিন্তু নতুন নেতা-সকলে নিম্ন মধ্যবিত্ত শ্ৰেণীৰ বুজন সংখ্যক লোক, ছাত্ৰ আৰু আনকি, কৃষক আৰু বনুবাসকলৰ এটা দলকো আকৃষ্ট কৰিব পাৰিছিল।

পোন প্ৰথমতে বঙ্গদেশৰ ৰাজনাৰায়ণ বসু আৰু বঙ্কিমচন্দ্ৰ চেটাৰ্জী আৰু মহাৰাষ্ট্ৰৰ বিষ্ণু শাস্ত্ৰী চিপলংকাৰৰ নিচিনা ব্যক্তিয়ে বুদ্ধিজীবি-সকলৰ নেতৃত্ব কৰিছিল। 'বন্দে মাতৰম' বুলি আৰম্ভ হোৱা বঙ্কিমচন্দ্ৰৰ মাতৃভূমি বন্দনা গীতটি পিচত দেশপ্ৰেম আৰু আত্মত্যাগৰ কাৰণে উদ্দীপক আহ্বায়ক হৈ পৰিছিল।

এই কথা মনত ৰখা উচিত হ'ব যে জাতীয় আন্দোলনৰ প্ৰথম অৱস্থাত লাভ কৰা অভিজ্ঞতাই নেতাসকলক ব্যক্তিত্ব আৰু পৰিপূৰ্ণতা আনি দিছিল। তেওঁলোকৰ আত্মসন্মান আৰু আত্মবিশ্বাস বৃদ্ধি পাইছিল। তেওঁলোকে অনুভৱ কৰিছিল যে শাসন কৰিবলৈ তেওঁ-লোকৰ সামৰ্থ্য আছিল। দেশৰ ভবিষ্যতৰ ওপৰত তেওঁলোকৰ আস্থা আছিল। স্বামী বিবেকানন্দ ৰাজনৈতিক নেতা নাছিল যদিও তেখেতেও ব্যক্তিৰ নিজ সামৰ্থ্যৰ ওপৰত গভীৰ বিশ্বাসৰ প্ৰযোজনীয়-তাৰ বিষযে দঢ়াই দঢ়াই কৈছিল। তেওঁ ঘোষণা কৰিছিল "পৃথিবীত যদি কিবা পাপ আছে তেনেহলে সেয়া হ'ল দুৰ্বলতা। দুৰ্বলতাই পাপ আৰু পাপ হ'ল মৃত্যু আৰু ইয়াতেই সত্যৰ পৰীক্ষা। কোনো কথা বা বস্তু যিযে আপোনালোকক শাৰীৰিক, মানসিক আৰু আধ্যাত্মিকভাবে নিশকতীযা কৰে, তাক বিষ বুলি পৰিত্যাগ কৰিব। দুৰ্বলতাত প্ৰাণ নাই। সেযে ই সত্য হব নোবাৰে।

অতীতৰ গৌৰবক লৈ দিনতেই সপোন দেখাৰ বিপক্ষে খোলা-খুলিকৈ আৰু সাহসেৰে সবাতোকৈ প্ৰথমতে বিবেকানন্দই কৈছিল। তেওঁ বিচাৰিছিল যে ভাৰতীয় জাতিয়ে দূৰদৃষ্টি আৰু দৃঢ়তাৰে সৈতে নিজৰ ভবিষ্যত গঢ়ি তোলক। তেওঁ প্ৰশ্ন কৰিছিল — "হে ঈশ্বৰ! আমাৰ দেশখন বাৰু অতীতৰ স্মৃতিকে ৰোমন্থন কৰি থকা এই চিৰকলীয়া মনোভাবৰ পৰা কেতিয়া মুক্ত হব?" ধৰ্মীয় নেতা হোৱা

সত্বেও বিবেকানন্দই ঘোষণা কৰিছিল যে শুদা পেটে থকা সকলৰ কাৰণে ধৰ্ম নাই, ধৰ্মই মানবৰ কল্যাণ সাধিবই লাগিব।

এই কালছোৱাত বিদেশৰ কেইবাখনো দেশত হোৱা ঘটনাবলীয়েও ভাৰতবাসীৰ মাজত এক উগ্ৰপন্থী জাতীয়তাবাদ সঞ্চাৰ কৰাত সহায় কৰিছিল। বিশেষকৈ ১৮৬৮ চনত এখন আধুনিক শক্তিশালী ৰাষ্ট্ৰ হিচাপে জাপানৰ অভ্যুদয়ে ভাৰতবাসীৰ মনত এক নতুন আশাৰ সঞ্চাৰ কৰিছিল। পিচপৰা এখন এচীয় দেশেও যে পশ্চিমৰ পৰা সহায় বা উপকাৰ নোহোৱাকৈ নিজৰ চেষ্টাৰে উন্নতি কৰি শক্তিশালী হৈ উঠিব পাৰে—জাপানে এই কথা প্ৰমাণ কৰিছিল। পঞ্চাছ বছৰৰো কম সময়ৰ ভিতৰতে জাপান এখন উদ্যোগিক ৰাষ্ট্ৰ আৰু এটা প্ৰবল সামৰিক শক্তিত পৰিণত হৈছিল। সেই দেশত সকলোৰে কাৰণে প্ৰাথমিক শিক্ষাৰ প্ৰচলন কৰা হৈছিল আৰু এক কৰ্মঠ আধুনিক প্ৰশাসন ব্যৱস্থা গঢ়ি তোলা হৈছিল। ভাৰতবৰ্ষৰ কাৰণে এয়া এক অনুকৰণীয় আদৰ্শস্থল আছিল। সেইদৰে ১৮৯৬ চনত ইথিওপিয়া বাসীসকলৰ হাতত ইটালীৰ পৰাজয়ে আৰু ১৯০৫ চনত ৰুচিয়াৰ ওপৰত জাপানৰ বিজয়ে আন মানুহতকৈ শ্বেতাঙ্গ সকলৰ শ্ৰেষ্ঠত্বৰ দাবী মিছা বুলি প্ৰমাণিত কৰিলে।

আয়াৰলেণ্ড, ৰুচিয়া, ইজিপ্ত, তুৰস্ক আৰু চীনৰ জনগণৰ মুক্তি যুঁজে ভাৰতবাসীৰ আগত প্ৰমাণ কৰিলে যে নিজৰ নীতিৰ কাৰণে কষ্ট স্বীকাৰ কৰিবলৈ সাজু হোৱা এটা জাতি একগোট হৈ অতি শক্তিশালী চৰকাৰৰ বিৰুদ্ধেও থিয় দিব পাৰে।

উগ্ৰপন্থী সকলৰ ভিতৰত সবাতোকৈ প্ৰখ্যাত আছিল বাল গঙ্গাধৰ তিলক। পিচত তেওঁ 'লোকমান্য' তিলক বুলি জনাজাত হৈ পৰিছিল। তিলকৰ জন্ম হৈছিল ১৮৬৬ চনত। তেওঁ বোম্বাই বিশ্ববিদ্যালয়ৰ স্নাতক আছিল আৰু গোটেই জীৱনটো দেশসেৱাত উছৰ্গা কৰিছিল। তিলকে সাংবাদিকতাৰ প্ৰতিভাক ভালকৈ নিজৰ ৰাজনৈতিক লক্ষ্য আৰু উদ্দেশ্যৰ সমৰ্থনত জনমতক গঢ় দিবলৈ প্ৰয়োগ কৰিছিল। চি, জি, আগাৰকাৰৰ লগলাগি তেওঁ দুখন

বাতৰি কাকত উলিযাইছিল—এখন ইংৰাজী ভাষাত আৰু আনখন মাৰাঠী ভাষাত। ইংৰাজী কাকতখনৰ নাম আছিল 'মাৰাঠা' আৰু মাৰাঠীখনৰ নাম আছিল 'কেশৰী'।

১৮৮৯ চনৰ পৰা তিলকে নিজে "কেশৰীৰ" সম্পাদনা কৰিছিল। এই কাকতখনে স্পষ্টভাবে জাতীযতাবাদী স্বাৰ্থৰ পোষকতা কৰিছিল। তিলকে জনসাধাৰণক নিৰ্ভীক, স্বাৰ্থহীন, দেশৰ গৌৰবত গৌৰবান্বিত আৰু আত্মবিশ্বাসী হবলৈ আহ্বান জনাই সভা-সমিতিত বক্তৃতা দিছিল আৰু কাকতত লিখিছিল। তেও পৰম্পৰা-গতভাবে চলি অহা গণেশ উৎসবত যোগদান কৰিছিল আৰু সাধাৰণ ৰাইজৰ মাজত জাতীযতাবাদী ভাবধাৰা জনপ্ৰিয কৰিবলৈ "শিবাজী" উৎসবৰ প্ৰচলন কৰিছিল।

তিলকেই পোন প্ৰথমতে মহাৰাষ্ট্ৰৰ খেতিযক সকলক অনাবৃষ্টি, আকাল অথবা মহামাৰীত খেতি নহলে, মাটিৰ খাজনা নিদিবলৈ পৰামৰ্শ দিছিল। যেতিযা ভাইচৰয এলগিনে ভাৰতীয মিলত তৈযাৰী কাপোৰৰ ওপৰত আবকাৰী শুল্ক বহুৱাইছিল, তেতিযা তেওঁ বৃটেইনত তৈযাৰী বযবস্তু বৰ্জন কৰি স্বদেশীনীতি গ্ৰহণ কৰিবলৈ দেশবাসীৰ প্ৰতি আবেদন জনাইছিল।

বৃটিছ কৰ্তৃপক্ষৰ দুৰ্ভাবনা আৰম্ভ হ'ল। অবশ্যে ই আকস্মিক নাছিল। ১৮৯৭ চনত তেওঁলোকে তিলকক গ্ৰেপ্তাৰ কৰি চৰকাৰৰ বিৰুদ্ধে ঘৃণা আৰু বিদ্বেষ প্ৰচাৰ কৰা বুলি দোষাৰোপ কৰিলে। তিলকৰ আত্মপক্ষ সমৰ্থন আছিল অটল আৰু নিৰ্ভীক, তেওঁ ক্ষমা ভিক্ষা কৰিবলৈ মান্তি নহ'ল আৰু সগৌৰবে ওঠৰ মাহৰ কাৰণে সশ্ৰম কাৰাদণ্ড মূৰ পাতি ললে। তেওঁৰ আত্মত্যাগৰ এনে দৃষ্টান্তই বিজুলী বেগেৰে দেশত প্ৰতিক্ৰিযাৰ সৃষ্টি কৰিলে, তিলক নতুন জাতীযতাবাদৰ জীৱন্ত প্ৰতীক হৈ পৰিল।

লোকমান্য তিলকৰ উপৰিও বিপিনচন্দ্ৰ পাল, অৰবিন্দ ঘোষ আৰু লালা লাজপত ৰাযৰ নিচিনা নেতাসকল এই উগ্ৰপন্থী জাতীযতাবাদী দলৰ প্ৰধান পথ প্ৰদৰ্শক আছিল। তেওঁলোকৰ কৰ্মৰ

আঁচনিৰ তিনিটা ভাগ আছিল। সৰ্বপ্ৰথম হ'ল, ভাৰতীয় সকলে নিজে স্বাধীনতা লাভৰ কাৰণে শ্ৰম কৰি উদ্দেশ্য সিদ্ধি কৰিব লাগে আৰু বিদেশী শাসনৰ কবলত বাধ্যত পৰি লবলগীয়া অধ স্থানৰ পৰা ওপৰলৈ উঠিবলৈ এক দৃঢ় প্ৰচেষ্টা চলাব লাগে। এই উদ্দেশ্য সিদ্ধিৰ বাবে কোনো ত্যাগেই বেছি মহৎ, নাইবা কোনো দুৰ্ভোগেই বেছি কষ্টৰ হব নোবাৰে। সেই কাৰণে তেওঁলোকে সাহস, আত্ম-বিশ্বাস আৰু ত্যাগৰ মনোভাব লবলৈ যুক্তি প্ৰদৰ্শন কৰিছিল। দ্বিতীয়তে, তেওলোকে ভাৰতৰ কাৰণে 'হিতৈষী পথ প্ৰদৰ্শকৰ' আৰু বিদেশীসকলৰ সহায়ৰ প্ৰয়োজন—এই মতবাদক সম্পূৰ্ণ মিছা বুলি অগ্ৰাহ্য কৰিলে। তেওঁলোকে বিদেশী শাসনক ঘিণ কৰিছিল আৰু ঘোষণা কৰিছিল যে স্বৰাজ বা পূৰ্ণ স্বাধীনতাই হ'ল একমাত্ৰ উদ্দেশ্য —যাৰ কাৰণে যুঁজিব পাৰি। তৃতীয়তে, সাধাৰণ ৰাইজৰ শক্তিৰ ওপৰত তেওঁলোকৰ অগাধ বিশ্বাস আছিল আৰু জনসাধাৰণৰ পৰিশ্ৰমৰ মাজেৰেই তেওলোকে স্বাধীনতা লাভ কৰিবলৈ সাজু হৈছিল।

## বঙ্গদেশৰ বিভাজন আৰু বঙ্গবাসী সকলৰ সঁহাৰি

কাৰ্জন ভাৰতলৈ অহাৰ আগতেই উগ্ৰপন্থাৰ জুই জ্বলিবলৈ আৰম্ভ কৰিছিল। তেওৰ নীতিয়ে মাথোন এই জুইৰ বিস্তাৰৰ গতি ক্ষিপ্ৰতৰ কৰিলে। তেওঁ ভাৰতবাসীৰ ঈপ্সিত স্বায়ত্ত শাসন, শিক্ষাৰ স্বাধীনতা আৰু বাতৰি কাকতৰ স্বাধীনতা আদি ভাবধাৰাক আক্ৰমণ কৰিবলৈ ধৰিলে। কলিকতা পৌৰ নিগমত ভাৰতীয় সভ্যৰ সংখ্যা কাৰ্জনে কমাই দিলে। শিক্ষা সংস্কাৰৰ নামত ভাৰতীয় বিশ্ববিদ্যালয়বোৰৰ ওপৰত—চৰকাৰী নিয়ন্ত্ৰণ বঢ়ালে। তেওঁ স্থাপন কৰা এখন বিশ্ব-বিদ্যালয় আয়োগে—দ্বিতীয় শ্ৰেণীৰ কলেজ আৰু আইন শ্ৰেণীবোৰ উঠাই পেলাবলৈ, মাচুল বঢ়াবলৈ, চিনেটৰ সভ্যসকলৰ সংখ্যা আৰু মিয়াদ কমাবলৈ আৰু শিক্ষা বিভাগৰ ওপৰত চৰকাৰী নিয়ন্ত্ৰণৰ

কলিকতাৰ ৰাজপথত জাতীয় ক গ্রেছ স্বেচ্ছাসেবকসকলৰ শোভাযাত্রা (১৯২১)




বোম্বেত বিদেশীবস্ত্র জ্বলোৱা হৈছে





চি আৰ দাস



মতিলাল নেহৰু

মদন মোহন মালব্য



মহম্মদ আলি জিন্না





সূৰ্য্য সেন



ভগৎ সিং

চেলুলাৰ জেল, পোৰ্ট ব্লেয়াৰ



মাত্ৰা টানি ধৰি কলেজবোৰক অন্তৰ্ভুক্তি কৰাৰ বিশাল ক্ষমতা দিবলৈ পৰামৰ্শ আগবঢালে।

আইন শ্ৰেণী আৰু দ্বিতীয় শ্ৰেণীৰ কলেজ উঠাই দিয়াৰ প্ৰস্তাৱে অকল যে সেইবোৰত শিক্ষকতা কৰা আৰু পৰিচালনা কৰা ভাৰতীয়-সকলৰ নিয়োগৰ সংখ্যা কমালে এনে নহয়, উচ্চ শিক্ষা লাভ কৰা আৰু আইন ব্যৱসায়ত সোমোৱাৰ ক্ষেত্ৰতো ভাৰতীয় সকলৰ সা-সুবিধা কমাই পেলোৱাৰ আগন্তুক হ'ল। মাচুল বৃদ্ধিৰ ফলত দুখীয়াই কেৰাণী আৰু শিক্ষকতাৰ চাকৰীৰ বাবে শিক্ষা লাভ কৰাৰ ক্ষেত্ৰত হেঙাৰ দিয়া হ'ল। নৰমপন্থীসকলে এই বিলখনৰ বিৰোধিতা কৰিছিল যদিও কাৰ্জনে মাত্ৰ কেইটামান বিষয়তহে ৰেহাই দিবলৈ মান্তি হৈছিল। ফলত জাতীয় শিক্ষা ব্যৱস্থাৰ কাৰণে দাবীৰ সুৰ দিনকদিনে তীব্ৰতৰ হৈ আহিছিল।

কাৰ্জনৰ ভাৰতীয় চৰকাৰী গোপনীয়তা (সংশোধন) আইনখনৰ (ইণ্ডিয়ান অফিচিয়েল চিক্ৰেটচ এমেণ্ডমেণ্ট এক্ট) উদ্দেশ্য আছিল। ৰাইজৰ সমালোচনাৰ পৰা অত্যাচাৰী চাকৰিয়ালসকলক ৰক্ষা কৰা। এই নীতিবোৰ লিটনৰ নীতিবোৰৰে বৰ্দ্ধিত আকাৰ হে আছিল আৰু ফলত বাতৰি কাকতবোৰ আগতকৈ বেছি জাতীয়তাবাদী হৈ পৰিছিল। কাৰ্জনে বিদেশী মিছনবোৰত, দিল্লীৰ দৰবাৰ আৰু তিব্বত অভিযানত মুক্তহস্তে ভাৰতীয় ধন খৰচ কৰিছিল। তেওঁ মাটিৰ খাজনা কমাবলৈ অমান্তি হ'ল। শেষত বঙ্গদেশৰ বিভাজন আহিল। ওপৰে ওপৰে দেখাত এই বিভাজন সহজতে আয়ত্ত কৰিব নোৱাৰা এখন প্ৰদেশৰ উন্নত প্ৰশাসনৰ কাৰণে পৰিকল্পিত যেন লাগিলেও আচলতে ই উগ্ৰপন্থী বঙ্গালী জাতীয়তাবাদীসকলক খৰ্ব কৰাৰ এক পন্থা আছিল। এই আঁচনিৰ মুক্ত উদ্দেশ্য আছিল অসমৰ প্ৰশাসনীয় নিয়ন্ত্ৰণ আৰু উন্নয়ন। কিন্তু ইয়াত ৰাজনীতি সোমাই পৰিছিল। বিষয়াসকলে পূবৰ জিলাকেইখনক "কলিকতাৰ কু-প্ৰভাৱৰ" পৰা মুক্ত কৰাৰ আৰু ইয়াত 'মুছলমান সকলৰ কাৰণে

অধিক ন্যাযৰ ব্যবস্থা' কৰাৰ কথা কৈছিল। ফ্ৰেজাৰ আৰু ৰিচলীয়ে উগ্ৰপন্থীসকলৰ ঘাই ঘাটি বাখৰগঞ্জত আৰু ফৰিদপুৰ এৰি দিবলৈ বিচাৰিছিল।

বঙ্গ বিভাজনৰ ব্যাপক প্ৰতিবাদ হ'ল। কংগ্ৰেছে এই আঁচনিখনক 'অতি অসংগত' বুলি অভিহিত কৰিলে। দুটা বিকল্প প্ৰস্তাব দিয়া হ'ল—হয় বঙ্গদেশক এজন গবৰ্ণৰৰ তলত ৰখা হওক নাইবা বঙ্গালী ভাষা কোৱা ৰাইজক বিভক্ত নকৰি হিন্দী আৰু উড়িয়াভাষী লোকক বেলেগ কৰা হওক। কাৰ্জনে এই প্ৰতিবাদ বঙ্গালী বাবুৰ অন্ত সাৰশূন্য বকবকনি বুলি উৰাই দিলে। ই মাথোন প্ৰমাণ কৰিলে যে ৰাজনীতিৰ ফালৰ পৰা বিভাজন বাঞ্ছনীয় আছিল। যদিহে কংগ্ৰেছৰ প্ৰস্তাব চৰকাৰে মানি ললেহেঁতেন তেনেহলে এই ব্যবস্থাৰ দ্বাৰা পূব অঞ্চলত বৃদ্ধি পাই অহা অসন্তোষ নাইকীয়া হৈ পৰিলহেঁতেন।

১৯০৪ চনত পূৰ্ববঙ্গ ভ্ৰমণৰ সময়ত প্ৰথম আঁচনিখনৰ পৰিসৰ বৃদ্ধি কৰিলে। বঙ্গদেশে এতিয়া মুঠতে ১৫খন জিলা হেৰুৱালে আৰু ইয়াৰ লোকসংখ্যা কমি গৈ ৫ কোটি ৪০ লাখত পৰিল। ৰিচলীয়ে লিখিছিল—'বঙ্গদেশৰ ৰাইজ একগোট হলে এটা শক্তিত পৰিণত হয়। খণ্ডিত বঙ্গদেশৰ আকৰ্ষণ বিবিধ হৈ পৰিব আমাৰ উদ্দেশ্যবোৰৰ প্ৰধানতম হ'ল বঙ্গদেশক ভাগ ভাগ কৰি পেলাই আমাৰ শাসনৰ বিৰোধ কৰা এটা—একতাবদ্ধ দলক দুৰ্বল কৰা। লৰ্ড হাৰ্ডিঞ্জে পিচত স্বীকাৰ কৰিছিল "বঙ্গালীসকলক আঘাত কৰাৰ অভিপ্ৰায়ে অইন সকলো বিবেচনাক তল পেলাইছিল।" কিন্তু জমিদাৰ, উকিল, ব্যবসায়ী নগৰবাসী, শ্ৰমিক আৰু সৰ্বোপৰি ছাত্ৰসকলকে ধৰি সকলো শ্ৰেণীৰ বঙ্গালী ৰাইজৰ একতাবদ্ধ প্ৰতিবাদৰ আগত চৰকাৰী অভিসন্ধিবোৰ তল পৰিবলগীয়া হ'ল। এটা অভিমানী আৰু অহঙ্কাৰী জাতিৰ অনুভূতিক নিষ্ঠুৰভাবে মোহাৰি পেলোৱা হৈছিল।

## বিভাজন বিৰোধী আন্দোলন

কাৰ্জনে বৃটিছ চৰকাৰৰ ভাৰত সচিবৰ পৰা অনিচ্ছুক সম্মতি আনিলে। আঁচনিখন ১৯০৫ চনৰ জুলাই মাহত প্ৰকাশ কৰি তেওঁ দেখিলে যে তেও যি ঐক্যভাব নষ্ট কৰিবলৈ বিচাৰিছিল—আঁচনিখনে ৰাইজৰ মাজত সেই একতা বঢ়াইহে পেলালে। বিভাজন বিৰোধী আন্দোলন আছিল বঙ্গালীসকলৰ বিভিন্ন দল আৰু দেশৰ নেতাসকলৰ সম্মিলিত প্ৰচেষ্টাৰ ফল। প্ৰথম অবস্থাত সুৰেন্দ্ৰনাথ বেনাৰ্জীৰ নিচিনা নৰমপন্থীসকলে এই আন্দোলনত আগভাগ লৈছিল। কিন্তু অচিৰতে বিপিনচন্দ্ৰ পাল, অশ্বিনীকুমাৰ দত্ত আৰু অৰবিন্দ ঘোষৰ নিচিনা উগ্ৰপন্থীসকলে ইয়াৰ নিয়ন্ত্ৰণ হাতলৈ ললে। ই প্ৰধানত নগৰবাসী ৰাইজৰ আন্দোলন আছিল। অৱশ্যে গাঁবলীয়া ৰাইজকো এই আন্দোলনে চুচুবাকৈ নাছিল।

১৯০৫ চনৰ ৭ আগষ্ট তাৰিখে কলিকতাৰ টাউন হলত এখন বিৰাট সভাৰে এই আন্দোলনৰ সূত্ৰপাত হৈছিল। এই সভাত বৃটেইনত তৈয়াৰী বযবস্তু বৰ্জন কৰাৰ এটা প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল। বঙ্গ বিভাজন কাৰ্য্যকৰী কৰা ১৬ অক্টোবৰৰ দিনটোক জাতীয় শোকৰ দিন হিচাপে অভিহিত কৰা হৈছিল। সেইদিনা হৰতাল পালন কৰা হৈছিল। অগণন জনতাই উপবাসে থাকি, শ্লোগান দি আৰু দেশপ্ৰেমমূলক গীত গাই গাই গঙ্গাত স্নান কৰিছিল। সকলো বঙ্গালীৰ মাজত ভ্ৰাতৃত্বৰ প্ৰতীক হিচাপে হিন্দু আৰু মুছলমান সকলে পৰস্পৰৰ হাতত 'ৰাখী' বান্ধিছিল।

ৰবীন্দ্ৰনাথৰ স্বদেশী গীতবোৰে মানুহৰ অসন্তুষ্টি আৰু বেজাৰ ভাব প্ৰকাশ কৰিছিল। এই গীতবোৰৰ প্ৰতি শাৰীতে দেশৰ প্ৰতি আৰু ভাগ ভাগ হৈ পৰিবলগীয়া ৰাইজৰ প্ৰতি তীব্ৰ অনুৰাগ প্ৰকট হৈ উঠিছিল। বঙ্গালী সকলে একগোট হৈ প্ৰতিৰোধ, কষ্ট আৰু ত্যাগ কৰিবলৈ স্থিৰ কৰিলে। বৰিশাল আৰু মৈমনসিংহৰ দৰে ভিতৰুৱা জিলাবোৰতো সোনকালেই দেশপ্ৰেমৰ জুই জ্বলি উঠিল। বাৰানসীত বহা কংগ্ৰেছৰ সভাপতিত্ব কৰি গোখলেই বঙ্গৰ বিভাজনক

"এক নিষ্ঠুৰ ভুল" আৰু "বৰ্তমান আমোলাতান্ত্ৰিক শাসনৰ জনমতৰ প্ৰতি সম্পূৰ্ণ অবজ্ঞা, উচ্চ জ্ঞান সম্পন্ন বুলি দম্ভভাব, ৰাইজৰ অনুভূতিৰ প্ৰতি অসাবধান, অসম্মান, শাসিত সকলতকৈ চাকৰিয়ালৰ স্বাৰ্থৰ প্ৰতি উদাসীন পক্ষপাতিত্ব" আদি ভাষাত উল্লেখ কৰিলে।

জনসাধাৰণৰ মনত ওপজা ১৯০৫ চনৰ 'স্বদেশী' আৰু 'বৰ্জনৰ' ভাবধাৰা নতুন নাছিল। এমেৰিকা, আযাৰলেণ্ড আৰু চীনৰ অধিবাসীসকলে এইবোৰ ভাব আগতে লৈছিল। ভাৰতীয উদ্যোগ-সমূহৰ বিকাশৰ কাৰণে এক সম্পূৰ্ণ অৰ্থনৈতিক ব্যবস্থা হিচাপে স্বদেশীৰ প্ৰচাৰ কৰিছিল, মহাৰাষ্ট্ৰৰ গোপাল ৰাও দেশমুখ, জি, ভি, জোস্বী আৰু এম, জি, ৰানাদেই আৰু বঙ্গদেশৰ ৰাজনাৰাযণ বসু, নবগোপাল মিত্ৰ আৰু ঠাকুৰ পৰিযালে। সেইদৰে ১৮৭০ চনত বৃটিছ জনসাধাৰণৰ ওপৰত অৰ্থনৈতিক হেঁচা দিবলৈ ভোলানাথ চন্দ্ৰই বিদেশী বস্তু বৰ্জনৰ পৰামৰ্শ দিছিল। ১৮৯৬ চনত তিলকে এক সম্পূৰ্ণ বৰ্জনৰ অভিযান চলালে। স্বদেশী আৰু বিলাতী বস্তু বৰ্জন দুযোটা অভিযান যে এটা আনটোৰ পৰিপূৰক, সেই কথা উপলব্ধি কৰা হৈছিল। এটা নোহাবাকৈ আনটো কৃতকাৰ্য্য হব নোবাৰে।

বিভাজন বিৰোধী আন্দোলনৰ পৰা এই পুৰণি ধাৰণাবোৰে নতুন উৎসাহ পালে। কিন্তু ই নৰমপন্থী আৰু উগ্ৰপন্থীৰ মাজত মতৰ অমিলো স্পষ্টভাবে প্ৰকাশ কৰিলে। বোম্বাইৰ নৰমপন্থীসকলে 'স্বদেশী' মতবাদক ভাল বুলি স্বাগত জনালেও সাধাৰণ ৰাজনৈতিক অস্ত্ৰ হিচাপে 'বৰ্জন' মতবাদৰ বিৰোধিতা কৰিছিল। গোখলেই 'বৰ্জন' শব্দটোক এৰি পেলোবাৰ সপক্ষে আছিল কাৰণ তেওঁৰ মনত বৰ্জনৰ অৰ্থ আছিল 'অইনক আঘাত কৰিবলৈ হিংসাপৰাযণ অভি-লাষ, যি 'আমাৰ বিষযে অনাবশ্যক বদনামৰ সৃষ্টি কৰে। সুৰেন্দ্ৰনাথ বেনাৰ্জীযে বৰ্জনক অবিচাৰৰ বিপক্ষে তৎকালে যুঁজি-বলৈ এক বিশেষ ব্যবস্থা বুলি বিবেচনা কৰিছিল। তেওঁ আশা কৰিছিল যে বিভাজন ৰদ হলে, ইয়াক ব্যৱহাৰ কৰা নহব। লাজপৎ

ৰায বেছি উগ্ৰ আছিল। তেওঁ কৈছিল যে ভাৰতীয সকলৰ আপত্তি বোৰলৈ বৃটিছসকলৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ হ'লে প্ৰত্যক্ষভাবে তেওলোকৰ পকেটক আঘাত কৰিব লাগিব। তিলক, পাল আৰু অৰবিন্দৰ কাৰণে বৰ্জনৰ বহুতো অৰ্থ আছিল। বৰ্জন আন্দোলন আছিল মানচেষ্টাৰৰ (ই‚লণ্ডৰ বস্ত্ৰ-শিল্পৰ কেন্দ্ৰ) ওপৰত এক অৰ্থনৈতিক হেঁচা, সাম্ৰাজ্যবাদৰ বিৰুদ্ধে ৰাজনৈতিক আন্দোলনৰ নপতা অস্ত্ৰ আৰু স্বৰাজলাভৰ কাৰণে স্বাবলম্বী হবলৈ এক প্ৰশিক্ষণ ব্যবস্থা।

সামযিকভাবে সকলো অমিলৰ মাত নাইকীযা হৈছিল। বিভাজন বিৰোধী আন্দোলন, স্বদেশী আন্দোলনত পৰিণত হ'ল আৰু ই অ'ত ত'ত সিঁচৰিত হৈ থকা আৰু দুৰ্বল দলবোৰক ঐক্যবদ্ধ কৰি বলীযান কৰিলে। বঙ্গদেশৰ ঘটনাবলীযে বহু ক‚গ্ৰেছীলোকৰ— বৃটিছ ন্যায বিচাৰৰ ওপৰত থকা বিশ্বাসৰ ভেঁটি লৰাই পেলালে। আবেদন পত্ৰ, সভা সমিতি আৰু বাতৰি কাকতৰ প্ৰবন্ধ পাতিৰ জৰীযতে চলোবা সা‚বিধানিক আন্দোলনৰ মধ্যমীয়া পন্থাৰ কাৰ্য্য-কৰিতাতো বিশ্বাস নাইকীযা হ'ল। 'স্বদেশী' আন্দোলনে জাতি, ধৰ্ম, বৰ্ণ নিৰ্বিশেষে ৰাইজৰ নতুন কিছুমান দলক ৰাজনীতিলৈ আনিলে। ই বাতৰি কাকতক মুকলিভাবে লিখিবলৈ, ছাত্ৰক বিদ্ৰোহ কৰিবলৈ, হিন্দু আৰু মুছলমানক সহযোগিতা কৰিবলৈ আৰু সকলোকে নিজৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক অৱস্থাৰ কথা ভাবিবলৈ, নিৰ্ভীক হবলৈ, কৰ্তৃপক্ষক অমান্য কৰিবলৈ আৰু দেশৰ সেবাত সম্মান প্ৰাপ্তি হিচাপে লাঠিৰ আঘাত, কাৰাবাস নাইবা অইনকি ফাঁচীৰ কাঠডালকো স্বাগত জনাবলৈ শিকালে।

বাৰাণসীতে বহা ক‚গ্ৰেছ সভাই বঙ্গ বিভাজনৰ বিৰুদ্ধে আৰু চৰকাৰে লোবা নিষ্পেষণ নীতিৰ তীব্ৰ প্ৰতিবাদ কৰিলে। বঙ্গদেশৰ কাৰণে এই সভাই স্বদেশী আৰু বৰ্জন নীতিত হয়ভৰ দিলে। পিচে, গোটেই ভাৰতবৰ্ষৰ কাৰণে হ'লে বৰ্জন নীতি অনুমোদন নকৰিলে, কিন্তু লাজপৎ ৰায়ে অইন প্ৰদেশবোৰক বঙ্গদেশৰ উদাহৰণ অনুকৰণ

কৰিবলৈ ক'লে আৰু তিলকে 'স্বদেশী' বৰ্জন-নীতি আৰু জাতীয শিক্ষাৰ মূল উদ্দেশ্য যে স্বৰাজ লাভ সেই কথাত, জোৰ দিলে। বঙ্গদেশৰ সকলো ঠাইতে আৰু ভাৰতৰ প্ৰায়বোৰ সৰু ডাঙৰ নগৰত হেজাৰ হেজাৰ ৰাজহুৱা সভাত 'বৰ্জন' আৰু 'স্বদেশীৰ' আহ্বান দিয়া হ'ল। ইয়াৰ দুটা দিশ আছিল। এফালে বৃটেইনত প্ৰস্তুত বয়বস্তুবোৰ ৰাজহুৱা ঠাইত পুৰি পেলোৱা হৈছিল আৰু সেইবোৰ বিক্ৰি কৰা দোকানবোৰত পিকেটিং কৰা হৈছিল। আনহাতে স্বদেশী বয়বস্তু তৈয়াৰ কৰিবলৈ আৰু বিক্ৰি কৰিবলৈ এক প্ৰবল প্ৰচেষ্টা চলোৱা হৈছিল। মিঠাইৰ দোকানীবোৰে বিদেশী চেনী ব্যৱহাৰ নকৰিবলৈ প্ৰতিজ্ঞা কৰিছিল, ধোবাসকলে বিদেশী বস্ত্ৰ ধোৱাৰ বিপক্ষে, আৰু পুৰোহিতসকলে বিদেশী বয়বস্তুৰে পূজা কৰাৰ বিপক্ষে প্ৰতিজ্ঞাবদ্ধ হৈছিল। দাক্ষিণাত্য আৰু বঙ্গদেশৰ নাৰীসকলে বিদেশী হস্তালঙ্কাৰ আৰু কাচৰ বাচন বৰ্তন ব্যৱহাৰ কৰিবলৈ এৰি দিছিল। ছাত্ৰসকলে বিদেশী কাগজ ব্যৱহাৰ কৰিবলৈ অমান্তি হৈছিল। অইন কি, ডাক্তৰ আৰু উকিলসকলেও বৃটিছ বয়বস্তুৰ বেপাৰ কৰা লোকসকলৰ পৃষ্ঠপোষকতা কৰিবলৈ অমান্তি হৈছিল। পিকেটিঙৰ লগতে প্ৰাচীন ধৰণৰ সামাজিক এঘৰীয়া ব্যৱস্থাকো সাঙোৰা হৈছিল। বৰিশালৰ নিচিনা কিছুমান ঠাইত বেপাৰীসকলে স্বেচ্ছাই নিমখ আৰু কাপোৰ নষ্ট কৰিবলৈ দিলে। ফলত তেওলোকৰ ওপৰত শাস্তিদাতা পুলিচৰ ক্ৰোধ উপজিল।

লাভৰ ফালৰ পৰা, এই আন্দোলনে বিভিন্ন কুটীৰ শিল্প আৰু অইন কি, বৃহৎ উদ্যোগকো উৎসাহিত কৰিছিল। সকলো ফালে স্বদেশী কাপোৰৰ কল, দিয়াচলাই আৰু চাবোনৰ কাৰখানা, বাচন তৈয়াৰী আৰু চামৰা তৈয়াৰী কেন্দ্ৰৰ উৎপত্তি হ'ল। আচাৰ্য্য পি, চি, ৰায়ে 'বেঙ্গল কেমিকেল' স্বদেশী ভঁৰাল খুলিছিল। অতি কম দিনৰ ভিতৰতে ই বিখ্যাত হৈ পৰিছিল। গুৰুদেব ঠাকুৰে নিজেই স্বদেশী দোকান খোলাত সহায় কৰিলে। সকলো ধৰণৰ চৰকাৰী আৰু বিদেশী সাহায্য লবলৈ অমান্তি হোৱা, 'টাটা আয়ৰণ এণ্ড

ষ্টীল কোম্পানী'ৰ সমুদায মূলধন, তিনিমাহৰ ভিতৰতে ভাৰতীয সকলে কিনি পেলালে। ডাঙৰ জমিদাৰ আৰু সদাগৰসকলে, বেঙ্ক আৰু জীবন বীমা কোম্পানী খুলিবলৈ বুলি ৰাজনৈতিক নেতাসকলৰ লগত হাত মিলালে। অইন কি, ষ্টীমাৰ কোম্পানীও খোলা হ'ল।

স্বদেশী আন্দোলনে সংস্কৃতিৰ ক্ষেত্ৰতো নতুন আলোড়ন জগাই তুলিছিল। আবেগভৰা আৰু আদৰ্শবাদ সঞ্চাৰিত এক নতুন ধৰণৰ কবিতা, গদ্য আৰু সংবাদসেবাৰ জন্ম হ'ল। সেই সময়ত, ৰবীন্দ্ৰনাথ ঠাকুৰ, ৰজনীকান্ত সেন, আৰু মুকুন্দ দাসে ৰচনা কৰা দেশপ্ৰেম-মূলক গীতবোৰ অকল যে সামযিক ভাবেহে কাৰ্য্যকৰী হ'ল এনে নহয, এই গীতবোৰৰ সাহিত্যিক মৰ্য্যাদা চিৰস্থায়ী হ'ল। আজিও বঙ্গদেশত এইবোৰ গীত গোৱা হয। স্বদেশী আৰু জাতীয আন্দোলনৰ ফলস্বৰূপে গঢ়ি উঠা ৰাজনৈতিক সংবাদসেবাই, স্বাধীনতা, স্বতন্ত্ৰতা আৰু আত্মনিৰ্ভৰশীলতাৰ অতি উচ্চ খাপৰ লিখনীৰ সৃষ্টি কৰিলে।

তিলকে "বৰ্জন আৰু স্বদেশী" নীতিক পশ্চিম ভাৰতলৈ লৈ গ'ল। তেওঁ পুণাত বিদেশী কাপোৰৰ এক অগ্নিযজ্ঞৰ নেতৃত্ব কৰিলে। 'স্বদেশী বস্তু প্ৰচাৰিণী সভা"ৰ বৰমূৰীয়া হিচাপে তেওঁ সমবায় দোকান খুলিলে। বোম্বাইৰ মিল-মালিকসকলক উচিত দামত ধুতি যোগান ধৰিবলৈ খাটনি ধৰা হ'ল, পুণাত এটা স্বদেশী "বোৱাকটা কোম্পানী" খোলা হৈছিল।

বিদেশত উৎপন্ন হোৱা চেনী ব্যবহাৰ কৰাৰ বিপক্ষে এক আন্দোলনৰ ঢৌৱে পঞ্জাবৰ ইমূৰ সিমূৰ চুই গ'ল। এই চেনী আমদানিৰ ফলত ভাৰতৰ ঘৰুৱা কুঁহিয়াৰ উৎপাদন আৰু চেনী উৎপাদনৰ কাম একেবাৰে কমি গৈছিল। ৰাবলপিণ্ডিৰ বেপাৰীসকলে ইয়াৰ বেচা-কিনা নকৰিবলৈ শপত খালে আৰু মুলতানৰ ব্ৰাহ্মণ পূজাৰী-সকলে এই চেনীৰে তৈয়াৰী বস্তু মন্দিৰত উছৰ্গা কৰা নিষেধ কৰিলে। এই আন্দোলন হৰিদ্বাৰ, দিল্লী, কাংড়া আৰু জাম্মুলৈ বিয়পি

পৰিছিল। দিল্লীত স্বদেশী আন্দোলনৰ নেতৃত্ব কৰিছিল চৈযদ হাইদৰ ৰেজাই। মাদ্ৰাজৰ কৰমণ্ডল উপকূলৰ টুটিকৰণত চিদাম্বৰম পিল্লাইয়ে "স্বদেশী ষ্টীম নেভিগেচন" ( স্বদেশী জাহাজ চলাচল ) কোম্পানী খুলিছিল।

## উগ্ৰপন্থী জাতীয়তাবাদী আন্দোলনৰ অভ্যুদয়

স্বদেশী মতবাদে ৰাইজক জাতীযতাবাদী শিক্ষা দিছিল। ১৮৯৮ চনত 'ডন' কাকতৰ সম্পাদক সতীশচন্দ্ৰ মুখাৰ্জীযে জাতীয শিক্ষাৰ আঁচনিখন প্ৰস্তুত কৰিছিল। বৃটিছসকলে প্ৰবৰ্তন কৰা শিক্ষা পদ্ধতিক জাতীযতা-বিৰোধী বুলি ধৰা হৈছিল। এই শিক্ষা পদ্ধতিযে ভাৰতীয অবস্থা আৰু সংস্কৃতিৰ লগত সম্পৰ্ক নথকা বিদেশী জ্ঞান মাথোন ভাটৌৰ দৰে আওৰাই থবলৈ শিক্ষা দিছিল। ইংৰাজী মাধ্যমে শিক্ষালাভৰ আনন্দ নাইকীযা কৰিলে, স্বাধীন চিন্তা কৰিবলৈ উৎসাহ নিদিলে আৰু সৃষ্টিধৰ্মী ৰচনাত বাধা দিলে। ৰবীন্দ্ৰনাথ ঠাকুৰে "শান্তি-নিকেতন" স্থাপন কৰি জাতীয শিক্ষাৰ বাট দেখুবালে। কাৰ্জনৰ ভাৰতীয বিশ্ববিদ্যালয আইন ( ইণ্ডিযান ইউনিভাৰচিটিজ এক্ট ) আৰু ছাত্ৰসকলৰ ৰাজনৈতিক আন্দোলনত যোগদান নিষেধ কৰি জিলাৰ দণ্ডাধীশসকললৈ দিযা কাৰ্লাইল চাৰ্কুলাৰ (সাধাৰণ চিঠি)ৰ ফলত শিক্ষাৰ জাতীয পৰিষদ ( নেচনেল কাউন্সিল অব এডুকেচন ) স্থাপিত হবলৈ উৎসাহ পালে। ১৯০৬ চনত অৰবিন্দৰ অধ্যক্ষতাত "বেঙ্গল নেচনেল কলেজ' স্থাপিত হ'ল। ইযাৰ পাঠ্যক্ৰমত বিজ্ঞান আৰু শিল্পবিজ্ঞান বিষযক বিদ্যা অন্তৰ্গত আছিল যদিও ভাৰতীয় ভাবধাৰা আৰু বিষযবস্তুৰ ওপৰত গুৰুত্ব দিযা হ'ল। ইযাৰ লক্ষ্য আছিল ভাৰতীয বৈজ্ঞানিক, ইতিহাসবিদ আৰু উদ্যোগপতি সৃষ্টি কৰা। কিন্তু দেশপ্ৰেমৰ ভাব সঞ্জীবিত কৰা ইযাৰ প্ৰধান কাম আছিল। এই অনুষ্ঠানে স্বাধীনতা বিকশিক হব পৰাকৈ সাংস্কৃতিক ভেঁটি প্ৰস্তুত কৰিছিল। স্থানীয

ভাৰতীয় ভাষাই ইযাৰ প্ৰধান মাধ্যম হৈছিল। বেঙ্গল টেকনিকেল ইনষ্টিটিউটে ( বঙ্গদেশীয় কাৰিগৰী শিক্ষানুষ্ঠান ) ইমান দিনে অব-হেলিত কাৰিগৰী শিক্ষাৰ ওপৰত জোৰ দিছিল। উন্নত পদ্ধতি শিকিবলৈ বুলি বৃত্তি দি জাপানলৈ ছাত্ৰ পঠিওৱা হৈছিল। এনেদৰে দেশৰ সকলো ঠাইতে বহুতো জাতীয় স্কুল গঢ়ি উঠিছিল।

ঠাকুৰে আত্মনিৰ্ভৰতাৰ পন্থা আত্মশক্তিৰ প্ৰচাৰ কৰিলে। ইযাৰ মূল উদ্দেশ্য আছিল গাঁওবোৰৰ সামাজিক আৰু অৰ্থনৈতিক সংস্কাৰ। অশ্বিনী কুমাৰ দত্তই বৰিশালত নম শূদ্ৰসকলৰ জাতিৰ নামত অক্ষমতা আৰু কম বয়সতে বিয়া, পণপ্ৰথা অ রু অতিপাত সুৰাপান আদিৰ নিচিনা কুপ্ৰথাবোৰ উঠাই এই আত্মশক্তিক ব্যৱহাৰিক ৰূপ দিলে। অতি উগ্ৰপন্থীসকলে কিন্তু ৰাজনৈতিক স্বাধীনতা বেছি গুৰুত্বপূৰ্ণ বুলি বিবেচনা কৰিলে। 'কেশৰী' কাকতত তিলকে লিখিলে° আমাৰ জাতিটো এজোপা গছৰ দৰে। ইযাৰ মূল গা-গছ হ'ল স্বৰাজ্য আৰু ঠাল ঠেঙুলা হ ল স্বদেশী আৰু 'বিদেশীদ্ৰব্য বৰ্জন'। 'স্বদেশী'যেই আচলতে স্বৰাজলাভৰ বাট দেখুৱালে। এতেকে বিভাজন বিৰোধী আন্দোলনক বিস্তাৰিত কৰি বিদেশী শাসনৰ সকলো ধৰণৰ ৰূপৰ বিৰুদ্ধে 'স্বদেশী'ক এক সৰ্বাত্মক অহিংস প্ৰতিৰোধ আন্দোলনত পৰিণত কৰা হৈছিল। ইযাৰ অৰ্থ অকল বৃটেইনত তৈয়াৰী বয়বস্তু বৰ্জন কৰাতেই সীমাবদ্ধ নেথাকিল। আইন আদালত, পৌৰসভা আৰু বিধান পৰিষদ—এক কথাত কবলৈ হ'লে বৃটিছ চৰকাৰৰ লগত সকলো সম্বন্ধ বৰ্জন কৰা বুজোৱা হ'ল। বৃটিছসকলৰ সম্মানৰ গুৰিতে আঘাত কৰি বৃটেইনত তৈয়াৰী বয়বস্তুৰ প্ৰতি মোহ গুচোৱাত এই আন্দোলন সহায়ক হ'ল। "স্বদেশীৰ" উদ্দেশ্য আছিল এক সঙ্ঘবদ্ধ অসহযোগ আন্দোলনৰ দ্বাৰা বৃটিছ প্ৰশাসনক অচল কৰি বৃটিছ ব্যৱসায়ৰ শোষণ আৰু আমোলা তন্ত্ৰৰ অত্যাচাৰ বন্ধ কৰা।

অত্যুগ্ৰপন্থীসকলে এক সৰ্বাত্মক আন্দোলনৰ কাৰণে কংগ্ৰেছক

আযত্তলৈ অনাৰ আগতে, খেতিয়ক আৰু বনুবা সকলক আন্দোলনৰ সংস্পৰ্শলৈ আনিবলগীয়াত পৰিছিল। 'স্বদেশীৰ' বাণী জনসাধাৰণৰ কাণত পৰিল। তেওলোকৰ কল্যাণ আৰু সম্পদৰ লগত 'স্বদেশী'ৰ বাণীৰ পোনপটীয়া সম্বন্ধ থকা কাৰণে, তত্ত্বমূলক আৰু চিন্তাশীল ৰাজনৈতিক মতবাদতকৈ ই খেতিয়ক আৰু শ্ৰমিক সকলৰ কাৰণে বেছি অৰ্থপূৰ্ণ হৈছিল। অত্যুগ্ৰপন্থীসকলে খেতিয়ক সকলক খাজনা নিদিবলৈ নাইবা শ্ৰমিক সকলক পুঁজিপতি সকলৰ বিৰুদ্ধে যুঁজিবলৈ মুক্ত আহ্বান জনোবাহেঁতেন খেতিয়ক আৰু শ্ৰমিক সকলে হয়তো বেছি প্ৰবলভাবে সহাঁৰি দিলেহেঁতেন। তথাপিও খেতিয়ক আৰু বনুবাৰ ভূমিকা আছিল তাৎপৰ্যপূৰ্ণ। বিহাৰৰ চম্পাৰণৰ নীলখেতিৰ ৰায়তসকলে বিদ্ৰোহ আচৰিলে। অসম আৰু মৈমনসিঙত অশান্তিৰ সৃষ্টি হ'ল। অশ্বিনীকুমাৰ দত্তই মুছলমান খেতিয়ক সকলৰ নেতৃত্ব কৰিলে। বঙ্গদেশত 'ইষ্ট ইণ্ডিয়ান ৰেইলওৱে', 'ক্লাইভ মৰাপাট কল' আৰু লোৰ কাৰখানা আদিকে ধৰি কেইবা ঠাইতো হৰতালৰ ঢৌ বাগৰি গ'ল। কলিকতা বন্দৰ সাময়িকভাবে অচল হৈ পৰিল। তিলকে বোম্বাইৰ বনুবাসকললৈ আহ্বান জনালে। এই আবেদনৰ ফলত তেও গ্ৰেপ্তাৰ হোবাৰ পিচত এক সৰ্বাত্মক হৰতাল প্ৰায় কৃতকাৰ্য্য হৈছিলেই বুলিব লাগে। চিদাম্বৰম পিল্লাইযে টুটিকৰণ 'কৰেল' মিলত হৰতালৰ আযোজন কৰিলে।

কিন্তু আন্দোলনৰ প্ৰধান হেঁচা পৰিছিল, দেশৰ যুবক সকলৰ ওপৰত, 'সন্ধ্যা', 'যুগান্তৰ', 'কেশৰী' 'পাঞ্জাবী' আদি উগ্ৰপন্থী বাতৰিকাকতৰ দ্বাৰা অনুপ্ৰাণিত হৈ তেওঁলোকে অফুৰন্ত শক্তি লৈ এই আন্দোলনত জপিযাই পৰিছিল। ছাত্ৰ, কেৰাণী আৰু শিক্ষক সকলৰ এই আন্দোলনত যোগদানৰ পিচত আছিল এক নিৰাশাৰ ভাব। এওঁলোকে বঙ্গদেশৰ প্ৰত্যেক নগৰতে জাতীয স্বেচ্ছাসেবক-বাহিনীৰ দল গঠন কৰিছিল। মূৰত হালধীয়া পাগুৰি মাৰি আৰু ৰঙা চোলা পিন্ধি, "এওলোকে হেজাৰে হেজাৰে চৰকাৰী স্কুল, কলেজ আৰু অফিচৰ পৰা ওলাই আহি, বন্দেমাতৰম ধ্বনি কৰি,

জাতীয়তাবাদী গীত গাই, দোকানৰ আগত পিকেটিং কৰিছিল নাইবা স্বদেশীবস্তু বিক্ৰি কৰিবলৈ লৈছিল। আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা স্কুল আৰু কলেজৰ ছাত্ৰই চৰকাৰী অনুদান আৰু বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্তিও হেৰুৱাবলগীয়াত পৰিছিল। এনে অনুষ্ঠানসমূহৰ ছাত্ৰক চৰকাৰী চাকৰী আৰু বৃত্তি দিয়া নহৈছিল। পূৰ্ববঙ্গ আৰু অসমত এক উৎপীড়নমূলক ৰাজত্ব চলোৱা হৈছিল। ছাত্ৰসকলক বহিষ্কাৰ আৰু অতিপাত মাৰধৰ কৰা হৈছিল। কলিকতাৰ প্ৰেচিডেন্সী দণ্ডাধীশ, ইংৰাজ নাগৰিক কিংচফোৰ্ডে মাথোন ১৪ বছৰ বয়সীয়া কুমলীয়া লৰা এটাৰ ওপৰত বেত্ৰাঘাত কৰাৰ আদেশ দিছিল। অম্ৰাবতী বা কোলাপুৰলৈকে বহুতো ছাত্ৰৰ সেই একে দশা ঘটিছিল। এনে দমনমূলক কাৰ্যই ক্ৰোধৰ উদ্ৰেক কৰিছিল আৰু ক্ৰোধৰ বশবৰ্তী হৈ বহুতে সন্ত্ৰাসবাদী ক্ৰিয়াকলাপত লিপ্ত হৈছিল।

প্ৰথম অৱস্থাত মুছলমান সকলে দলে দলে আন্দোলনত যোগদান কৰিছিল আৰু মহিলাসকলেও পোন প্ৰথমবাৰৰ বাবে "পৰ্দাৰ" বাহিৰলৈ ওলাই শোভাযাত্ৰা বা পিকেটিঙত যোগ দিছিল। পাটনাৰ লিয়াকৎ হুছেইনৰ নিচিনা লোক সৰ্বপ্ৰথম বৰ্জননীতিৰ পৰামৰ্শ-দাতাসকলৰ ভিতৰত অন্যতম আছিল। তেওঁ ইষ্টইণ্ডিয়ান ৰেইলওৱেত হোৱা হৰতালৰ সংগঠক আছিল। তেওঁৰ উৰ্দু পুস্তিকাবোৰে 'ওৱাহাবী' ৰীতিত মুছলমানী অনুভূতি জগাই তুলিছিল। আব্দুল ৰচুলে বৰিশালৰ সভাত সভাপতিত্ব কৰিছিল। এই সভা নিষ্ঠুৰ পুলিচ আক্ৰমণেৰে ভাঙি দিয়া হৈছিল। জমিদাৰ আৰু উকীল আব্দুল হালিম গজনবীয়ে স্বদেশী উদ্যোগ খুলিছিল। এওঁ বৃটেইনত তৈয়াৰী চামৰাৰ দ্ৰব্যৰ বিৰুদ্ধে বৰ্জন আন্দোলনৰ নেতৃত্বও কৰিছিল। আব্দুল কালাম আজাদে অৰবিন্দক লগ ধৰি বঙ্গদেশৰ বাহিৰলৈ বিপ্লৱাত্মক কাৰ্য্যাবলী বিস্তাৰ কৰত সহায় কৰিছিল। কিছুমান অত্যুগ্ৰপন্থীয়ে অবিবেচকৰ দৰে হিন্দুধৰ্মৰ প্ৰতীকবোৰৰ ওপৰত অতিপাত গুৰুত্ব দি মুছলমান সকলক এফলীয়া কৰিছিল। কিন্তু সুৰেন্দ্ৰনাথ বেনাৰ্জী, অশ্বিনীকুমাৰ দত্ত আৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ দৰে

নেতাসকলে বাৰেপতি হিন্দু আৰু মুছলমানৰ ঐক্যৰ ওপৰত জোৰ দিছিল।

চৰকাৰৰ দমননীতিৰ, বিশেষকৈ বৰিশালত পতা সভাৰ প্ৰতিনিধি-সকলৰ ওপৰত কৰা নিষ্ঠুৰ আক্ৰমণৰ ফলত, অত্যুগ্ৰপন্থীসকলৰ আন্দোলন চলাই যোৱাৰ সংকল্প দৃঢ়তৰ হ'ল। ১৯০৬ চনৰ কলিকতা কংগ্ৰেছত দাদাভাই নৌৰজীয়ে অত্যুগ্ৰপন্থীসকলক ভালৰি লগাবলৈ বুলি কলে যে কংগ্ৰেছৰ লক্ষ্য হব "যুক্তৰাজ্য (বৃটেইন) বা উপনিবেশ সমূহৰ দৰে স্বায়ত্তশাসন নাইবা স্বৰাজ"। অত্যুগ্ৰপন্থীসকলে স্বৰাজৰ ব্যাখ্যা নিজৰ মতে কৰিছিল। পঞ্জাবৰ লাজপৎ ৰায় আৰু অজিত সিঙৰ দেশান্তৰ আৰু ৰাজদ্ৰোহী প্ৰবন্ধ প্ৰকাশ কৰাৰ অপৰাধত 'সন্ধ্যা' আৰু 'বন্দেমাতৰম' কাকতক অভিযুক্ত কৰাৰ ফলত আন্দোলনৰ গতি তীব্ৰ হৈ পৰিছিল। অগ্নি উদগীৰণ কৰা 'সন্ধ্যা' বাতৰি কাকতৰ সম্পাদক ব্ৰহ্মমাধৱ উপাধ্যায়ৰ বিচাৰ চলি থাকোঁতেই মৃত্যু হ'ল। বিপিনচন্দ্ৰ পালক কাৰাদণ্ড দিয়া হ'ল। লাজপৎ ৰায়ৰ মুক্তি আৰু আইন সংশোধনৰ কথাইও ৰাইজৰ খং মাৰ নিযাব নোৱাৰিলে। যেতিয়া কংগ্ৰেছ সভাৰ স্থান পুণাৰ পৰা চুৰাটলৈ সলোৱা হ'ল আৰু তিলক সভাপতি হোৱাৰ দাবীক ৰাসবিহাৰী ঘোষৰ প্ৰাৰ্থীত্বৰ সপক্ষে প্ৰত্যাহাৰ কৰা হ'ল তেতিয়া তিলক আৰু অৰবিন্দই আপত্তি তুলিবলৈ সিদ্ধান্ত ল'লে। বৰ্জননীতিৰ প্ৰস্তাব - টোক একেবাৰে শক্তিহীন কৰিবলৈ নৰমপন্থীসকলে কৰা প্ৰচেষ্টাই তেওঁলোকৰ ধৈৰ্য্যৰ শেষ সীমা ভাঙি দিলে। চুৰাটত বহা কংগ্ৰেছ সভা বিশৃঙ্খলতাৰ মাজত শেষ হ'ল। জাতীয়তাবাদীসকল দুটা পৰস্পৰ বিৰোধী দলত বিভক্ত হ'ল আৰু ইয়াৰ ফলত আন্দোলন দুৰ্বল হৈ পৰিল।

তিলক তেতিয়াও সহযোগাত্মক সঁহাৰিৰ পক্ষে আছিল। কিন্তু অৰবিন্দই ৰুচিয়াৰ আৰ্হিত আক্ৰমণাত্মক প্ৰতিৰোধৰ সপক্ষে দৃঢ় প্ৰতিজ্ঞ হ'ল। তেও কি পাঙিছিল সেই কথা মুজাফৰপুৰত বোমা আক্ৰমণ আৰু মাণিকতলাত সন্ত্ৰাসবাদীসকলৰ গুপ্ত ঘাটিৰ আবিষ্কাৰে

পৰিষ্কাৰ কৰি পেলালে। তিলকে এই নীতিক, 'কেশৰী' কাকতত নৈতিক সমৰ্থন দিছিল এইদৰে—"যদি শাসনপদ্ধতি ৰুচিযাৰ দৰে কৰা হয়, তেনেহলে ৰাইজেও ৰুচিযাৰ দৰে নীতি অবলম্বন কৰিব লাগিব।" ইযাৰ ফলত তিলকক ৬ বছৰ কাৰাদণ্ড বিহি মান্দালযলৈ পঠিওবা হৈছিল। "কাল"ৰ সম্পাদক পৰাঞ্জপেক ১৯ মাহৰ কাৰাদণ্ড বিহা হৈছিল। ৯ জন বঙ্গালী নেতাক দেশান্তৰ কৰা হৈছিল। মাদ্ৰাজৰ চিদাম্বৰম পিল্লাই আৰু অন্ধ্ৰৰ হৰিশৰ্বোত্তম ৰাওক জেলত সুমুওবা হৈছিল। চৰকাৰে সকলো বাতৰি কাকতৰ ওপৰত প্ৰতিবন্ধক ( চেন্সৰ ) ব্যবস্থা জাৰী কৰিছিল। সভা-সমিতি নিষেধ কৰিছিল। আৰু বিপ্লবী সন্থাবোবৰ বিপক্ষে আদালতত গোচৰ আনিছিল। অৰবিন্দ পণ্ডিচেৰীলৈ পলাই যোবাত আৰু ধৰ্মৰ বাবে জাতীয আন্দোলন আৰু ৰাজনীতি এৰিবলৈ সিদ্ধান্ত লোবাৰ পিচত, মুকলিভাবে হোবা বিপ্লবাত্মক আন্দোলনৰ সামৰণি পৰিছিল।

উগ্ৰ জাতীযতাবাদীসকলে জাতীয আন্দোলনৰ বুৰঞ্জীত এটি গৌৰবপূৰ্ণ অধ্যায যোগ দিছিল। তেওলোকে আন্দোলনৰ উদ্দেশ্য-সমূহ পৰিষ্কাৰ কৰি জনসাধাৰণক আত্মবিশ্বাস ৰাখিবলৈ আৰু আত্মনিৰ্ভৰশীল হবলৈ শিকাইছিল আৰু নিম্ন মধ্যবিত্ত শ্ৰেণী, ছাত্ৰ, যুবক আৰু মহিলা সকলকে ধৰি আন্দোলনৰ সামাজিক ভেঁটি প্ৰস্তুত কৰিছিল। ৰাজনৈতিক সংগঠন আৰু ৰাজনৈতিক আন্দোলনৰ নতুন নতুন পদ্ধতিৰ প্ৰচলন কৰা হৈছিল। একে সমযতে কিছুমান পুৰণি দুৰ্বলতা বৈ গৈছিল। সাধাৰণ ৰাইজৰ এক সুবিশাল অংশ —শ্ৰমিক আৰু খেতিযক সকল তেতিযাও জাতীয ৰাজনীতিৰ প্ৰধান ধাৰাৰ বাহিৰত আছিল। জনসাধাৰণৰ আন্দোলন সংগঠন কৰাৰ প্ৰচেষ্টাৰ বিষযে সাহসিকতাৰ কথা কোৱা হয় যদিও, এনে আন্দোলন মুঠতে হোৱা নাছিল। নিষ্ক্ৰিয বাধাদান আৰু অসহযোগ মাত্ৰ কথাতহে হৈ ৰৈছিল। ৰাজনৈতিক আন্দোলনৰ কাৰ্য্যকৰী পন্থা উলিওবা কাম তেতিযাও অসম্পূৰ্ণ আছিল আৰু দেশত কাৰ্য্যকৰী জাতীয়তাবাদী সন্থা এটা নাছিল। আনহাতে অৰ্থনীতিৰ ক্ষেত্ৰতো

তেতিয়াও পুঁজিবাদৰ সীমাক চেৰাই যোৱা চিন্তাধাৰাৰ বিকাশ হোৱা নাছিল। তিলক আৰু অন্যান্য নেতা সকলে পুঁজিবাদী পন্থাৰ ভিতৰতে সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ উপায় থকা বুলি ভাবিছিল। আগৰ নৰমপন্থী জাতীয়তাবাদীসকলৰ দৰে উগ্ৰপন্থী জাতীয়তাবাদীসকলেও বিভিন্ন ধৰ্ম, বৰ্ণ আৰু আঞ্চলিক মনোবৃত্তিৰে ভৰপূৰ ভাৰতৰ নিচিনা দেশ এখনৰ সম্পূৰ্ণ বিশেষত্ব বুজি উঠা নাছিল। তেওলোকৰ সাম্ৰাজ্যবাদ বিৰোধী, উগ্ৰ জাতীয়তাবাদ, জাতীয় ঐক্য অনাৰ ক্ষেত্ৰত এক বিৰাট পদক্ষেপ আছিল যদিও, তেওলোকে এই জাতীয়তাবাদৰ লগত উচ্চবৰ্ণ আৰু হিন্দুত্বক সাঙোৰাৰ ফলত জাতীয় ঐক্য সৃষ্টিৰ প্ৰচেষ্টা দুৰ্বল হৈ পৰিছিল আৰু পাচত ই সাম্প্ৰদাযিকতাৰ তিক্ত পৰিণামলৈ অৰিহনা যোগাইছিল।

## বিপ্লবাত্মক সন্ত্ৰাসবাদৰ অভ্যুদয় আৰু বিস্তাৰ

জাতীয় আন্দোলনৰ গতি প্ৰবল আৰু সৰ্বমুখী হোৱা সত্বেও বঙ্গদেশৰ বিভাজন নাকচ কৰা নহল। ইয়াৰ পৰিবৰ্তে চৰকাৰ আগতকৈ অধিক অত্যাচাৰীহে হ'ল। এই দুটা কথাই অধৈৰ্য হৈ পৰা বিদ্ৰোহী মনোভাবাপন্ন যুবকসকলৰ মনত তৎকালে প্ৰভাব পেলালে। আগতেই, অইন কি বঙ্গ বিভাজনৰো আগতে, উগ্ৰপন্থী দলৰ নেতা তিলকে কিছুমান যুবক অনুসৰণকাৰীৰ মাজত ক্ৰোধৰ জুই জ্বলাইছিল। ইয়াৰ ফলত এই যুবকসকলে গাইগুটীয়াভাবে কিছুমান সন্ত্ৰাসবাদী কাৰ্য কৰিছিল। ১৮৯৭ চনতেই, পুণাৰ দামোদৰ আৰু বালকৃষ্ণ চাপেকাৰ—দুজন ভাই ককাইযে দুজন কুখ্যাত বৃটিছ বিষয়াক হত্যা কৰিছিল। পিচত অৰবিন্দ ঘোষে প্ৰকৃততে কিছুমান বৈপ্লবিক কাৰ্যৰ আঁচনি কৰিছিল। বঙ্গবিভাজনৰ পিচত হোৱা ঘটনাবোৰে, বহুতো ভাৰতীয় যুবকৰ বিপ্লবী মনোবৃত্তিৰ দৃঢ়তৰ কৰিছিল। তেওঁলোকে "বোমা" আৰু "পিস্তলৰ" পন্থা

ললে আৰু গাইগুটীয়াকৈ সন্ত্ৰাসবাদী কাৰ্যত লিপ্ত হ'ল। তেওঁলোকে সাংবিধানিক আন্দোলন নাইবা নিষ্ক্ৰিয় প্ৰতিৰোধত ওপৰতো সকলো আস্থা হেৰুৱাই পেলাইছিল। তেওঁলোকে অনুভৱ কৰিলে যে বৃটিছসকলক শক্তিৰ প্ৰয়োগেৰেহে খেদাব লাগিব। পুলিচে বৰিশালৰ সভাখন ভাঙি দিয়াৰ পিচত 'যুগান্তৰ' কাকতে ১৯০৬ চনৰ ২২ এপ্ৰিলৰ দিনাখন সম্পাদকীয় স্তম্ভত তেওঁলোকৰ মতবাদ এইদৰে প্ৰকাশ কৰিলে "ৰাইজৰ নিজৰ লগতে প্ৰতিকাৰৰ ব্যৱস্থা আছে। ভাৰতৰ ৩০ কোটি জনতাই অত্যাচাৰৰ এই অভিশাপ বন্ধ কৰিবলৈ তেওঁলোকৰ ৬০ কোটি হাত তুলিব লাগিব। হিংসাক হিংসাৰ দ্বাৰা বন্ধ কৰিবই লাগিব কিন্তু এই সন্ত্ৰাসবাদী ডেকাসকলে হ'লে হিংসাত্মক কাৰ্যৰ ওপৰত ভেঁটি কৰি আৰু গোটেই দেশৰ জনতাই অংশগ্ৰহণ কৰাকৈ কোনো বিপ্লবৰ সংগঠন বা পৰিকল্পনা কৰা নাছিল। তেওঁলোকে আয়াৰলেণ্ডৰ বিপ্লবী আৰু ৰুচিয়াৰ নিৰীশ্বৰ-বাদীসকলৰ পদাঙ্ক অনুসৰণ কৰিছিল আৰু ভাৰত-বিৰোধী মনোবৃত্তি বা অত্যাচাৰৰ কাৰণে অপ্ৰিয়ভাজন হোৱা গাইগুটীয়া চৰকাৰী বিষয়াক হত্যা কৰিছিল। ইয়াৰ উদ্দেশ্য আছিল শাসকসকলৰ অন্তৰত ত্ৰাসৰ সঞ্চাৰ কৰি ৰাইজৰ ৰাজনৈতিক চেতনা জগাই শেহান্তৰত বৃটিছসকলক ভাৰতৰ পৰা খেদি পঠিওৱা। স্বাভাৱিকতে ইয়াৰ পৰিকল্পনা সংগঠন, ভৰ্তিকৰণ ব্যৱস্থা আৰু প্ৰশিক্ষণ গোপনভাবে ৰখা হৈছিল। বিশেষকৈ বঙ্গদেশ আৰু মহাৰাষ্ট্ৰত বহুতো গোপনীয় সস্থা স্থাপন কৰা হৈছিল। এইবোৰৰ কেতবোৰে শাৰীৰিক চৰ্চাৰ ক্লাব, বা সঙ্ঘৰ ছদ্মবেশত কাম কৰিছিল। এই সস্থাসমূহৰ ভিতৰত কলিকতা আৰু ঢাকাৰ 'অনুশীলন সমিতি," কলিকতাৰ 'যুগান্তৰ' আৰু মহাৰাষ্ট্ৰত চাভাৰকৰ ভ্ৰাতৃদ্বয়ে স্থাপন কৰা "মিত্ৰমেলা"ৰ নাম জনাজাত হৈ পৰিছিল। ভি, ডি, চাভাৰকৰ বিদেশলৈ যোৱাৰ পিচত তেওঁৰ ভ্ৰাতৃ গণেশে "অভিনৱ ভাৰত চোচাইটি" (সমাজ) খুলিছিল। এই সমাজৰ পশ্চিম ভাৰতৰ সকলো ঠাইতে শাখা স্থাপন কৰা হৈছিল।

সেই সময়ত মুজাফৰপুৰৰ জিলা দণ্ডাধীশ হৈ থকা কিংচফোৰ্ডৰ ওপৰত কৰা আক্ৰমণৰ দ্বাৰা বিপ্লৱী সন্ত্ৰাসবাদৰ পিনে ৰাইজৰ দৃষ্টি গভীৰ ভাবে আকৰ্ষণ কৰা হৈছিল। এই আক্ৰমণ চলাইছিল খুদীৰাম বসু আৰু প্ৰফুল্ল চাকী নামৰ দুজন যুবকে। এই যুবক দুজনে দলিওৱা বোমাই দুগৰাকী নিৰপৰাধ মহিলাকহে মাৰিলে। খুদীৰামক গ্ৰেপ্তাৰ কৰা হ'ল। প্ৰফুল্লই আত্মসমৰ্পণ কৰাতকৈ আত্মহত্যা কৰিলে। আলিপুৰত অৰবিন্দ, তেওঁৰ ভ্ৰাতৃ বাৰিণ আৰু আন কেইজনমান যুবকৰ বিৰুদ্ধে ষড়যন্ত্ৰৰ মোকৰ্দমা তৰা হ'ল। পিচে জেলৰ চাৰিসীমাৰ ভিতৰতে বিপ্লৱবাদী সন্ত্ৰাসবাদীসকলে ৰাজসাক্ষীজনক হত্যা কৰাৰ কাৰণে বিচাৰ বন্ধ হবলগীয়া হ'ল। মোকৰ্দমাৰ অনুসন্ধানকাৰী বিষয়া আৰু অভিযোগকাৰী পক্ষৰ উকিলসকলকো এজন এজনকৈ হত্যা কৰা হ'ল।

অৰবিন্দক এৰি দিয়া হ'ল যদিও, তেওঁৰ ভ্ৰাতৃ বাৰিণকে ধৰি আন চাৰিজনক আন্দামানলৈ নিৰ্বাসিত কৰা হ'ল আৰু আন কেইবাগৰাকী যুবকক দীঘলীয়া কাৰাদণ্ড বিহা হ'ল। খুদীৰামক ফাঁচী দিয়া হ'ল আৰু ৰাজসাক্ষীজনক হত্যা কৰা সত্যেন বসু আৰু কানাই দত্তকো সেই একে শাস্তিকে দিয়া হ'ল।

মহাৰাষ্ট্ৰত, নাচিক, বোম্বাই আৰু পুণা বোমা তৈয়াৰীৰ কেন্দ্ৰস্থল হৈ পৰিছিল। ভাইচৰয়ৰ প্ৰাণনাশ কৰিবলৈ এটা প্ৰচেষ্টা চলোৱা হৈছিল। এখন বিদায় সভাত নাচিকৰ জিলা দণ্ডাধীশ জেকচনলৈ গুলিওৱা হৈছিল। ইয়াৰ আগতেও এম, এল ধিংৰাই, ভাৰতীয় যুৱকসকলক অমানুষিকভাবে নিৰ্বাসন আৰু ফাঁচী দিয়াৰ বিৰুদ্ধে প্ৰতিবাদ কৰি লণ্ডনত, ইণ্ডিয়া অফিচৰ কাৰ্জন উইলী নামৰ এজন বিষয়াক হত্যা কৰিছিল। তেওঁক প্ৰাণদণ্ড বিহা হৈছিল। মৃত্যুৰ আগতে ধিংৰাই লিখি গৈছিল ভাৰতত একমাত্ৰ কেনেদৰে মৰিব লাগে—এই শিক্ষাৰহে প্ৰযোজন আৰু ইয়াকে শিকোৱাৰ একমাত্ৰ উপায় হ'ল—নিজে মৃত্যুবৰণ কৰি দেখুৱাই দিয়া।"

মাদ্ৰাজ প্ৰদেশত বিপিনচন্দ্ৰ পালৰ বাগ্মীত্বপূৰ্ণ বক্তৃতা শুনি ৰাইজৰ

মাজত উত্তেজনাৰ সৃষ্টি হৈছিল। চিদাম্বৰম পিল্লাইয়ে একেবাৰে সৰ্বতোভাবে স্বাধীনতাৰ কথা মুকলিভাবে কৈ ফুৰিছিল। তেওঁক গ্ৰেপ্তাৰ কৰাত টুটিকোৰিণ আৰু টিনেভেলীত ভয়ানক মাৰ-পিট হৈছিল আৰু পুলিচে বাধা-নমনা জনতাৰ ওপৰত গুলি চলাইছিল। টিনেভেলীত গুলি চলাবলৈ আদেশ দিয়া বিষয়া আশ্বেইক ভাৰত মঠ সঙ্ঘৰ (ভাৰত মঠ এচোচিয়েচন) বঞ্চী আইয়াৰে হত্যা কৰিছিল। পিচত সাৰিব নোবাৰি তেও নিজেই নিজক গুলিয়াইছিল।

বাৰেপতি হোৱা দুৰ্ভিক্ষ আৰু মাটিৰ খাজনা আৰু পানীযোগানৰ কৰ বৃদ্ধিৰ বাবে পঞ্জাবৰ গুপ্ত সন্থাবোৰ সক্ৰিয় হৈ পৰিছিল। নতুনকৈ খন্দা (জল সিঞ্চন) খাল অঞ্চলত বাস কৰিবলৈ লোৱা বাসিন্দাসকলে মালিকী স্বত্বৰ ওপৰত বিধি-নিষেধ হব পাৰে বুলি ভয় কৰিছিল। 'বেগাৰ' প্ৰথাই খঙৰ উদ্ৰেক কৰিছিল। বঙ্গদেশত ঘটা ঘটনাবলীয়ে পাঞ্জাবীসকলৰ ক্ৰোধৰ বহ্নি জ্বলাই তুলিছিল। ১৮৫৭ চনৰ ৫৮তম বাৰ্ষিকী পালনৰ যো-জা চলিছিল আৰু এই উপলক্ষে দিয়া বক্তৃতাবোৰত শিখ ৰেজিমেণ্টক বিদ্ৰোহ কৰিবলৈ আহ্বান জনোৱা হৈছিল। লাহোৰত ইউৰোপীয়সকলৰ ওপৰত আক্ৰমণ চলোৱা হৈছিল আৰু লাজপৎ ৰায়ৰ "পঞ্জাবী" কাকতৰ ওপৰত মোকৰ্দমা তৰাৰ পিচত ৰাবলপিণ্ডিতো মাৰ-পিট আৰম্ভ হৈছিল। এই আন্দোলনৰ প্ৰাণ আৰু আত্মা আছিল অজিৎ সিং। তেওক আগা হায়দৰ আৰু চৈয়দ হাইদাৰ ৰেজাই সহায় কৰিছিল। লাজপৎ ৰায় আৰু অজিৎ সিঙৰ নিৰ্বাসন দণ্ডই কিছুদিনৰ কাৰণে অৱস্থা অলপ শান্ত কৰিলে।

সেই সময়ত দেৰাদুনত কেৰাণী কাম কৰি থকা ৰাসবিহাৰী বসুৱে বঙ্গদেশ আৰু পঞ্জাবৰ মাজত যোগাযোগ ৰাখিছিল। ১৯১২ চনৰ ২৩ ডিচেম্বৰ তাৰিখে ভাইচৰয় লৰ্ড হাৰ্ডিঞ্জে দিল্লী সোমাবলৈ ধৰোঁতে, অত্যাচাৰ আৰু সংস্কাৰ নীতিৰ পৰা যে কোনো লাভ নহয় তাকে প্ৰমাণ কৰিবলৈ, বঙ্গদেশত তৈয়াৰ কৰা বোমা এটা তেওঁৰ গাত দলিওৱা হৈছিল। ৰাসবিহাৰী বসুৰ "লিবাৰ্টি" (মুক্তি)

পুস্তিকাবোৰ আৰু "যুগান্তৰ" পুস্তিকাবোৰে বিপ্লববাদী বাতৰি কাকতৰ পৰম্পৰা বজাই ৰাখিছিল। বিহাৰৰ দেওঘৰ আৰু উত্তৰ প্ৰদেশৰ বাৰাণসী—বৈপ্লবিক প্ৰচাৰৰ কেন্দ্ৰ হৈ পৰিছিল ।

সন্ত্ৰাসবাদী বিপ্লবীসকলৰ ভিতৰত কেইজনমানে বিদেশলৈ গৈ ইউৰোপত কেতবোৰ কেন্দ্ৰ খুলিছিল। তেওলোকে বৃটেইনৰ প্ৰতি বন্ধুভাবাপন্ন নোহোবা দেশৰ সহায় লৈ অস্ত্ৰ সংগ্ৰহ কৰি গোপনে সেইবোৰ ভাৰতত তেওলোকৰ সহকৰ্মীসকললৈ পঠিওবাৰ আঁচনি কৰিছিল। শ্যামজী কৃষ্ণ ভৰ্মা, ভি, ডি, চাভাৰকৰ আৰু হৰদযাল লণ্ডনলৈ গৈছিল। ইউৰোপত বিপ্লবীসকলৰ ভিতৰত মেডেম কামা আৰু অজিৎ সিঙৰ নাম উল্লেখযোগ্য ।

আমাৰ দেশৰ স্বাধীনতা আন্দোলনৰ বুৰঞ্জীত সন্ত্ৰাসবাদীসকলে এটা ৰঙীন আৰু সজীব অধ্যায় যোগ দিছিল। তেওলোকৰ ভযভীত নোহোবা কাৰ্য, অসীম সাহসী আঁচনি, শান্ত আচৰণ আৰু মৃত্যুৰ প্ৰতি উদাসীনতাৰ কাৰণে তেওঁলোকে গোটেই দেশবাসীৰ চিৰস্মৰণীয হৈ পৰিছিল। কিন্তু অটল আদৰ্শ থকা আৰু অশেষ দুৰ্ভোগ হোবা সত্বেও তেওঁলোক বিফল হবলগীযা হৈছিল। গাইগুটীযা হিংসাত্মক কাম যিমানেই সাহসৰ নহওক, জনসাধাৰণক যুঁজৰ কাৰণে সাজু কৰিব পৰা বিধৰ নাছিল আৰু এনে কামক সৰ্বোচ্চ উন্নতিৰ শিখৰলৈ উঠা সাম্ৰাজ্যবাদে আয়াসতে নিযন্ত্ৰণ কৰিব পৰিছিল। ষডযন্ত্ৰৰ মোকৰ্দমা কঠোৰ শাস্তি আৰু কঠিন আইনে সন্ত্ৰাসবাদী-সকলৰ মেৰুদণ্ড ভাগি দিছিল। বাতৰিকাকত (দোষ কৰিবলৈ উচটনি দান) আইন, ফৌজদাৰী আইন সংশোধন বিধান, বিস্ফোৰক সামগ্ৰী আইন আৰু ভাৰতীয ছপাখানা আইন কেইখন, আমোলা-তন্ত্ৰৰ ব্যবহাৰৰ অস্ত্ৰ হিচাপে ইতিমধ্যে থকা অস্ত্ৰবোৰৰ লগত যোগ দিয়া হ'ল। দ্বিতীযতে, সন্ত্ৰাসবাদীসকলে বেছি ভাগ সময এখন উমৈহতীযা আঁচনি আৰু কেন্দ্ৰীয নেতৃত্ব নোহোবাকৈ বিপৰীতমুখী উদ্দেশ্যলৈ কাম কৰিছিল। তৃতীযতে জনসাধাৰণৰ মাজত তেওঁ-লোকৰ একো ভেঁটি নাছিল। কাৰণ, গোপনীয় সন্থা হোবা হেতুকে

সাধাৰণ ৰাইজক তেওঁলোকে বিশ্বাস কৰিব পৰা নাছিল। এই কথা মনত ৰখা উচিত হব যে এই সন্ত্ৰাসবাদী সমিতিবোৰ কৃষক আৰু শ্ৰমিকৰ লগত সংস্পৰ্শ নথকা মধ্যবিত্ত শিক্ষিত সম্প্ৰদায়ৰ মানুহেৰে ভৰি আছিল। নৰমপন্থীসকলে কৃষক আৰু শ্ৰমিকসকলক খোলাখুলিকৈ অস্বীকাৰ কৰিছিল আৰু অত্যুগ্ৰপন্থীসকলে তেওঁলোকক গ্ৰহণ কৰিবলৈ অনিচ্ছুক আছিল।

কিন্তু ইমান সম্পূৰ্ণ কোনো ত্যাগেই একেবাৰে অথলে যাব নোবাৰে। কিছুমানে সন্ত্ৰাসবাদীসকলক মূৰ্খ বুলি অভিহিত কৰিলে। আকৌ কিছুমানে তেওঁলোকক বীৰ বুলি অভিহিত কৰিলে।

## মৰ্লি-মিণ্টো শাসন সংস্কাৰ

কিছুদিনৰ কাৰণে উগ্ৰপন্থী জাতীয়তাবাদী আৰু বিপ্লবীসকলে চৰকাৰক আপোষমূলক ব্যবস্থা লবলৈ বাধ্য কৰালে। দমনৰ কঠোৰ ব্যবস্থাৰ লগতে চৰকাৰে মুছলমানসকলৰ আছুতীয়া মতবাদক উদগনি দিবলৈ প্ৰচেষ্টা চলালে আৰু সাংবিধানিক সংস্কাৰ কৰি নৰমপন্থী সকলক উগ্ৰপন্থীসকলৰ পৰা পৃথক কৰিবলৈ চেষ্টা কৰিলে। মিণ্টোৱে "বিভেদৰ সৃষ্টি কৰি শাসন কৰাৰ" সিদ্ধান্ত ললে। ১৯০৫ চনৰ পহিলা অক্টোবৰৰ দিনা আগা খাঁৰ নেতৃত্বত মুছলমান নেতাসকলৰ এটা সম্ভ্ৰান্তদলে চিমলাত তেওঁক লগ ধৰিলে আৰু তেওঁৰ পৰা সাম্প্ৰদায়িক ভিত্তিত নিৰ্বাচক মণ্ডলীৰ ব্যবস্থা আৰু সা-সুবিধাৰ প্ৰতিশ্ৰুতি আদায় কৰিলে।

১৯০৯ চনত যেতিয়া অবশেষত মৰ্লি-মিণ্টো শাসন সংস্কাৰ আঁচনিখন প্ৰচলন কৰা হ'ল ইয়াৰ ব্যৱস্থাসমূহে অতি কম সংখ্যক লোককহে সন্তুষ্ট কৰিলে।

গবৰ্ণৰ জেনেৰেলৰ কাৰ্যপালিকা পৰিষদ (একজিকিউটিভ কাউন্সিল) ত আৰু প্ৰদেশবোৰৰ কাৰ্যপালিকা পৰিষদৰ প্ৰত্যেকখনতে এগৰাকী ভাৰতীয় নিয়োগ কৰিবলগীয়া হৈছিল। কেন্দ্ৰীয় আৰু

প্ৰাদেশিক বিধান পৰিষদ সমূহৰ সভ্য সংখ্যা বঢ়োৱা হৈছিল যদিও- ইয়াৰ মূল গঠনৰ কোনো সালসলনি নহ'ল। কেন্দ্ৰত বিষয়াসকলৰ সংখ্যাগৰিষ্ঠতা ৰখা হ'ল। ইয়ালৈ ৬০ জনৰ ভিতৰত মাথোন ২৭ জন সভ্যকহে বৰ ঠেক নিৰ্বাচক মণ্ডলীৰ ভেঁটিত নিৰ্বাচিত কৰাৰ ব্যৱস্থা হ'ল। প্ৰাদেশিক বিধান সভাবোৰত অনা-চৰকাৰী সভ্যৰ সংখ্যা এতিয়া বেছি হ'ল যদিও মনোনীত সদস্য সকলে সচৰাচৰ বিষয়াসকলৰ লগতে নিৰ্বাচিত সকলৰ বিপক্ষে মতদান কৰিছিল। কেন্দ্ৰীয় বিধান সভাৰ কাৰণে প্ৰধানত তিনি প্ৰকাৰৰ নিৰ্বাচক মণ্ডলী আছিল (১) সাধাৰণ প্ৰাদেশিক বিধান পৰিষদবোৰৰ অনা-চৰকাৰী সভ্যসকলেৰে গঠিত, (২) শ্ৰেণী মুছলমান আৰু মাটিৰ মালিক সকল, (৩) বিশেষ যেনে বিশ্ববিদ্যালয় আৰু বাণিজ্য সন্থা ( চেম্বাৰচ অফ কমাৰ্চ )। প্ৰাদেশিক পৰিষদবোৰৰ অনা-চৰকাৰী সভ্যসকলৰ সৰহ ভাগেই স্থানীয় নিকায, মাটিৰ মালিক, ব্যৱসায়ী আৰু বিশ্ব-বিদ্যালয়বোৰৰ পৰা নিৰ্বাচিত হবলগীয়া হৈছিল। মুছলমান, জমিদাৰ আৰু ইউৰোপীয় পুঁজিপতিসকলে সংৰক্ষিত স্থান পাইছিল। মহিলা সকলৰ ভোটাধিকাৰ নাছিল। গৱৰ্ণৰ সকল আৰু গৱৰ্ণৰ জেনেৰেলে যি কোনো লোককে ৰাজনৈতিকভাবে অবাঞ্ছনীয় বুলি সভ্য হবলৈ নিদিব পাৰিছিল।

বিধানসভাবোৰৰ ক্ষমতা সীমাবদ্ধ আছিল। অকল প্ৰশ্ন সোধা সভ্যজনেহে পৰিপূৰক প্ৰশ্নও সুধিব পাৰিছিল। সৈন্যবাহিনী আৰু দেশীয় ৰাজ্য এনেবোৰ জনসাধাৰণৰ স্বাৰ্থ থকা ক্ষেত্ৰত বাদানুবাদ আৰু প্ৰস্তাৱ উত্থাপন কৰিবলৈ দিয়া নহৈছিল। বাজেটৰ বিভিন্ন শিতানৰ ওপৰত আলোচনা আৰু মতদানৰ অনুমতি দিয়া হৈছিল যদিও সমগ্ৰ বাজেটখনৰ ওপৰত কোনো প্ৰস্তাৱ উত্থাপন কৰাৰ বা মতদানৰ অনুমতি দিয়া নহৈছিল।

নৰমপন্থীসকলে আপোষ কৰিবলৈ ইচ্ছা কৰিছিল। কিন্তু এই সংস্কাৰবোৰৰ উদ্দেশ্য কেতিয়াও সংসদীয় শাসনৰ প্ৰচলন নহয় বুলি মৰ্লিয়ে কোৱাত তেওঁলোকে ঠগ খোৱা বুলি ভাবিলে। অনুপযুক্ত

বুলি থিৰা, কৰিবলৈ ভাইচৰযৰ স্বেচ্ছাচাৰী ক্ষমতা, সংকীৰ্ণ ভোটাধিকাৰ, কেন্দ্ৰত বিষযা সকলৰ সংখ্যাগৰিষ্ঠতা, বাদানুবাদৰ ওপৰত প্ৰতিবন্ধকতা আৰু বাজেটৰ ওপৰত প্ৰভাৱ পেলাবলৈ অতি সীমিত ক্ষমতাৰ ব্যবস্থাই নৰমপন্থীসকলৰ ভুল ভাঙি দিলে। দল হিচাপে কংগ্ৰেছে সাম্প্ৰদাযিকতাৰ ভেটিত নিৰ্বাচকমণ্ডলী গঠন কৰা অনুমোদন নকৰিছিল। কংগ্ৰেছীলোকৰ সৰহভাগেই নৰমপন্থীসকলৰ পন্থাত বিশ্বাস হেৰুৱালে। ক্ৰমে প্ৰভাৱ ক্ষীণ হৈ অহা নৰমপন্থী সকলৰ বিৰুদ্ধে অতুগ্ৰ্যপন্থীসকলে প্ৰবল ৰাজনৈতিক আক্ৰমণ কৰিলে। মুছলমানসকলৰ আছুতীযা ব্যবস্থাক উদগনি দিযা কাৰ্যই, জাতি ধৰ্ম বা ভাষা নিৰ্বিশেষে সকলো ভাৰতবাসীক একত্ৰিত কৰি বহল ভেঁটিত এক জাতীয আন্দোলনৰ সংগঠন কৰা কাম বৰ কঠিন কৰি তুলিলে। মৰ্লি-মিণ্টো সংস্কাৰৰ আচল উদ্দেশ্য আছিল জাতীযতাবাদী দলবোৰৰ মাজত বিভেদৰ সৃষ্টি কৰি ভাৰতবাসীৰ মাজত বাঢি অহা ঐক্যভাবৰ গতিৰোধ কৰা।

ভাৰতীয জনমতক ভালৰি লগাবলৈ, লৰ্ড হাৰ্ডিঞ্জে ১৯১১ চনত বঙ্গবিভাজন নাকচ কৰিলে, বিহাৰ আৰু উৰিষ্যাক বঙ্গদেশৰ পৰা উলিযাই নিযা হ'ল আৰু অসমক এখন সুকীযা প্ৰদেশত পৰিণত কৰা হ'ল। ইযাৰ লগে লগে ভাৰতৰ ৰাজধানী দিল্লীলৈ স্থানান্তৰিত কৰা হ'ল।

বিভাজন ৰদ কৰাত বঙ্গালীসকলৰ অনুভূতি কিছু পৰিমাণে সন্তুষ্ট হ'ল যদিও, অশান্তিৰ মূল কাৰণবোৰলৈ হ'লে মন কৰা নহ'ল। আনহাতে ছপাখানা আইন (১৯১০) নাইবা ফৌজদাৰী আইন সংশোধন বিধিৰ (১৯০৮) অন্তৰ্গত বিশেষ ন্যায়াধিকৰণ বোৰৰ (স্পেচিযেল ট্ৰিবিউনেল) নিচিনা নিষ্পেষণৰ ব্যবস্থাসমূহেও উগ্ৰ জাতীযতাবাদী ভাবৰ বৃদ্ধিৰ গতি ৰোধ কৰিব নোৱাৰিলে।

## সাম্প্ৰদায়িকতাৰ অভ্যুদয় আৰু বিকাশ

১৯ শতিকাৰ দ্বিতীয়াৰ্দ্ধ কালছোৱাত ভাৰতীয় জাতীয়তাবাদৰ

জন্ম আৰু বিকাশ হৈছিল। প্ৰথম অবস্থাত, মুছলমান সকলৰ মাজত ৰাজনৈতিক চেতনাৰ বিকাশ সিমান হোৱা নাছিল। হিন্দু আৰু পাৰ্চী নিম্ন মধ্যবিত্ত শ্ৰেণীৰ মাজত জাতীয়তাবাদী ভাবধাৰাৰ বিস্তাৰ হৈছিল। কিন্তু একে সামাজিক শ্ৰেণীৰ মুছলমান ৰাইজৰ মাজত সেই পৰিমাণে জাতীয়তাবাদী ভাবধাৰা প্ৰচাৰ হোৱা নাছিল।

বৃটিছসকলে ভাৰতলৈ আহি এই দেশৰ মাটিত বিদেশী চৰকাৰ এটা স্থাপন কৰাৰ আগতে হিন্দু আৰু মুছলমানসকলে তিক্ততা নাইবা বিদ্বেষভাব নোহোৱাকৈ মোটামুটি একেলগে মিলিজুলি বাস কৰিছিল। অৱশ্যে, দুযোটা সম্প্ৰদায়ৰ মাজত কিছুমান পৰস্পৰ বিৰোধী আৰু একেবাৰে সুকীয়া একচেতীয়া ধৰ্মীয় মনোবৃত্তি বিৰাজ কৰিছিল। সমাজখন শ্ৰেণী হিচাপে বিভক্ত আছিল। এই শ্ৰেণী আৰু গোটবোৰৰ ভিতৰত হিন্দু আৰু মুছলমান দুযো সম্প্ৰদায়ৰ লোক আছিল। মোগল শাসনৰ যুগতো সমাজৰ এই একে ধৰণৰ শ্ৰেণী বিভাগ আছিল। ১৮৫৭ চনতো হিন্দু আৰু মুছলমানে কান্ধত কান্ধ মিলাই একেলগে যুঁজিছিল। তেওলোকৰ ক্ৰোধ উমৈহতীয়া শত্ৰু—বিদেশী শাসকসকলৰ বিৰুদ্ধে নিয়োজিত হৈছিল কাৰণ, এই শাসকসকলৰ হাতত গোটেই ভাৰতবৰ্ষই একে ধৰণে জীয়াতু ভোগ কৰিছিল।

১৮৫৭ চনৰ বিদ্ৰোহ দমন কৰাৰ পাচত বৃটিছসকলে মুছলমান সকলৰ ওপৰত বিশেষভাৱে কঠোৰ হৈছিল কাৰণ তেওলোকে এই সিদ্ধান্তলৈ আহিছিল যে বিদ্ৰোহৰ নেতৃত্ব মুছলমানেহে কৰিছিল আৰু তেওলোকেই প্ৰধানত ইয়াৰ কাৰণে দায়ী। অনুমান কৰা হৈছে যে বিদ্ৰোহৰ সময়ত আৰু তাৰ পিচৰ নিচেই কম সময়ৰ ভিতৰতে অকল দিল্লীতেই ২৭,০০০ মুছলমানক প্ৰাণদণ্ড বিহা হৈছিল। বহুবছৰ ধৰি বৃটিছসকলে মুছলমানসকলক সন্দেহৰ চকুৰে চাইছিল।

পিচে, জাতীয়তাবাদী আন্দোলনৰ অভ্যুদয়ৰ লগে লগে বৃটিছ-সকলৰ দৃষ্টিভঙ্গীৰ পৰিবৰ্তন ঘটিল। ১৭৮০ চনত এই পৰিৱৰ্তন

ক্ৰমান্বয়ে বেছিকৈ দৃষ্টিগোচৰ হ'ল। দৃষ্টিভঙ্গীৰ এই পৰিবৰ্তন, বৃটিছসকলে কৰা বা কৰিবলৈ প্ৰচেষ্টা চলোবা আন যি কোনো কথাৰ দৰে ৰাজনৈতিক অভিসন্ধিমূলক আছিল। বৃটিছসকলে নিজৰ স্বাৰ্থ ৰক্ষাৰ কাৰণে অনুসৰণ কৰা নতুন কৌশলৰ ফলত এনে দৃষ্টি-ভঙ্গীৰ জন্ম হৈছিল। জাতীয়তাবাদী আন্দোলনৰ বিস্তাৰ আৰু বৃদ্ধিৰ ফলত, ই সকলো ৰাইজক একগোট কৰি সাম্ৰাজ্যৰ কাৰণে ভীষণ সমস্যাৰ সৃষ্টি কৰিব পাৰে বুলি বৃটিছসকলে ভয় খাইছিল। ঐক্যবদ্ধ এটা জাতিক সৰহ দিনলৈ অধীনত ৰাখিব নোৱাৰি। সেয়ে, অত্যাচাৰ আৰু কঠোৰ ব্যৱস্থাৰে নিয়ন্ত্ৰণ কৰাৰ উপৰিও সম্ভৱ হলে জাতীয়তাবাদৰ আন্দোলনক নিশকতীয়া কৰাৰ বাবে বৃটিছ শাসকসকলে জনসাধাৰণক ঐক্যহীন কৰি ৰাখিবলৈ আৰু নিজৰ ভিতৰত প্ৰতিযোগিতা কৰি বিবাদ কৰি থাকিবলৈ, যিমান পাৰে উচটনি দিলে। তেওঁলোকে "বিভেদৰ সৃষ্টি কৰি শাসন কৰা নীতি" অনুসৰণ কৰিবলৈ ললে। তেওঁলোকে জনসাধাৰণক বিভিন্ন ধৰ্মৰ নামত ভগাবলৈ আৰু ভাৰতীয় ৰাজনীতিত সাম্প্ৰদায়িক আৰু বিভেদমূলক মনোভাৱক উদগনি দিবলৈ সিদ্ধান্ত ললে। তেওঁলোকে নিজক মুছলমান সংখ্যালঘিষ্ঠ সকলৰ পোষক বুলি দাবী কৰিলে আৰু মুছলমান, জমিদাৰ, মাটিৰ মালিকসকল আৰু শিক্ষিত মধ্য বিত্ত শ্ৰেণীৰ লোকক তেওঁলোকৰ ফলীয়া কৰিবলৈ সকলো ধৰণৰ ব্যৱস্থা ললে। তেওঁলোকে অইন ধৰণৰ বিভেদৰো প্ৰচলন আৰু বৃদ্ধি কৰিলে। তেওলোকে বঙ্গালীসকলৰ প্ৰভুত্বৰ কথা কৈ প্ৰাদেশিকতাক উৎসাহ দিবলৈ প্ৰচেষ্টা চলালে। ভাৰতীয় সমাজৰ জাতিভেদ প্ৰথাকো তেওঁলোকে স্বাৰ্থসিদ্ধিৰ কামত লগালে আৰু অব্ৰাহ্মণসকলক ব্ৰাহ্মণসকলৰ বিপক্ষে আৰু নীচজাতিৰ লোকক উচ্চকুলৰ লোকৰ বিপক্ষে থিয় দিবলৈ উৎসাহ দিলে। আইন-আদালতত উৰ্দু ভাষাৰ পৰিবৰ্তে হিন্দীভাষা চলাবলৈ কৰা আন্দোলনক সহায় কৰি বৃটিছসকলে উত্তৰ প্ৰদেশ আৰু বিহাৰত হিন্দু আৰু মুছলমানৰ মাজত সামাজিক আৰু সাম্প্ৰদায়িক তিক্ততাৰ সৃষ্টি

কৰিলে। এইদৰে ভাৰতীয সমাজৰ বিভিন্ন শ্ৰেণীৰ ৰাইজৰ আইন সঙ্গত দাবী আৰু ভাৰতীয সমাজক গণতান্ত্ৰিক ৰূপ দিযাৰ সমস্যা-বলীকো, ভাৰতবাসীৰ মাজত বিভেদ জন্মাবলৈ বিদেশী শাসকবৰ্গই নিজৰ অভীষ্ট সিদ্ধিৰ কাৰণে লগাইছিল। ভাৰতীয সমাজ ব্যবস্থা বৰ জটিল আছিল। সামাজিক আৰু সাংস্কৃতিক বহুতো অন্তৰ্বৰ্তী প্ৰশ্নৰ লগত কোনটো ভাল, কোনটো বেযা সেই বিচাৰ জড়িত হৈ আছিল। ফলত এইবোৰক যত্নেৰে সৈতে আৰু ধৈৰ্য্যৰে বিচাৰ কৰি সুকীযাকৈ উলিযাব লগীযা হৈছিল। এই জটিলতাকে বিদেশী শাসক সকলে নিজৰ স্বাৰ্থ সিদ্ধিৰ অভিপ্ৰাযে খটুৱাইছিল।

মুছলমান সাম্প্ৰদাযিকতাৰ অভ্যুদযৰ লগত চৈযদ আহমদ খাঁৰ নামটো জড়িত আছে। তেওঁ প্ৰথমতে এজন মহান শিক্ষাবিদ আৰু সমাজ সংস্কাৰক আছিল। চৈযদ আহমদ খাঁই কোৰানৰ উপদেশ-বোৰক আধুনিক ভাবধাৰাৰ লগত খাপ খুৱাবলৈ চেষ্টা কৰিছিল আৰু মানব সেবাৰ মূলৰ ওপৰত জোৰ দিছিল। ধৰ্মৰ প্ৰতি তেওৰ এনে মনোবৃত্তিৰ ফলত গোড়া প্ৰাচীনপন্থী মুছলমান সকলৰ লগত তেওঁৰ তীব্ৰ মতভেদৰ সৃষ্টি হৈছিল। চৈযদ আহমদ খাঁই হিন্দু আৰু মুছলমানৰ মাজত ঘনিষ্ঠ সহযোগিতাত বিশ্বাস কৰিছিল। আলিগড়ত "মহামেডান এংলো-ওৰিযেণ্টাল কলেজ' স্থাপন কৰিবলৈ তেও হিন্দু আৰু মুছলমান দুযো সম্প্ৰদাযৰে পৰা দান গ্ৰহণ কৰিছিল। কিন্তু ভাৰতীয জাতীয কংগ্ৰেছৰ অভ্যুদযৰ লগে লগে চৈযদ আহমদ খাঁই মুছলমানৰ অবস্থা সম্পৰ্কে বিশেষকৈ তেওক সমৰ্থন কৰা বহু মুছলমান জমিদাৰৰ অবস্থা সম্পৰ্কে সশঙ্কিত হ'ল। বৃটিছসকলেও আঁৰত থাকি সাম্প্ৰদাযিক মনোভাবৰ প্ৰতি উৎসাহ যোগাবলৈ পাৰেমানে চেষ্টা কৰিছিল। চৈযদ আহমদ খাঁই এতিযা ঘোষণা কৰিলে যে হিন্দু আৰু মুছলমানৰ স্বাৰ্থ সম্পূৰ্ণ বেলেগ, আৰু আনকি পৰস্পৰ বিৰোধী। তেওঁ এজন একান্ত অনুগত ৰাজভক্ত হৈ পৰিল আৰু ১৮৮৫ চনত ভাৰতীয কংগ্ৰেছ স্থাপিত হোৱাত ইযাৰ বিৰোধিতা কৰি বাৰাণসীৰ ৰাজা শিবপ্ৰসাদৰ সৈতে লগ লাগি,

বৃটিছৰাজৰ প্ৰতি আনুগত্যৰ শপত খাই এটি বিৰোধী আন্দোলন সংগঠন কৰিছিল। তেও অনুসৰণকাৰীসকলক কৈছিল যে যদি হে বৃটিছসকল গুচি যায়, সংখ্যাগৰিষ্ঠ হিন্দুসকলে সংখ্যালঘিষ্ঠ মুছলমান সকলৰ ওপৰত প্ৰভুত্ব চলাব আৰু সজ ব্যবহাৰ নকৰিব। তেও মুছলমানসকলক ভাৰতীয় জাতীয় কংগ্ৰেছত যোগদান নকৰিবলৈ উপদেশ দিছিল। অবশ্যে বদৰুদ্দিন টৈয়বজীৰ দৰে আন মুছলমান নেতাসকলে তেওলোকক নতুন জাতীয় সংস্থাটোত যোগদান কৰিবলৈ আবেদন জনাইছিল।

চৈয়দ আহমদ খাঁৰ নিচিনা মুছলমান নেতাসকলৰ মত আচল তথ্যৰ বিপৰীত আৰু অবৈজ্ঞানিক আৰু অযুক্তিকৰ আছিল। হিন্দু আৰু মুছলমানসকলে যদিও নিজৰ সুকীয়া ধৰ্মমতত বিশ্বাস কৰিছিল, তথাপি তেওলোকৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক স্বাৰ্থ উমৈহতীয়া আছিল। অইন কি সামাজিক আৰু সাংস্কৃতিক ক্ষেত্ৰতো হিন্দু আৰু মুছলমানৰ সাধাৰণজন আৰু শ্ৰেণী উভয়ে একেধৰণৰ জীৱনধাৰা নিৰ্বাহ কৰিবলৈ লৈছিল। উদাহৰণ স্বৰূপে এজন বঙালী মুছলমান আৰু বঙালী হিন্দুৰ মাজত বঙালী মুছলমান আৰু পঞ্জাবী মুছলমানতকৈ বেছি উমৈহতীয়া মিল আছিল। বিশেষকৈ হিন্দু আৰু মুছলমান উভয়কে শাসকসকলে একধৰণে অত্যাচাৰ আৰু শোষণ কৰিছিল। সেই একে চৈয়দ আহমদ খাঁই ১৮৮৪ চনত কৈছিল —

"আপোনালোকে একেখন দেশতে বাস নকৰে নে? আপোনা-লোকক একে মাটিতে দাহ কৰা আৰু কবৰ দিয়া নহয় নে? আপোনালোকে একে মাটিতে খোজ নাকাঢ়ে নে আৰু একে মাটিৰে শস্য নাখায় নে? মনত ৰাখিব—হিন্দু আৰু মুছলমান শব্দ দুটাই মাথোন ধৰ্মৰ বিভিন্নতাহে বুজায়। নহলে, এই দেশত বাস কৰা, হিন্দুৱেই হওক বা মুছলমানেই হওক, সকলো মানুহ, আনকি খৃষ্টীয়ানসকলো—এই সন্দৰ্ভত এক আৰু একেটা জাতিৰে সন্তান। এইসকলো বিভিন্ন সম্প্ৰদায়ক যেতিয়া এটা জাতি বুলি বৰ্ণনা কৰিব পাৰি, তেনেহলে দেশৰ মঙ্গলৰ কাৰণে তেওঁলোকৰ প্ৰত্যেকজনে

আৰু সকলোৰে মিলি এক হব লাগিব, কাৰণ দেশৰ মঙ্গল সকলোৰে কাৰণে কাম্য।"

এতেকে মুছলমানসকলৰ সৰহ সংখ্যক লোকৰ মাজত কেনেদৰে সাম্প্ৰদাযিক মনোভাবৰ নতুন ধাৰাৰ বিকাশ হ'ল সেইকথা বুজিবলৈ চেষ্টা কৰা উচিত হব।

কিছু পৰিমাণে শিক্ষা, ব্যবসায আৰু উদ্যোগৰ ক্ষেত্ৰত তুলনা-মূলকভাবে মুছলমান সকল পিছপৰা আছিল গুণে, এনে অবস্থা হৈছিল। মুছলমানসকলৰ উচ্চ শ্ৰেণী বুলিবলৈ প্ৰধানত জমিদাৰ আৰু অভিজাতবংশীয লোকসকলহে আছিল। উনৈছ শতিকাৰ প্ৰথম সত্তৰ বছৰত উচ্চ শ্ৰেণীৰ মুছলমানসকল ঘোৰ বৃটিছ বিৰোধী, ৰক্ষণশীল আৰু আধুনিক শিক্ষাৰ প্ৰতি শত্ৰুভাবাপন্ন আছিল কাৰণে দেশত শিক্ষিত মুছলমানৰ সংখ্যা অতি তাকৰ হৈ ৰ'ল। ফলত, মুছলমান বুদ্ধিজীবিসকলৰ মাজত বিজ্ঞান, গণতন্ত্ৰ আৰু জাতীযতা-বাদৰ ওপৰত গুৰুত্ব দিযা আধুনিক পাশ্চাত্য ভাবধাৰা বিস্তাৰ হোৱা নাছিল। তেওঁলোক পৰম্পৰাবাদী প্ৰাচীনপন্থী আৰু পিচপৰা অবস্থাত আছিল। পিছত চৈযদ আহমদ খাঁ, নবাব আব্দুল লতিফ, বদৰুদ্দিন টৈযবজী আৰু আন কেইগৰাকীমান লোকৰ প্ৰচেষ্টাৰ ফলত যেনিবা মুছলমানসকলৰ মাজত আধুনিক শিক্ষাৰ বিস্তাৰ হ'ল। কিন্তু হিন্দু, পাৰ্চী বা খৃষ্টীযান সম্প্ৰদাযৰ তুলনাত শিক্ষিত মুছলমানৰ সংখ্যা তাকৰ আছিল। সেইদৰে বেহাবেপাৰ আৰু উদ্যোগৰ বিকাশৰ ক্ষেত্ৰতো মুছলমানসকলৰ মাজৰ পৰা বৰ কমেহে অংশ গ্ৰহণ কৰিছিল। মুছলমানসকলৰ মাজত শিক্ষিত লোকৰ আৰু ব্যবসায আৰু উদ্যোগত নিযোজিত লোকৰ সংখ্যা কম হোৱাত, প্ৰতিক্ৰিযাশীল প্ৰতাপী মাটিৰ মালিক সকলে সাধাৰণ মুছলমান ৰাইজৰ ওপৰত তেওঁলোকৰ প্ৰভাৱ বজায ৰাখিবলৈ সমৰ্থ হৈছিল। আমি আগতেই দেখি আহিছোঁ হিন্দুযেই হওক নাইবা মুছলমানেই হওক, মাটিৰ মালিক আৰু জমিদাৰসকলে নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণে বৃটিছ শাসনক সমৰ্থন কৰিছিল। কিন্তু হিন্দুসকলৰ মাজত আধুনিক

বুদ্ধিজীবী আৰু উঠি অহা বেপাৰী আৰু উদ্যোগপতি শ্ৰেণীৰ লোকে মাটিৰ মালিকসকলক নেতৃত্বৰ পৰা গাদীচ্যুত কৰিছিল। দুৰ্ভাগ্য-বশত মুছলমানসকলৰ মাজত ইযাৰ সম্পূৰ্ণ বিপৰীত অবস্থা বিৰাজমান আছিল।

মুছলমান সকল শিক্ষাক্ষেত্ৰত পিচ পৰি থকা কাৰণে আৰু এটা কুফল দেখা গৈছিল। চৰকাৰী চাকৰী বা আন বৃত্তিত সোমাবলৈ হ'লে আধুনিক শিক্ষা অত্যাবশ্যকীয় হোৱা বাবে এই ক্ষেত্ৰতো অমুছলমান সকলতকৈ মুছলমানসকল পিচ পৰি আছিল। তাৰোপৰি ১৮৫৮ চনৰ পিচত ১৮৫৭ চনৰ বিদ্ৰোহৰ কাৰণে তেওঁলোককেই দোষী সাব্যস্ত কৰি চৰকাৰে মুছলমান সকলৰ বিৰুদ্ধে জ্ঞাতভাৱে সুবিচাৰ নকৰিছিল। যেতিয়া মুছলমান সকলৰ মাজতো আধুনিক শিক্ষাৰ প্ৰচাৰ হ'ল শিক্ষিত মুছলমান সকলে বেহা-বেপাৰ বা বৃত্তিৰ ক্ষেত্ৰত বৰ কম সুযোগ পালে। অনিবাৰ্য্যভাৱে এনে শিক্ষিত লোকে চৰকাৰী চাকৰীৰ ফালে ঢাল খাবলগীয়া হ'ল। কিন্তু সকলো ক্ষেত্ৰতে এখন পিচ পৰা উপনিবেশ হৈ থকাত ভাৰতীয় বাইজৰ কাৰণে চাকৰীৰ সুযোগো স্বাভাৱিককৈ বৰ কম আছিল। এনে পৰিস্থিতিত বৃটিছ চাকৰিয়াল আৰু ৰাজভক্ত অনুগত মুছলমান নেতা-সকলে শিক্ষিত মুছলমান সকলক, শিক্ষিত হিন্দুৰ বিপক্ষে উচটনি দিয়া বৰ সহজ কাম আছিল। চৈয়দ আহমদ খাঁ আৰু আন সকলে চৰকাৰী চাকৰীৰ ক্ষেত্ৰত মুছলমান সকলৰ কাৰণে বিশেষ ব্যৱস্থাৰ দাবী কৰিছিল। তেওঁলোকে ঘোষণা কৰিছিল যে শিক্ষিত মুছলমানে যদি বৃটিছ ৰাজ্যৰ প্ৰতি অনুগত থাকে তেনেহলে চৰকাৰে তেওঁলোকক চাকৰী আৰু অইন বিশেষ ধৰণৰ সা-সুবিধাৰে পুৰস্কৃত কৰিব। কিছুসংখ্যক হিন্দু আৰু পাৰ্চীয়েও এনে ধৰণৰ যুক্তি দিবলৈ চেষ্টা কৰিছিল। পিচে তেওঁলোকৰ সংখ্যা নিচেই তাকৰ হৈ ৰ'ল। এনে অবস্থাৰ ফলত এফালে যেতিয়া সমগ্ৰ দেশতে স্বাধীনচিন্তীয়া, জাতীয়তাবাদী আইন ব্যৱসায়ী, সাংবাদিক, ছাত্ৰ, সদাগৰ আৰু উদ্যোগপতিসকল ৰাজনৈতিক নেতা হৈছিল, মুছলমান সকলৰ

মাজত হ'লে ৰাজভক্ত মাটিৰ মালিক আৰু চৰকাৰী চাকৰিয়ালসকলে তেতিয়াও ৰাজনৈতিক মতবাদৰ ওপৰত প্ৰভাব পেলাব পাৰিছিল। প্ৰদেশবোৰৰ ভিতৰত একমাত্ৰ বোম্বাই প্ৰদেশতহে যথেষ্ট আগৰ পৰা মুছলমান সকলে বেপাৰ বাণিজ্য আৰু শিক্ষা ক্ষেত্ৰত আগ বাঢ়িছিল আৰু তাতেই জাতীয়তাবাদী কংগ্ৰেছী সকলৰ ভিতৰত বদৰুদ্দিন টৈয়বজী, আৰ এম চাযানি, এ ভীমজী আৰু ডেকা বেৰিষ্টাৰ মহম্মদ আলী জিন্নাৰ নিচিনা মেধাবী লোকসকল অন্তৰ্ভুক্ত আছিল। তাৰোপৰি বঙ্গ, উত্তৰ প্ৰদেশ আৰু পঞ্জাবতো, আধুনিক শিক্ষাৰ বিস্তাৰৰ ফলত মুছলমান সকলৰ মাজত নেতৃত্বৰ ক্ষেত্ৰত ৰাজভক্ত সকলৰ একচেতীয়া দখল ভাঙি দি জাতীয়তাবাদী শাখাৰ সৃষ্টি কৰিছিল। আমি সমস্যাটোৰ এই দিশটোক জওহৰলাল নেহৰুৰ "দি দিচ কভাৰী অব ইণ্ডিয়া" ( ভাৰত আবিষ্কাৰ ) নামৰ কিতাপৰ উদ্ধৃতি এটাৰে চমুকৈ এনেদৰে কব পাৰোঁ। —

> "হিন্দু আৰু মুছলমান মধ্যবিত্ত শ্ৰেণীৰ বিকাশৰ ক্ষেত্ৰত এটা পুৰুষ বা তাতোকৈ অধিক ব্যৱধান হৈছে, আৰু সেই ব্যৱধানে, ৰাজনীতি, অৰ্থনীতি আৰু আন আন বিভিন্ন দিশত প্ৰকাশ পাইছে। এই ব্যৱধানেই মুছলমান সকলৰ মাজত এক ত্ৰাসৰ মনোভাবৰ সৃষ্টি কৰিছে।"

এই সময়ত সাম্প্ৰদায়িক মনোবৃত্তিৰ বিকাশ হোৱাৰ আৰু এটা গুৰুত্বপূৰ্ণ কাৰণ আছিল। ভাৰতবৰ্ষৰ বুৰঞ্জী পোনতে বৃটিছ বুৰঞ্জীবিদসকলে লিখিবলৈ লৈছিল। কিন্তু পিচত, ভাৰতীয় বুৰঞ্জীবিদসকলে দুৰ্ভাগ্যবশত তেওলোকৰ পদাঙ্ক অনুসৰণ কৰি ইয়াক এনেদৰে শিকালে যাতে ই সাম্প্ৰদায়িক মনোভাব জগাই তাৰ পৰিপুষ্টি সাধন কৰে। উদাহৰণ স্বৰূপে, পুৰণিকালৰ সময়ছোৱাক হিন্দু যুগ আৰু মধ্যযুগৰ সময়ছোৱাক মুছলমান যুগ হিচাপে চিনাকি দিয়া হ'ল। মধ্যযুগত তুৰ্কী, আফগান আৰু মোগল ৰাজবংশই ৰাজত্ব কৰিছিল। তেওঁলোকৰ শাসনৰ গুণাগুণ আৰু ধৰণ কৰণ ব্যাখ্যা কৰাৰ সলনি, তেওঁলোকৰ সকলোকে মুছলমান বুলি সাঙোৰা হৈছিল আৰু যুগটোক

মুছলমান যুগ বলি উল্লেখ কৰা হৈছিল। মুছলমান শাসন বুলি কোৱাত ইযাৰ অৰ্থ এনে হৈছিল যে শাসনকৰ্তা সকল মুছলমান আছিল আৰু সকলো হিন্দুবেই শাসিত প্ৰজা আছিল। প্ৰকৃততে হিন্দুবেই হওক বা মুছলমানেই হওক শাসনকৰ্তা, সম্ভ্ৰান্তলোক, সেনাপতি আৰু জমিদাব সকলে হিন্দু আৰু মুছলমান জনসাধাৰণক একেধৰণে অৰ্থাৎ একে ঘৃণা আৰু অশ্ৰদ্ধাৰ চকুৰে চাইছিল। এইসকলে জনসাধাৰণক নীচ স্তৰৰ জীব হিচাপে নিজৰ সুবিধাৰ কাৰণে ব্যবহাৰ কৰিছিল। মুছলমান ৰাইজ হিন্দু জনসাধাৰণৰ দৰেই দুখীযা আছিল আৰু কৰৰ বোজাৰ অত্যাচাৰত পীড়িত হৈছিল। এই সকল বুৰঞ্জীবিদে, পুৰণি যুগ আৰু মধ্যযুগত ভাৰতৰ ৰাজনৈতিক অবস্থা যে পৃথিবীৰ যি কোনো ঠাইৰ ৰাজনৈতিক অবস্থাৰ দৰেই আছিল সেই কথা উপলব্ধি কৰিব পৰা নাছিল। সেই কালৰ ৰাজনীতি শাসকসকলৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাৰ্থৰ বহতীযা আছিল। তাত ধমৰ কোনো বিবেচনা নাছিল। অবশ্যে এইকথা নি সন্দেহে কব পাৰি যে শাসক আৰু তেওলোকৰ বিৰোধী দুযো পক্ষই জনসাধাৰণক বিভ্ৰান্ত কৰি-বলৈ ধৰ্মক ব্যবহাৰ কৰিছিল আৰু তেওলোকৰ প্ৰকৃত উদ্দেশ্য লুকুৱাই ৰাখিছিল। কিন্তু ইযাৰ অৰ্থ এনে নহয যে উদ্দেশ্যবোৰ ধৰ্মসম্পৰ্কীয বা সাম্প্ৰদাযিক আছিল। আকৌ, বৃটিছ আৰু সাম্প্ৰদাযিকতাবাদী বুৰঞ্জীবিদ সকলে ভাৰতৰ সান মিহলি সংস্কৃতিৰ ওপৰত গুৰুত্ব আৰোপ নকৰিছিল। ভাৰতীয সংস্কৃতিৰ ৰূপ বিভিনমুখী আছিল ঠিকেই। কিন্তু এই বিভিন্নতাৰ মাজেৰে ঐক্যৰ এডাল সূতাই সকলোকে গাঁথি থৈছিল। বিশেষকৈ মন কৰিবলগীযা যে এই বিভিনতা ধম হিচাপে নাছিল, শ্ৰেণী আৰু অঞ্চল হিচাপেহে আছিল। হিন্দু সংস্কৃতি আৰু মুছলমান সংস্কৃতিৰ ভুল ধাৰণা সোমাই পৰাত বুৰঞ্জীৰ শিক্ষাই বিভেদমুখী মনোবৃত্তি জগাবলৈ লাগিছিল।

ধৰ্মীয-সংস্কাৰ আন্দোলনবোৰৰো একে ধৰণৰ প্ৰভাব হৈছিল। এনে আন্দোলনবোৰৰ বৰঙনিও উল্লেখযোগ্য আছিল, কাৰণ,

এইবোৰে যুক্তিহীন আৰু অমানুষিক ভাবধাৰাৰ বিৰোধিতা কৰিছিল আৰু যুক্তিপূৰ্ণ আৰু মানবীয় ভাবধাৰাৰ প্ৰচলন কৰিছিল। এই আন্দোলনবোৰে উনৈছ শতিকাৰ ধৰ্মীয় বিশ্বাস আৰু আচাৰ-নীতিৰ পৰা বহুতো দুৰ্নীতি গুচাই ভাৰতীয় ৰাইজৰ মাজত সঠিক আত্ম-শ্ৰদ্ধাৰ মনোভাব বঢ়াই তুলিছিল। একে সময়তে এনে আন্দোলন-বোৰৰ নেতৃত্ব কৰা কিছুমান লোকে হিন্দু, মুছলমান, শিখ, পাৰ্চী, উচ্চবৰ্ণৰ হিন্দু আৰু নিম্নবৰ্ণৰ হিন্দু আদিৰ মাজত বিভেদৰ মনোবৃত্তি জগাবলৈ বিচাৰিছিল। বহু ধৰ্মাবলম্বী ৰাইজৰ দেশ এখনত ধৰ্মৰ ওপৰত গুৰুত্ব আৰোপ কৰাত এনে বিভেদৰ সৃষ্টি হোৱা স্বাভাৱিক আছিল। তাৰোপৰি এই সংস্কাৰ আন্দোলনবোৰে সাংস্কৃতিক পৰম্পৰাৰ ধৰ্মীয় আৰু দাৰ্শনিক দিশৰ ওপৰতে একলীয়াকৈ গুৰুত্ব দিছিল। এই দিশবোৰ আকৌ দেশৰ সকলো ৰাইজৰে এক উমৈহতীয়া চিৰাচৰিত প্ৰথা নাছিল। আনহাতে সকলো শ্ৰেণীৰ ৰাইজে সমানে ভূমিকা লোৱা—কলা, স্থাপত্যবিদ্যা সাহিত্য, সঙ্গীত, বিজ্ঞান আৰু কাৰিগৰীজ্ঞানৰ ক্ষেত্ৰত হ'লে, তেনেধৰণৰ গুৰুত্ব দিয়া হোৱা নাছিল। এইবোৰৰ উপৰি হিন্দু সংস্কাৰক সকলে সদায় ভাৰতৰ অতীতৰ সুখ্যাতি গাওঁতে অকল প্ৰাচীন কালৰ ঐতিহ্যৰ ভিতৰতে এনে সুখ্যাতিক সীমাবদ্ধ কৰি থৈছিল। আনকি স্বামী বিবেকানন্দৰ দৰে উদাৰমনা লোকেও অকল এই অৰ্থতে ভাৰতীয় মনোবৃত্তি বা ভাৰতৰ অতীত সাফল্যৰ কথা কৈছিল। সিফালে বহুতো মুছলমান সংস্কাৰকে আকৌ তেওঁলোকৰ পৰম্পৰা আৰু গৌৰৱময় ক্ষণ বিচাৰি পশ্চিম এচিয়াৰ বুৰঞ্জীৰ পাতলৈহে আঙুলিয়াইছিল। এনেদৰে ধৰ্মীয় সংস্কাৰক সকলৰ কাৰ্য্যকলাপে দুটা সুকীয়া জাতিৰ অস্তিত্বৰ ভাবধাৰাৰ সৃষ্টি কৰাৰ আগন্তুক হৈছিল। তাৰোপৰি কিছুমান ধৰ্মীয় সংস্কাৰ আন্দোলনৰ কাৰ্য্যকলাপ অকল যোগাত্মক দিশৰ মাজতে সীমাবদ্ধ নাছিল। এনেবোৰ আন্দোলনে অইন ধৰ্মৰ বিপক্ষে ধৰ্মযুদ্ধ আৰম্ভ কৰিও কুৰি শতিকাৰ সাম্প্ৰ-দায়িকতাৰ অভ্যুদয়ৰ ক্ষেত্ৰত বৰঙনি যোগাইছিল।

ৰাজনীতিৰ সাম্প্ৰদায়িক মনোভাব অবৈজ্ঞানিক আৰু অযুক্তিকৰ আছিল যদিও সংখ্যালঘিষ্ঠ সকলৰ মাজত ভীতিৰ সঞ্চাৰ কৰিছিল। এনে পৰিস্থিতিত, নিজৰ মনোবৃত্তি আৰু আচৰণেৰে সংখ্যালঘিষ্ঠ সকলক সংখ্যাগৰিষ্ঠতাৰে যে কোনো আঘাত কৰা নহয় সেই কথাত পতিয়ন নিওৱা ধৰ্মীয় সংখ্যাগৰিষ্ঠ দলৰ কৰ্তব্য আছিল। তেওঁলোকে সংখ্যালঘিষ্ঠ সম্প্ৰদায়ৰ লোকক অকল যে তেওঁলোকৰ ধৰ্ম সামাজিক আৰু সাংস্কৃতিক বিশেষত্ববোৰহে নিৰাপদে থাকিব বুলি পতিয়ন নিয়াব লাগে এনে নহয়, ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত লোৱা সিদ্ধান্তবোৰ যে সম্পূৰ্ণভাবে ধৰ্মনিৰপেক্ষ বিবেচনাৰ ওপৰত হে লোৱা হব আৰু ধৰ্মই সেই সিদ্ধান্তবোৰৰ ওপৰত একো প্ৰভাব নেপেলায় সেই কথাও সংখ্যালঘিষ্ঠ সকলক উপলব্ধি কৰাব পাৰিব লাগে। আগৰ জাতীয়তাবাদী সকলে ঠিক ইযাকেই কৰিছিল। তেওঁলোকে উমৈহতীয়া জাতীয় অৰ্থনৈতিক আৰু ৰাজনৈতিক স্বাৰ্থৰ ভেঁটিত জনসাধৰণক একত্ৰিকৰণ কৰি এটা জাতিত পৰিণত কৰিবলৈ বিচাৰিছিল। জনসাধাৰণৰ সামাজিক আৰু ধৰ্মীয় জীবনৰ ওপৰত কোনো হস্তক্ষেপ কৰা নহব বুলি তেওঁলোকে প্ৰতিশ্ৰুতি দিছিল। ১৮৮৯ চনত ভাৰতীয় জাতীয় কংগ্ৰেছে আন কি মুছলমান প্ৰতিনিধিসকলকে সংখ্যাগৰিষ্ঠতাৰে তেওঁলোকৰ কাৰণে অনিষ্টকৰ বুলি বিবেচনা কৰা যি কোনো প্ৰস্তাবক সমৰ্থন নকৰিবলৈ ও মান্তি হৈছিল। অইন কথাত কবলৈ হ'লে আগৰ জাতীয়তাবাদী সকলে ৰাজনীতিক ধৰ্ম আৰু সম্প্ৰদায়ৰ ভেঁটিত প্ৰতিষ্ঠিত কৰিব নেলাগে বুলি ৰাইজক শিকাই তেওঁলোকৰ ৰাজনৈতিক দৃষ্টিভঙ্গীক আধুনিক কৰিবলৈ চেষ্টা কৰিছিল।

দুৰ্ভাগ্যবশত পিচৰ কালৰ নেতাসকলৰ কিছুমানে ধৰ্মনিৰপেক্ষ ৰাজনীতিৰ এই বহুদৰ্শী মূলসূত্ৰবোৰ যথাযথভাবে পালন কৰা নাছিল। উগ্ৰপন্থী জাতীয়তাবাদী সকলে জাতীয় আন্দোলনৰ কামত বহুখিনি আগবাঢ়িছিল আৰু জনসাধাৰণকো শক্তি আৰু

সংকল্পেৰে আগবঢ়াই নিছিল। কিন্তু তেওলোকৰ কিছুমান কাৰ্য্যই যে সাম্প্ৰদায়িকতাৰ পূৰ্ণঅভ্যুদয়ৰ কাৰণ হৈছিল আৰু জাতীয় ঐক্য উদ্ভব হোৱাৰ বাটত পিছলৈ নিয়া পদক্ষেপহে হৈছিল সেই কথা স্বীকাৰ কৰিবই লাগিব। তেওলোকৰ প্ৰচাৰে ৰাইজক উদ্বুদ্ধ কৰাত কাৰ্য্যকৰী হৈছিল যদিও সেইবোৰত যে ধৰ্মৰ গোন্ধ আৰু হিন্দুত্বৰ বহন আছিল সেইটো সচা। তেওঁলোকে মধ্যযুগৰ সংস্কৃতিক একেবাৰে আওকাণ কৰি প্ৰাচীন ভাৰতীয় ঐতিহ্যৰ ওপৰত জোৰ দিছিল। তেওলোকে ভাৰতবাসীক কেৱল হিন্দু-ধৰ্মাবলম্বী বুলি আৰু ভাৰতীয় সংস্কৃতিক হিন্দুধৰ্মৰ লগত একে বুলি পৰিচয় দিবলৈ চেষ্টা কৰিছিল। তেওলোকে এই সংস্কৃতিকে আৰ্য্য সংস্কৃতি বুলি বিবেচনা কৰিছিল। উদাহৰণ স্বৰূপে তিলকে সংগঠিত কৰা শিবাজী আৰু গণপতি উৎসব, ভাৰতবৰ্ষক মাতৃ স্বৰূপে আৰু জাতীয়তাবাদক ধৰ্ম হিচাপে অৰবিন্দৰ অৰ্দ্ধ ছায়াবাদী আৰু অৰ্দ্ধ-আধ্যাত্মিক মনোভাব, কালী গোসানীৰ আগত সন্ত্ৰাস-বাদীসকলৰ শপত গ্ৰহণ আৰু বিভাজন-বিৰোধী আন্দোলনৰ শুভ আৰম্ভনী কৰিবলৈ গঙ্গা স্নান-আদি কাৰ্য্যই প্ৰতিটো অঞ্চলৰে সকলো ভাৰতীয়ক আকৃষ্ট কৰিব পৰা নাছিল। এইবোৰ কাৰ্য্যৰ এক উগ্ৰ ধৰ্মীয় পক্ষপাতিত্ব আছিল আৰু সেয়া হ'ল উচ্চ বৰ্ণৰ হিন্দুত্বৰ পক্ষপাতিত্ব। সাধাৰণ ধৰ্ম-নিৰপেক্ষ ভাৰতীয়ই হয়তো ৰাজনৈতিক আন্দোলনৰ চাৰিওফালে এনে ধৰণৰ ধৰ্মীয় বাতাবৰণ হোৱা ভাল নেপাইছিল। মুছলমান আৰু আন ধৰ্মাবলম্বীয়ে এনে প্ৰতীকবাদ আৰু আচাৰ প্ৰণালী বোৰ তেওঁলোকৰ বিশ্বাস আৰু সহজ অনুভূতিৰ বাবে বৰ অসঙ্গত যেন পাইছিল, সেই একেদৰে পুৰণি কালতে বিকাশ পোৱা ধ্বংসমুখী জাতিভেদ প্ৰথাৰ অত্যাচাৰত শ শ বছৰ ধৰি জুৰুলা হোৱা নিম্ন বৰ্ণৰ ভাৰতীয় সকলৰ কাৰণে পুৰণি কাল আৰু প্ৰাচীন ধৰ্মৰ অকুণ্ঠ-প্ৰশংসা গ্ৰহণযোগ্য নাছিল। আকৌ, যদি কোনোবাই শিবাজী আৰু প্ৰতাপক জাতীয় বীৰ হিচাপে দাঙি ধৰিবলৈ খোজে, স্বাভাবিকতে মোগল শাসক সকলক

জাতীয়তাবিৰোধী বিদেশী বা বহিৰাগত বুলি প্ৰকাৰান্তৰে কোৱা হয়, কিন্তু প্ৰকৃততে শিবাজী আৰু প্ৰতাপৰ দৰে মোগল শাসক সকলো ভাৰতীয়, তাৰোপৰি এওলোক সকলো শাসক শ্ৰেণীৰ অন্তৰ্ভুক্ত। এওলোকৰ পৰস্পৰৰ মাজত ঘটা যুঁজবোৰ, সেই সময়ৰ বিশেষ ঐতিহাসিক পৰিস্থিতিৰ সন্দৰ্ভত ৰাজনৈতিক যুঁজ আছিল। প্ৰতাপ আৰু শিবাজীক "জাতীয়" বীৰ আৰু আকবৰ আৰু আওৰঙ্গজেবক "বিদেশী" বুলি ভবাৰ অৰ্থ আছিল, অতীতৰ বুৰঞ্জীক আধুনিক সাম্প্ৰদায়িক দৃষ্টিভঙ্গীৰে চোৱা, এনে কথাই বেয়া ইতিহাসৰ সৃষ্টি কৰিছিল আৰু জাতীয় ঐক্যৰ ওপৰতো কুঠাৰাঘাত কৰিছিল।

অৱশ্যে ইয়াৰ অৰ্থ এয়ে নহয় যে উগ্ৰপন্থী জাতীয়তাবাদী সকল মুছলমান-বিৰোধী নাইবা কোনো প্ৰকাৰে সাম্প্ৰদায়িকতা-বাদী আছিল। বৰং ইয়াৰ বিপৰীতে, তেওলোকৰ বহুতে, বিশেষকৈ তিলক সদায় হিন্দু আৰু মুছলমানৰ একতাৰ ফলীয়া আছিল। তেওলোকৰ সৰহ ভাগেই চিন্তাধাৰাত আধুনিক আৰু প্ৰগতিবাদী আছিল। প্ৰকৃততে সন্ত্ৰাসবাদীসকলো, একমাত্ৰ প্ৰবল বিপ্লৱৰ যোগেৰেহে অৰ্থনৈতিক অসন্তোষ আঁতৰাব পাৰি আৰু স্বাধীনতা লাভ কৰিব পাৰি—এনে মতাবলম্বী, ইউৰোপীয় সন্ত্ৰাসবাদীসকলৰ দ্বাৰাহে প্ৰভাবান্বিত হৈছিল।—কিন্তু এইটো সঁচা যে উগ্ৰপন্থী জাতীয়তাবাদী সকলৰ ৰাজনৈতিক ধৰ্ম আৰু ভাবধাৰাত এক প্ৰকাৰৰ হিন্দুত্বৰ ৰহন আছিল। তেওঁলোকৰ প্ৰকৃত উদ্দেশ্য হয়তো ধৰ্মনিৰপেক্ষ আছিল, কিন্তু দেখাত হ'লে তেওঁলোকৰ আচাৰ ব্যৱহাৰ তেনে ধৰণৰ নাছিল। বৃটিছসকল আৰু তেওঁ-লোকৰ ফলীয়া প্ৰচাৰবাদী সকলে চতুৰতাৰে এই অৱস্থাৰ সুযোগ গ্ৰহণ কৰিছিল। ইয়াৰ ফলত এক বৃহৎসংখ্যক শিক্ষিত মুছলমানে বিভেদকামী দৃষ্টিভঙ্গীৰ গৰাহত পৰিছিল। তথাপি, বেৰিষ্টাৰ আব্দুল ৰচুল আৰু হজৰত মোহনীৰ দৰে প্ৰগতিবাদী মুছলমান বুদ্ধিজীবীসকলৰ বহুতেই স্বদেশী আন্দোলনত যোগ দিছিল আৰু

মহম্মদ আলী জিন্না, জাতীয়তাবাদী কংগ্ৰেছৰ নেতাসকলৰ ভিতৰত এজন মুখিয়াল ডেকা নেতা হৈ পৰিছিল।

ঔপনিবেশিক শাসনৰ তলত সক্ৰিয়ভাৱে অনুন্নত হোৱা তৃতীয়া পিচপৰা দেশ এখনত বিনিয়োগৰ সা সুবিধাবোৰ মাথোন কেইজনমান বিশেষ শিক্ষিত শ্ৰেণীৰ মাজ'ত সীমাবদ্ধ থাকে। সেয়েহে এনে সময়ত, দেশৰ মাথোন কেইটিমান চাকৰীৰ কাৰণে কঠিন প্ৰতিযোগিতা হয়। দূৰদৃষ্টি সম্পন্ন ভাৰতীয়সকলে দেশৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক উন্নয়নৰ কাৰণে কাম কৰিছিল। কিন্তু দেশৰ এই অৱস্থাক, বৃটিছ আৰু ভাৰতীয় উভয়েই নিজৰ স্বাৰ্থসিদ্ধিৰ কাৰণে সাম্প্ৰদায়িক, ধৰ্মীয় আৰু বৰ্ণ বিভেদ আৰু আঞ্চলিক মনোভাৱ জগাবলৈ, কামত খটুৱাইছিল। নানান ধৰণৰ সম্প্ৰদায়, আৰু দলৰ কাৰণে চাকৰী আৰু আসন আছুতীয়াকৈ সংৰক্ষণ কৰাৰ দাবীৰ ধ্বনি উঠিল। সঙ্কীৰ্ণমনা আৰু দূৰদৃষ্টি নথকা হিন্দু আৰু মুছলমান উভয়েই নিজৰ জাতীয়তাবাদৰ কথা কবলৈ ধৰিলে। জাতীয়তাবাদক যে খণ্ড বিখণ্ড কৰিব নোৱাৰি আৰু ই কেইবা-বিধৰো হব নোৱাৰে, আৰু সাম্ৰাজ্যবাদ আৰু ইয়াৰ স্বাৰ্থৰ বিৰুদ্ধে ঐক্যবদ্ধ এক আন্দোলনেৰেহে আৰ্থিক উন্নয়ন ঘটাব পাৰি—এই বোৰ কথা যেন তেওলোকে পাহৰি গ'ল।

১৯০৬ চনত আগা খাঁ, ঢাকাৰ নবাব আৰু নবাব মহচিন উল-মুল্কৰ নেতৃত্বত সদৌ ভাৰতীয় মুছলিম লীগ স্থাপন হোৱাৰ লগতে সাম্প্ৰদায়িক মতবাদক এক বাস্তৱ ৰূপ আৰু গঢ় দিয়া হৈছিল। এই প্ৰগতিৰ পৰিপন্থী খোজৰ কাৰণে শিক্ষিত মুছলমানসকলৰ এটা দলৰ আত্মস্বাৰ্থ আৰু মুছলমান জমিদাৰ আৰু উচ্চশ্ৰেণীৰ লোকসকলৰ প্ৰতিক্ৰিয়াশীল স্বাৰ্থপৰতাই জগৰীয়া। লীগে বঙ্গদেশৰ বিভাজনক সমৰ্থন কৰিছিল আৰু আছুতীয়া নিৰ্বাচক মণ্ডলী আৰু বিশেষ নিৰাপত্তা ব্যৱস্থাৰ বাবে দাবী জনাইছিল। বৃটিছসকলে ঠিক এনে ধৰণৰ এটা চেলুহে বিচাৰি আছিল। তেওলোকে ইয়াৰ পূৰা সদব্যৱহাৰ কৰি ঘোষণা কৰিলে যে মুছলমানসকলৰ

বিশেষ স্বাৰ্থ তেওঁলোকে ৰক্ষা কৰিব। কংগ্ৰেছৰ প্ৰতিটো জাতীয় আৰু গণতান্ত্ৰিক দাবীৰ লীগে অতি একান্তভাৱে বিৰোধিতা কৰিবলৈ লৈছিল। বঙ্গদেশত, ৰাজভক্ত লীগ নেতাসকল ডাঙৰ ডাঙৰ জমিদাৰ আছিল। তাৰোপৰি এওলোক বঙ্গদেশত বহিৰাগতহে আছিল, বঙ্গালী নাছিল। ইযাৰ ফলত বঙ্গালী মুছলমান প্ৰজাৰ প্ৰতি এওলোকৰ কোনো সহানুভূতি নাছিল।

আৰম্ভনীৰে পৰা দেশৰ বাকীসকলতকৈ মুছলমান সকলৰ স্বাৰ্থ যে বেলেগ আৰু বিবিধ হব পাৰে লীগৰ এই মূল দাবীৰ অসত্যতাৰ বিষয়ে আধুনিক ভাবমুখী শিক্ষিত মুছলমান সকলৰ সৰহ ভাগেই স্পষ্টকৈ বুজি পাইছিল। তেওলোকে নতুন জাতীয়তাবাদী ভাবৰ দ্বাৰা আকৃষ্ট হৈছিল আৰু লীগে যে সকলো মুছলমানৰ স্বাৰ্থ আৰু মতবাদৰ প্ৰতিনিধিত্ব কৰে সেয়া মানি লোৱা নাছিল। এই সময় ছোৱাতে মৌলানা মহম্মদ আলি আজমল খাঁ আৰু মজহৰ-উল-হকৰ নিচিনা নেতাসকলে চলোৱা আহ্ৰাৰ আন্দোলন জাতীয়তাবাদী আৰু উগ্ৰপন্থীও আছিল। সেইদৰে প্ৰাচীনপন্থী মুছলমান উলেমা (পণ্ডিত) সকলৰ এচামে দেশপ্ৰেমত উদ্বুদ্ধ হৈ সাম্প্ৰদায়িক মনোভাৱ পৰিত্যাগ কৰি জাতীয় ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ গৈছিল। এই সকলৰ ভিতৰত আটাইতকৈ উল্লেখযোগ্য আছিল মৌলানা আবুল কালাম আজাদ।

এই শতিকাৰ দ্বিতীয় দশকৰ প্ৰথম কেইবছৰমান তুৰস্কই পোনতে ইটালীৰ লগত আৰু পিচত বল্কান শক্তিসমূহৰ লগত যুজিবলগীয়াত পৰিছিল। সেই সময়ত তুৰস্ক আছিল মুছলমান শক্তিসমূহৰ মাজত আটাইতকৈ শক্তিশালী দেশ। মুছলমানসকলে পবিত্ৰ বুলি বিবেচনা কৰা বহুতো ঠাই তুৰ্কী সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত আছিল। ১৮৫৭ চনলৈকে ভাৰতীয় মুছলমানসকলে মোগল সম্ৰাটক "ইমাম" অৰ্থাৎ ৰাজনৈতিক আৰু ধৰ্মীয় মুৰব্বী বুলি মানিছিল। মোগল সম্ৰাট সিংহাসনচ্যুত হোৱাৰ পিচত আৰু অটোমেন সাম্ৰাজ্যৰ ওপৰত কুচিয়াই হেঁচা দিবলৈ ধৰাত বৃটিছ সকলে তুৰস্কক ৰক্ষা

কৰিবলৈ সিদ্ধান্ত লৈ মুছলমান সকলৰ পৃষ্ঠপোষক হৈ পৰিছিল। তেওঁলোকে সেই কাৰণে তুৰস্কৰ চুলতানক সকলো মুছলমানৰ 'খলিফা' হিচাপে গ্ৰহণ কৰিবলৈ বুলি গোটেই বিশ্বজুৰি হোৱা ইছলাম ধৰ্মীয় আন্দোলন গঢ়ি উঠাত উৎসাহ দিছিল। প্ৰথম মহাসমৰত যেতিয়া বৃটিছসকলৰ নীতি, তুৰস্কৰ নিৰাপত্তা আৰু কল্যাণৰ ক্ষেত্ৰত ভয়ৰ কাৰণ হৈ পৰিল, তেতিয়া ভাৰতীয় ৰাইজে তীব্ৰভাবে তাৰ বিৰোধিতা কৰিছিল। মুছলমান ৰাইজৰ মাজত বৃটিছ বিৰোধী আৰু সাম্ৰাজ্যবাদ বিৰোধী মনোভাব ক্ষিপ্ৰভাবে বৃদ্ধি পাইছিল।

ইযাৰ ফলত ভাৰতৰ উগ্ৰপন্থী মুছলমান যুবকে সাম্ৰাজ্যবাদ নীতিৰ বিৰোধী জাতীয়তাবাদী দলত যোগ দিছিল। কেইবা বছৰো ধৰি (১৯১২ আৰু ১৯২৪ চনৰ ভিতৰত) জাতীয়তাবাদী মুছলমান যুবক সকলৰ ওপৰত মুছলিম লীগৰ সভ্যসকলৰ প্ৰভাব নাইকীয়া কৰিছিল।

কিন্তু এই ঘটনাবোৰৰ এটা অনিষ্টকাৰী দিশও আছিল। খিলাফৎ আন্দোলনে শিক্ষিত, নব্যভাবধাৰাৰ জাতীয়তাবাদী মুছলমান সকলৰ চিন্তাধাৰাক নতুন ধৰ্ম নিৰপেক্ষ ৰাজনৈতিক মতবাদৰ পৰা অবাটে লৈ গ'ল। ৰাইজৰ অৰ্থনৈতিক আৰু ৰাজনৈতিক স্বাৰ্থক অবহেলা কৰা কাৰণে বৃটিছ সাম্ৰাজ্যবাদৰ বিৰোধিতা নকৰি, তেওলোকে তুৰস্কৰ খলিফা আৰু তীৰ্থস্থানবোৰ বিপদাপন্ন হোৱা বুলিহে বৃটিছ-সাম্ৰাজ্যবাদৰ বিপক্ষে থিয় দিছিল। তাৰোপৰি যি সকল বীৰ বা বিখ্যাত যোদ্ধা আৰু যিবোৰ আখ্যান বা সাংস্কৃতিক পৰম্পৰালৈ তেওলোকে আবেদন কৰিছিল সেইবোৰ প্ৰাচীন বা মধ্যযুগৰ ভাৰত বুৰঞ্জীৰ নহৈ পশ্চিম এচিয়াৰ বুৰঞ্জীৰহে বিষয় বস্তু আছিল। এইদৰে, তেওলোকৰ ৰাজনৈতিক আবেদনো ধৰ্মীয় অনুভূতিৰ ওপৰতহে প্ৰতিষ্ঠিত আছিল, সমযত এনে মনো-বৃত্তিযেও জাতীয়তাবাদৰ বিকাশত ব্যাঘাত জন্মাইছিল, কাৰণ ই মুছলমানসকলৰ মাজত অৰ্থনৈতিক আৰু ৰাজনৈতিক সমস্যাবলীলৈ বিজ্ঞানসম্মত আৰু ধৰ্মনিৰপেক্ষ দৃষ্টিভঙ্গী বঢোৱা নাছিল।

এই সময়ছোবাত ভাৰতীয় জাতীয়তাবাদী কংগ্ৰেছৰ বিৰোধিতা কৰি কোনো সংগঠিত সাম্প্ৰদায়িক আন্দোলন আৰু সন্থাৰ অভ্যুদয় নহলেও, হিন্দু সাম্প্ৰদায়িক ভাবধাৰাৰ বহুল প্ৰচাৰ হৈছিল। হিন্দু সাম্প্ৰদায়িক প্ৰতিষ্ঠান গঠন নোহোৱাৰ এটা কাৰণ আছিল, জাতীয়তাবাদী মনোবৃত্তিৰ বহুল পৰিসৰৰ মাজত হিন্দু সাম্প্ৰদায়িক মনোবৃত্তিয়ে স্থান পাইছিল। কিন্তু মুছলমান সাম্প্ৰদায়িক মনোবৃত্তিৰ ক্ষেত্ৰত এনে হোৱা সম্ভৱ নাছিল। এওলোকৰ সাম্প্ৰদায়িক ভাবধাৰাই জাতীয়তাবাদী ধাৰাৰ বাহিৰত কাম কৰিবলগীয়া হৈছিল। কিছুমান নেতাই হিন্দু জাতীয়তাবাদৰ কথা কবলৈ আৰম্ভ কৰিছিল। তেওলোকে মুছলমান সকলক "বিদেশী" বুলি আখ্যা দি, হিন্দুৰ স্বাৰ্থ ৰক্ষাৰ কথা—আনকি বিধানসভা আৰু চাকৰীৰ ক্ষেত্ৰতো হিন্দুৰ কাৰণে সংৰক্ষিত আসনৰ কথা কবলৈ আৰম্ভ কৰিছিল। এনেদৰে মুছলমান আৰু হিন্দু সাম্প্ৰদায়িকতাবাদে পৰস্পৰৰ ওপৰত ক্ৰিয়া কৰি এটাই আনটোক জীপ দিবলৈ ধৰিছিল।

## প্ৰথম মহাসমৰৰ কালছোৱা

১৯১৪ চনত জাৰ্মানীৰ বিপক্ষে বৃটেইনে যুদ্ধ ঘোষণা কৰাত ভাৰতবৰ্ষই আপোনা আপুনি মহাসমৰৰ চাকনৈয়াত পৰিল। প্ৰধানত বৃটিছ সাম্ৰাজ্যবাদী স্বাৰ্থৰ কৰণে যুজিবলৈ লোৱা এই সমৰত ভাৰতবাসী আৰু ভাৰতৰ ধন সম্পদক আগবঢ়োৱাৰ আগতে নাইবা যুদ্ধ ঘোষণা কৰাৰ আগতে, ভাৰতীয়সকলৰ লগত বৃটিছসকলে আলোচনা কৰা নাছিল। স্বইচ্ছাৰে নহলেও, এই যুদ্ধলৈ ভাৰতৰ বৰঙনিৰ পৰিমান কম নাছিল। দহ লাখৰো বেছি ভাৰতীয়ক ফ্ৰান্সৰ পৰা চীনদেশলৈ বিভিন্ন যুদ্ধ ক্ষেত্ৰলৈ প্ৰেৰণ কৰা হৈছিল। প্ৰতি দহজনৰ ভিতৰত এজনৰ প্ৰাণ হানি হৈছিল। যুদ্ধৰ সমুদায় খৰচ ১২ কোটি ৭০ লাখ পাউণ্ডতকৈও বেছি হৈছিল। ভাৰতৰ

জাতীয় ঋণ শতকৰা ৩০ ভাগ বৃদ্ধি পাইছিল আৰু এই ঋণৰ সৰহ ভাগ বোজা ভাৰতৰ জনসাধাৰণৰ ওপৰতে জাপি দিয়া হৈছিল।

## জাতীয়তাবাদীসকলৰ প্ৰাথমিক সঁহাৰি

প্ৰথম অৱস্থাত ভাৰতীয় নেতাসকলে বৃটেইনৰ পক্ষে তেওঁলোকৰ সহানুভূতি আৰু সমৰ্থন ঘোষণা কৰিছিল। কিন্তু সেই বুলি বৃটেইনৰ পক্ষে জনগণৰ সচাকৈয়ে আন্তৰিক সমৰ্থন থকা বুলি ভাবিলে ভুল কৰা হব। নৰমপন্থা আৰু অত্যুগ্ৰপন্থী দুয়ো দলে জাৰ্মান সকলৰ বিজয়ত সন্তোষ লাভ কৰিছিল। কংগ্ৰেছে ভাৰতীয় আনুগত্যৰ বেচ হিচাপে যে ৰাজনৈতিক সংস্কাৰ দাবী কৰিছে সেই কথা লুকঢাক কৰা নাছিল। গান্ধীয়ে সৈন্য ভৰ্তিকৰণত সক্ৰিয়ভাৱে সহায় কৰিছিল। উদ্দেশ্য আছিল "সাম্ৰাজ্যৰ ৰাজনীতি-বিদসকলৰ চেষ্টা আৰু কামৰ জৰিয়তে স্বৰাজ লাভৰ কাৰণে উপযুক্ত হোৱা।" ১৯১৮ চনত তেও এইদৰে কবলগীয়া হৈছিল— "অতি কম সময়ৰ ভিতৰতে লাভ কৰিব পৰাকৈ স্বৰাজ্য (হোম ৰুল)ৰ খাটা ৰূপতকৈ কম আন একোৱে ভাৰতীয় ৰাইজক সন্তুষ্ট কৰিব নোৱাৰে।"

কিন্তু বহুতেই, যুদ্ধৰ লক্ষ্য সম্পৰ্কে মিত্ৰশক্তিয়ে কৰা বৰ বৰ ঘোষণাত ভোল গৈছিল। লয়েড জৰ্জে কৈছিল—"মিত্ৰশক্তিবৰ্গই অকল স্বাধীনতাৰ কাৰণেহে যুঁজিছে", প্ৰেচিডেণ্ট উইলচনৰ "চৈধ্য দফা"ই এই মহান আদৰ্শবোৰক আৰু বলবান কৰি তুলিছিল। এতেকে বেছিভাগ ভাৰতীয়ই যুদ্ধখন যে উপনিবেশ আৰু বজাৰৰ কাৰণে সাম্ৰাজ্যবাদী শক্তিসমূহৰ মাজত সংঘৰ্ষহে, এই প্ৰকৃত সত্যটোক নেদেখাত আচৰিত হবলগীয়া একো নাই। ভাৰতীয় সহযোগিতাক স্বীকাৰ কৰি সংস্কাৰ সাধন কৰাৰ কোনো উমঘাম নোপোৱাত প্ৰাথমিক উৎসাহ অৱশ্যে ক্ৰমে ম্লান হৈ পৰিছিল। সুৰেন্দ্ৰ নাথ বেনাৰ্জীয়ে ভৱিষ্যত বাণী কৰিছিল যে চৰকাৰে সংস্কাৰ

সমূহ ঘোষণা কৰোঁতে বহু পলম কৰিলে নৰমপন্থীসকলৰ প্ৰভাব তলে তলে নাইকীয়া হৈ পৰিব।

দুটা কথাই নৰমপন্থী আৰু অত্যুগ্ৰপন্থী সকলক লগ লগাইছিল। এটা হ'ল ফিৰোজশ্বাহ মেহটা আৰু জি, কে, গোখলেৰ মৃত্যু আৰু আনটো আছিল—মান্দালযৰ পৰা তিলকৰ প্ৰত্যাগমন। শ্ৰীমতী এনি বেচান্তৰ পৰামৰ্শ অনুসৰি বোম্বাই কংগ্ৰেছে (১৯১৫) কাৰ্য্যত অত্যুগ্ৰপন্থী সকললৈ বিনাচৰ্তে সভ্যৰ আসন আগবঢালে। শ্ৰীমতী বেচান্তৰ ভাৰতীয সংস্কৃতিৰ প্ৰতি গভীৰ শ্ৰদ্ধা, সামাজিক আৰু শিক্ষামূলক কামৰ প্ৰতি অনুৰাগ আৰু বৃটিছ "কমনওৱেলথ'ৰ ভিতৰতে সম্পূৰ্ণ স্বাযত্তশাসন লাভৰ প্ৰতি আত্মনিযোগৰ কাৰণে ইতিমধ্যে তেওঁ এগৰাকী লেখত লবলগীয়া ৰাজনৈতিক নেতা হিচাপে জনাজাত হৈ পৰিছিল। আযাৰলেণ্ডৰ বিদ্ৰোহৰ দ্বাৰা উৎসাহিত হৈ তেওঁ ১৯১৬ চনত "হোম ৰুল লীগ" স্থাপন কৰিছিল। থিওচোফিকেল চোচাইটি (দৈবজ্ঞানত বিশ্বাস কৰা সকলৰ সমাজ)ৰ সা সম্পদ ব্যৱহাৰ কৰি আৰু আযাৰলেণ্ডৰ জাতীযতাবাদী সকলৰ কৌশল অবলম্বন কৰি তেওঁ অতি কম দিনৰ ভিতৰতে গোটেই দেশজুৰি হোমৰুল লীগৰ শাখা স্থাপন কৰিছিল। তিলকে নিজৰ হোমৰুল লীগৰ সৈতে আন্দোলনত যোগ দিলে। তেওঁৰ সবল বক্তৃতা আৰু গাত লাগি যোৱা প্ৰবন্ধবোৰে দেশপ্ৰেম, নিৰ্ভীকতা আৰু ত্যাগৰ ওপৰত আকৌ এবাৰ জোৰ দিলে। তেওঁ নিজ কাৰ্য্যকলাপৰ ক্ষেত্ৰ মহাৰাষ্ট্ৰ আৰু মধ্যপ্ৰাদেশৰ ভিতৰত সীমিত ৰাখিলে। আনহাতে, শ্ৰীমতী বেচান্তে বহু অনুগামীৰ সমৰ্থন পাই, দেশৰ বাকী অঞ্চলত আন্দোলনৰ সংগঠন কৰিলে, মহাসমৰৰ হেঁচাৰ ফলত কৰৰ বোজা গধুৰ হ'ল, বয-বস্তুৰ দাম বাঢ়িল আৰু 'দুখীয়া' শ্ৰেণীৰ ৰাইজৰ দুৰ্ভোগ বৃদ্ধি পালে। তেওঁলোকে "হোমৰুলৰ" আবেদনৰ প্ৰতি সঁহাৰি দিলে। বহু সংখ্যক মহিলাইও ইয়াকে কৰিলে।

## দেশৰ ভিতৰত আৰু বিদেশত বিপ্লৱী আন্দোলন

যুদ্ধৰ উত্তেজনাই যেতিয়া এইদৰে কংগ্ৰেছক নকৈ জীৱনীশক্তি দিছিল, বিপ্লৱীসকলে জামানীৰ সহায লৈ অৱস্থাৰ সুযোগ গ্ৰহণ কৰিবলৈ সিদ্ধান্ত ললে। চৰকাৰৰ দমন ব্যৱস্থাই তেওলোকৰ দলৰ মাজত খেলিমেলি লগাইছিল। কিন্তু ১৯১২ চনৰ পৰা তেওলোকে দ্বিতীযবাৰ শক্তি পৰীক্ষা কৰিবলৈ আকৌ দল বান্ধিছিল। বিদেশত থকা ভাৰতীয বিপ্লৱীসকলে আমাৰ স্বাধীনতা আন্দোলনৰ এটা নতুন বিস্তৃতি প্ৰদান কৰিলে। তেওলোক অকল জেল বা মৃত্যুদণ্ডৰ পৰা হাত সাৰিবলৈ পলাই যোৱা ব্যক্তি নাছিল। সৰহ ভাগকেই ইউৰোপ, আমেৰিকা যুক্তৰাষ্ট্ৰ, মধ্যপ্ৰাচ্য আৰু দক্ষিণ পূব এচিযাত কেন্দ্ৰ কেতবোৰ সংগঠন কৰিবলৈ পাঠিওৱা হৈছিল। এইবোৰ ঠাইত ভাৰতৰ স্বাৰ্থৰ কথা প্ৰচাৰ কৰিব পাৰি, আৰু অস্ত্ৰশস্ত্ৰ আৰু ধন গোটাই দেশত বিপ্লৱক আগবঢাই নিব পাৰি বুলি ভবা হৈছিল। লেওলোকে ভাৰতীয ছাত্ৰ, ব্যৱসাযী আৰু ভাৰতৰ পৰা উঠি যোৱা শ্ৰমিকৰ মাজৰ পৰা নতুন দল ভৰ্তি কৰি লৈছিল। তেওলোকে যলৈকে গৈছিল তাতেই প্ৰগতিবাদী নাইবা সমাজবাদী আন্দোলনৰ সমৰ্থন পাইছিল। যুদ্ধ আৰম্ভ হোৱাৰ পিচত তেওলোকে বিদেশত কৰ্তব্যৰত ভাৰতীয সেনা-বাহিনীৰ দল, যুদ্ধ বন্দী আৰু অন্যান্য বৃটিছ শাসনৰ বিৰোধী-সকলৰ লগত সংযোগ কৰিবলৈ প্ৰচেষ্টা চলাব পাৰিছিল। জামানীৰ লগত সহযোগিতা কৰি তেওলোকে ভাৰতীয বিপ্লৱী সন্থাবোৰক ধন, অস্ত্ৰ আৰু জনবলৰ যোগান ধৰিবলৈ আঁচনি লৈছিল। তেওঁলোকে সেই বুলি কেতিযাও জাৰ্মান সকলৰ হাতৰ পুতলা হবলৈ বিচৰা নাছিল।

চাভাৰকৰ গ্ৰেপ্তাৰ হোৱাত আৰু তেও পলাই সাৰিবলৈ কৰা চেষ্টা বিফল হোৱাৰ পাচত, লণ্ডনত ঘাঁটি কৰি লোৱা বিপ্লৱী সকল থানবান হৈ পৰিছিল। বীৰেন্দ্ৰ নাথ চট্টোপাধ্যাযে পোনতে পেৰিচলৈ গৈ তাৰ পৰা জাৰ্মানীলৈ গ'ল। বাৰ্লিনবাসী ভাৰতীয়

সকলে জাৰ্মানীৰ বিদেশী অফিচৰ পৰা ধন সাহায্য লৈ এখন সমিতি গঠন কৰিলে। এই সমিতিখন পিচলৈ ভাৰতীয স্বতন্ত্ৰতা কমিটি (ইণ্ডিয়ান ইন্দিপেন্দেনচ কমিটি) বুলি জনাজাত হৈ পৰিছিল। বীৰেন্দ্ৰ নাথ ইযাৰ সম্পাদক হৈছিল। এই কমিটিয়ে বাগদাদ, ইস্তানবুল তেহৰান আৰু কাবুললৈ সজাতিদল পঠিযাইছিল আৰু ভাৰতীয সেনাবাহিনীৰ দল আৰু ভাৰতীয যুদ্ধবন্দী সকলৰ মাজতো কাম কৰিছিল। ৰজা মহেন্দ্ৰপ্ৰতাপক মৌলানা বৰকৎউল্লা আৰু মৌলানা ওবেইতুল্লাৰে সৈতে কাবুললৈ পঠিওৱা হ'ল। তাতে তেওঁলোকে কিছুদিনৰ নিমিত্তে এটা সাময়িক ভাৰত চৰকাৰ স্থাপন কৰিলে।

ইতিমধ্যে হৰদযাল গৈ আমেৰিকা যুক্তৰাষ্ট্ৰ পালেগৈ। তাৰকনাথ দাসে যুক্তৰাষ্ট্ৰৰ পশ্চিম উপকূলত বসতি কৰা ভাৰতীয বাসিন্দাৰ মাজত বিপ্লবৰ বাণী প্ৰচাৰ কৰিছিল। তেও আমেৰিকাৰ বহিৰাগত নিযন্ত্ৰণ আইনবোৰৰ কঠোৰতাৰ কাৰণে বৰ বিৰক্তি বোধ কৰিছিল। এই দলটোৰ নামাকৰণ, বিদ্ৰোহৰ স্মৰণোৎসৱ উপলক্ষে ১৯১৩ চনৰ পহিলা নৱেম্বৰৰ পৰা প্ৰকাশ কৰিবলৈ লোৱা সাপ্তাহিক কাকত "ঘদৰ"ৰ পৰা হৈছিল। ইযাৰ আঁচনি সমূহৰ ভিতৰত সৈন্য-বাহিনীৰ মাজত কাম কৰা, পদস্থ বিষযাসকলক হত্যা কৰা, বিপ্লবী সাম্ৰাজ্যবাদ বিৰোধী সাহিত্য প্ৰকাশ কৰা আৰু অস্ত্ৰ সংগ্ৰহ কৰাও অন্তৰ্গত আছিল। এই পাৰ্টিৰ সদৰ ঠাই চানফ্ৰান্সিচকোত পতা হৈছিল আৰু আমেৰিকাৰ উপকূল পাৰ সুদূৰ প্ৰাচ্যৰ সকলো ঠাইতে ইযাৰ শাখা খোলা হৈছিল। ইযাৰ উদ্দেশ্য আছিল বৃটিছ উপনিবেশবোৰত একে সময়তে বিদ্ৰোহৰ জুই জ্বলাই দিযা। "ঘদৰ" কাকতে এনেদৰে বিজ্ঞাপন দিছিল—"সাহসী সৈনিক লাগে—ভাৰতত 'ঘদৰ'ৰ জোকাৰ আনিবলৈ সাহসী সৈনিক লাগে। দৰমহা—মৃত্যু। মূল্য—অমৰত্ব, পেন্সন—স্বাধীনতা, যুদ্ধক্ষেত্ৰ—ভাৰতবৰ্ষ।"

কোমাগাটামাৰুৰ ঘটনাই 'ঘদৰ' পাৰ্টিৰ কামত সহায কৰিলে।

কোমাগাটামাৰু আছিল ভাৰতৰ পৰা উঠি কানাডালৈ যাব খোজা ভাৰতীয় সকলৰ বাবে গুৰুদিৎ সিংএ ভাড়া কৰা জাহাজখনৰ নাম। কিন্তু ই কানাডা পোৱাৰ পিচত, যাত্ৰী সকলক দু-মাহৰ হাৰাশাস্তি আৰু অনিশ্চয়তাৰ পিচত উভটিবলৈ বাধ্য কৰা হ'ল। অৱশেষত কোমাগাটামাৰুই উভতি আহি যেতিয়া কলিকতা বন্দৰত আহি লঙ্গৰ পেলালে, যাত্ৰীসকলে তেওঁলোকৰ বাবে চৰকাৰে সংৰক্ষিত কৰি ৰখা ৰেলগাড়ীখনত উঠিবলৈ অমান্তি হ'ল। ফলত মাৰপিটৰ সৃষ্টি হ'ল। ২০ ৰ পৰা ৪০ জন মান নিহত আৰু কেইবাজনো আহত হ'ল। "তোশ্বামাৰুৰো" ( আন এখন যাত্ৰীবাহী জাহাজ ) সেই একে দশা হৈছিল। এই বা-বাতৰিবোৰ পাই বিদেশত থকা পঞ্জাবীসকল জ্বলিপকি উঠিল। তেওঁলোকে লৰা-লৰিকৈ ভাৰতলৈ উভটি আহি বৃটিছ শাসনৰ বিৰুদ্ধে এক প্ৰবল সশস্ত্ৰ অভিযান আৰম্ভ কৰিবলৈ, দুৰ্ভোগ ভোগা ৰাইজৰ লগত যোগ দিলে। জাৰ্মানীৰ পৰা অস্ত্ৰ সংগ্ৰহ কৰিব নোৱাৰি তেওঁলোকে বঙ্গদেশৰ বিপ্লৱীসকলৰ লগত যোগাযোগ কৰিলে।

বঙ্গদেশৰ বিপ্লৱী সকলৰ মাজৰ পৰা যতীন্দ্ৰ নাথ মুখাৰ্জী, ৰাসবিহাৰী বসু আৰু নৰেন্দ্ৰ নাথ ভট্টাচাৰ্য্যৰ দৰে নতুন নেতাসকলৰ অভ্যুদয় হৈছিল। এওঁলোকৰ আঁচনিৰ ঘাই কাৰ্য্যসূচীবোৰ আছিল— ভাৰতীয় সৈন্যক ফুচুলোৱা, একে সময়তে পেশ্বোৱাৰৰ পৰা চিটাগঙ্গলৈ সকলো পুলিচ লাইন আৰু চৰকাৰী ধনৰ ভাণ্ডাৰৰ ওপৰত আক্ৰমণ চলোৱা আৰু সদৌশেহত জাৰ্মান অস্ত্ৰেৰে যুদ্ধ ঘোষণা কৰা। দুৰ্ভাগ্যবশত বিশ্বাসঘাটকতাই ১৯১৫ চনৰ ২১ ফেব্ৰুৱাৰী তাৰিখে কৰি থোৱা বিদ্ৰোহ ব্যৰ্থ কৰিলে। ষড়যন্ত্ৰ-কাৰীসকলৰ ভিতৰত এজন লেখত লবলগীয়া ভি, জি, পিংগলক মীৰাটৰ 'অশ্বাৰোহী' পুলিচৰ লাইনত বোমাৰে সৈতে গ্ৰেপ্তাৰ কৰা হ'ল। বিদ্ৰোহী ৰেজিমেণ্ট কেইটা ভাঙি দিয়া হ'ল। ষড়যন্ত্ৰ-কাৰীসকলৰ সৰহ ভাগকে ফাঁচী দিয়া হ'ল নাইবা আন্দামানলৈ নিৰ্বাসিত কৰা হ'ল। ৰাসবিহাৰী বসু জাপানলৈ পলাই সাৰিল।

যতীন মুখাৰ্জীয়ে তেওঁৰ অধিক দুৰাকাঙ্খী আঁচনিখনৰ সফলতাৰ কাৰণে গাইগুটীয়া হত্যা কৰাৰ পৰা বিৰত আছিল। 'বৰ্দ্দা এণ্ড কোম্পানী'লৈ বুলি পঠিওৱা 'মউচেৰ' পিস্তলৰ ডাঙৰ দ'ম এটা হাতত পৰাত তেওঁৰ সুবিধা হ'ল। বুৰীবালাম নৈৰ পাৰৰ বালাচোৰত, জাৰ্মান অস্ত্ৰ-শস্ত্ৰ নমাবলৈ ৰৈ থকা পাঁচ জন বঙালী সন্ত্ৰাসবাদীৰ লগত সশস্ত্ৰ পুলিচ বাহিনীৰ এটা 'বেটেলিযন'ৰ এখন অতি স্মৰণীয যুদ্ধ হৈছিল। এই যুঁজত এটা দ গাঁতৰ পৰা বীৰত্বেৰে সৈতে যুঁজি থকা অবস্থাত, আঘাত পাই যতীন্দ্ৰনাথৰ মৃত্যু হয।

মহাসমৰৰ সমযত বিপ্লববাদী আন্দোলন বিফল হোৱাৰ কাৰণ আছিল ভাৰতীয নেতাসকলৰ মাজত সহযোগিতাৰ অভাব আৰু ভাৰতীয বিপ্লবীসকল, বাৰ্লিন কমিটি আৰু 'ঘদৰ' পাৰ্টিৰ মাজত যোগাযোগৰ অভাব। বৃটিছ চৰকাৰে প্ৰথমৰে পৰা সন্দেহ কৰি, অস্ত্ৰশস্ত্ৰেৰে ভৰাই ভাৰতলৈ জাহাজ পঠিওৱাৰ এনে প্ৰচেষ্টা বিফল কৰাবলৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ কৰ্তৃপক্ষক যথোচিত ব্যবস্থা লবলৈ সৈমান কৰাইছিল। আমেৰিকাই জাৰ্মানীৰ বিপক্ষে যুদ্ধত মিত্ৰপক্ষৰ ফালে যোগদান কৰাৰ পিচত সেই দেশত বিপ্লবীসকলে কিবা কাম কৰা অসম্ভব হৈ পৰিছিল। চানফ্ৰান্সিচকোত 'ঘদৰ' নেতা-সকলৰ বিচাৰ হোবাৰ পিচত যুক্তৰাষ্ট্ৰত আৰু কোনো বিপ্লববাদী কাৰ্য্যাবলীৰ ভেটি প্ৰতিষ্ঠা হোবাৰ সকলো আশা নিৰ্মূল হৈ পৰিল।

## লক্ষ্ণৌ চুক্তি

পৰিস্থিতিযে চৰকাৰক গোটেই অবস্থাতো নতুন দৃষ্টিভঙ্গীৰে চাবলৈ বাধ্য কৰিছিল। ১৯১৬ চনত কংগ্ৰেছ আৰু মুছলীম লীগৰ মাজত হোৱা লক্ষ্ণৌ চুক্তিয়ে এটা নতুন বাট দেখুৱালে। ১৯০৮ চনৰ পিছত লক্ষ্ণৌত বহা কংগ্ৰেছখনেই প্ৰথম সম্মিলিত কংগ্ৰেছ।

"হোম ৰুল"ৰ ( স্বাযত্বশাসন ) আন্দোলনে ইযাক যুজিবলৈ শক্তি প্ৰদান কৰিছিল। মৌলানা আজাদ, আন্সাৰী আৰু আজমল খাঁৰ নিচিনা মুছলমান নেতাসকলৰ লগত বুজাবুজি সম্ভব হৈছিল। ইমান দিনে সামন্তবাদী সকলৰ নেতৃত্বত গঢ়ি উঠা লীগে, আলিগড় পন্থী সকলৰ সীমাবদ্ধ ৰাজনৈতিক দৃষ্টিভঙ্গীৰ ভিতৰতে আবদ্ধ নেথাকি, এক অধিক উগ্ৰ মনোভাব গ্ৰহণ কৰিবলৈ লৈছিল। আজাদৰ আল হিলাল আৰু মহম্মদ আলীৰ কমৰেড কাকত দুখনৰ ওপৰত দমননীতিৰ অত্যাচাৰ আৰু পিচত এই দুযো গৰাকী নেতাৰ অন্তৰীণ দণ্ডৰ লগে লগে মুছলমান নেতাসকলৰ মাজৰ জাতীযতাবাদীসকলে কংগ্ৰেছৰ লগত সহযোগিতা কৰিবলৈ সাজু হ'ল। ইযাৰ ফলস্বৰূপ লক্ষ্ণৌ চুক্তিৰ উদ্ভব হৈছিল।

কংগ্ৰেছ আৰু মুছলীম লীগক ওচৰ চপাই অনা কাৰ্য্যত তিলকে এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল, কাৰণ তেওঁ উপলব্ধি কৰিছিল যে অকল হিন্দু আৰু মুছলমানৰ একতাৰ মাজেৰেহে সফলতা লাভ কৰিব পৰা যাব। অত্যুগ্ৰপন্থীসকলৰ এটা দল ঐক্যবদ্ধ জাতীযতাবাদী সন্থা এটাতকৈ কম কাৰ্য্যক্ষম হব। একতা লাভ কৰিবলৈ অতি আগ্ৰহৰ বাবে তিলকে অইনকি পৃথক নিৰ্বাচনমণ্ডলী আৰু সংখ্যালঘিষ্ঠ মুছলমানসকলক ওপৰঞ্চি সুবিধা দিযা নীতিকো মানি লৈছিল। বিধান সভাসমূহত মুছলমান সভ্যসকলৰ সংখ্যা প্ৰত্যেক প্ৰদেশৰ কাৰণে বান্ধি দিযা হৈছিল। ৰাজকীয বিধান পৰিষদ (ইম্পিৰিযেল লেজিচলেটিভ কাউন্সিল)ত এই সংখ্যা মুঠ সভ্য সংখ্যাৰ এক তৃতীযাংশ হব লাগিব। বিধান সভা সমূহত কোনো এক ধৰ্মাবলম্বী সভ্যসকলৰ তিনি চতুৰ্থাংশই প্ৰতিবাদ কৰা কোনো ব্যবস্থা গ্ৰহণ কৰা নহব। ইযাৰ সলনি কংগ্ৰেছ আৰু লীগে যুটীযাভাবে ভাৰতীয পৰিষদৰ (ইউনিযন কাউন্সিলৰ) বিলোপ সাধন, কেন্দ্ৰীয আৰু প্ৰাদেশিক বিধান পৰিষদৰ সভ্যসকলৰ পাঁচ ভাগৰ চাৰিভাগৰ নিৰ্বাচন, প্ৰাদেশিক কথাত হকাবাধা নকৰাৰ প্ৰতিশ্ৰুতিদান আৰু প্ৰতিৰক্ষা আৰু

পৰৰাষ্ট্ৰ নীতিৰ বাহিৰে কেন্দ্ৰীয় চৰকাৰৰ ওপৰত সম্পূৰ্ণ কৰ্তৃত্ব দাবী কৰিছিল। হিন্দু আৰু মুছলমানৰ মাজত একতা অনাৰ ক্ষেত্ৰত লক্ষ্ণৌ চুক্তি আছিল এক গুৰুত্বপূৰ্ণ পদক্ষেপ। কিন্তু গান্ধীৰ কথাত কবলৈ হ'লে—এই চুক্তিখন আছিল শিক্ষিত ধনী হিন্দু আৰু শিক্ষিত ধনী মুছলমানৰ মাজত ক্ষমতা বিতৰণৰ বাবে কৰা এখন চুক্তি। ই সাধাৰণ হিন্দু আৰু মুছলমান ৰাইজক সাঙুৰিব নোৱাৰিলে। এই চুক্তিয়ে হিন্দু আৰু মুছলমানৰ স্বাৰ্থ পৃথক বুলি ভৰা, ভুল ধাৰণাটোৰ ওপৰতে জোৰ দিলে আৰু সেই কাৰণে হিন্দু আৰু মুছলমানৰ পৃথক ৰাজনৈতিক অস্তিত্বকো মানি লবলগীয়া হ'ল। হিন্দু আৰু মুছলমান দুটা সম্পূৰ্ণ বেলেগ সম্প্ৰদায়—এই ভুল আৰু অনিষ্টকৰ ধাৰণাৰ ওপৰত চুক্তিখন কৰা হৈছিল। ইয়াৰ পৰা ধৰ্ম-নিৰপেক্ষ মতবাদ গঢ়ি উঠাৰ সুবিধা হোৱা নাছিল। বৰং ই ভৱিষ্যতৰ সাম্প্ৰদায়িকতাবাদৰ কাৰণে দুৱাৰ মুকলি কৰি দিছিল।

ভাৰতীয় ঐক্যৰ মূল ভেটিৰ ওপৰত এনে এটা আপোচৰ ফলত এই চুক্তিয়ে ক্ৰমান্বয়ে অনুগ্ৰহৰ মাত্ৰা বঢ়াই তুলিলে আৰু শেহত ঐক্যৰ গোটেই গাঁথনিটোৱেই ভাগি পৰিল।

কিছুদিনৰ কাৰণে চৰকাৰ অৱশ্যে দেশৰ দুটা প্ৰধান ৰাজনৈতিক দলৰ ঐক্যবদ্ধ স্পষ্ট দাবীৰ সন্মুখীন হৈছিল। ইয়াৰ উপৰি নেতাসকলৰ ডেকা চামক আকৃষ্ট কৰা হোম ৰুল লীগৰ আন্দোলনকো চৰকাৰে চাবলগীয়া হ'ল। দেশ আৰু বিদেশত হোৱা বিপ্লৱবাদী আন্দোলনবোৰকো শান্ত কৰিবলগীয়া হ'ল। আকৌ এইবাৰো চৰকাৰে সংস্কাৰ আৰু দমন ব্যৱস্থাৰ দ্বৈত নীতিৰে এই পৰিস্থিতিৰ সহাঁৰি দিলে। ভাইচৰয় চেমচফোৰ্ডে যেতিয়া ভাৰত সচিব (চেক্ৰেটৰী অব ষ্টেট) গৰাকীক সংস্কাৰৰ কাৰণে টানি ধৰিলে, স্বৰাষ্ট্ৰ বিভাগীয় সভ্য গৰাকীয়ে নতুন আন্দোলনৰ বান ভেটিবলৈ বান্ধ সজাৰ কথা কৈছিল। হোম ৰুল লীগবোৰ দমন কৰা হৈছিল। শ্ৰীমতী বেচান্তক গ্ৰেপ্তাৰ কৰা হৈছিল। কংগ্ৰেছে ভাইচৰয়ৰ

ওচৰত ইযাৰ প্ৰতিবাদ জনাইছিল আৰু শ্ৰীমতী বেচান্তক কলিকতাত বহা কংগ্ৰেছ সভা (১৯১৭)ৰ সভাপতি নিৰ্বাচিত কৰিছিল। মাদ্ৰাজ কংগ্ৰেছত, নিষ্ক্ৰিয অহিংস আন্দোলনৰ কাৰণে দিযা পৰামৰ্শ কংগ্ৰেছে প্ৰত্যাখান কৰিলেও, ই হোম ৰুলৰ দাবীৰ লগত নিজকে সম্পূৰ্ণৰূপে মিলাই দিছিল। কংগ্ৰেছে অতি শীঘ্ৰে সম্পূৰ্ণ স্বাযত্বশাসন আৰু কংগ্ৰেছ আৰু লীগৰ আঁচনি খনকে সংস্কাৰৰ প্ৰাথমিক অধ্যায বুলি দাবী কৰিলে।

## চৰকাৰী সহাঁৰি : দমনৰ ব্যৱস্থা আৰু সংস্কাৰৰ প্ৰতিশ্ৰুতি

১৯১৭ চনৰ ২০ আগষ্টৰ দিনাখন ভাৰত সচিব (চেক্ৰেটৰী অব ষ্টেট) মণ্টেগুৱে চৰকাৰৰ সহাঁৰিৰ ঘোষণা কৰিলে। তেও আগবঢোৱা ব্যবস্থাসমূহ বৰ পলমকৈ আহিল আৰু সেইবোৰে ৰাইজৰ দাবী ভালদৰে পূৰণ কৰিব নোবাৰিলে। অবশ্যে মণ্টেগুৱে পোন প্ৰথমবাৰৰ বাবে ভাৰতত এটা দাযিত্বশীল চৰকাৰ প্ৰতিষ্ঠা কৰাই এই সংস্কাৰ সমূহৰ লক্ষ্য বুলি ঘোষণা কৰিলে। কিন্তু এই লক্ষ্য সাধন ক্ৰমান্বযে ধীৰ গতিৰেহে হব লাগিব, প্ৰশাসনৰ সকলো শাখাতে ভাৰতীযসকলৰ সম্বন্ধ বঢাই নি স্বাযত্বশাসনৰ অনুষ্ঠানসমূহক যত্নেৰে বিকাশ কৰিহে লক্ষ্যত উপনীত হব পৰা যাব বুলি কোৱা হ'ল। এই ঘোষণাৰ অৰ্থ আছিল যে সংস্কাৰবোৰ এঢাপ এঢাপকৈ, এটাৰ পিচত এটাকৈ কৰা হব আৰু প্ৰত্যেক ঢাপত নো কিমান আগবাঢিল তাৰ জোখ আৰু কেতিযা আৰু সংস্কাৰ বিধি লোৱা হব সেই সমযৰ বিচাৰ বৃটিছ চৰকাৰৰ হাতত থাকিব। আকৌ তেওলোকৰ এই সংস্কাৰবিধি লোৱাৰ সিদ্ধান্ত, ভাৰতবাসীয়ে আগবঢোৱা সহযোগিতাৰ পৰিমাণ, প্ৰকৃতি আৰু ভাৰতীয় সকলৰ দাযিত্ব পালন কৰিব পৰা সামৰ্থ্যৰ বিষযে বৃটিছ সকলে কৰা মূল্যাঙ্কণৰ ওপৰতহে নিৰ্ভৰ কৰিব। প্ৰকৃততে বৃটিছ স্বাৰ্থ ৰক্ষাৰ কাৰণে বৃটিছসকলেই ক্ষমতাৰ ৰাজদণ্ড চলোৱাৰ

দিহা হ'ল। নৰমপন্থী জাতীয়তাবাদী মতক সৈমান কৰাবলৈ আৰু তেওলোকক উগ্ৰপন্থী জাতীয়তাবাদী সকলৰ পৰা আঁতৰাই আনিবলৈ বৃটিছসকলে সংস্কাৰৰ টুকুৰা কেইটামান ভাৰতবাসীলৈ দলিয়াই দিছিল।

সংস্কাৰৰ প্ৰতিশ্ৰুতি দিয়াৰ লগে লগে চৰকাৰে সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ শক্তিবোৰক দমন কৰিবলৈ সাজু হ'ল। ফৌজদাৰী আইন সংশোধন বিধিযে ষড়যন্ত্ৰক এক ফৌজদাৰী দণ্ডত পৰিণত কৰি চৰকাৰৰ হাতত বিশেষভাবে গঠন কৰা ত্ৰিবিউনেলেৰে সোধপোচ নকৰাকৈ বিচাৰ কৰিব পৰা ক্ষমতা দিলে। মাথোন সন্দেহ কৰিয়েই মানুহক অনিৰ্দিষ্ট কাল আটক কৰি ৰাখিব পৰা হ'ল। আটক বন্দীসকলৰ ওপৰত নিষ্ঠুৰ ব্যবহাৰ কৰা হ'ল। জাতীয়তাবাদী দাবীক ভালৰি লগাবলৈ আৰু জাতীয়তাবাদী আন্দোলনক আওবাটে নিবলৈ সংস্কাৰৰ প্ৰতিশ্ৰুতি, শাসিতসকলৰ ওপৰত শাসকসকলৰ ক্ষমতাৰ মুঠি দৃঢ় ৰাখিবলৈ দমননীতি চলালে। সাম্ৰাজ্যবাদক যি কোনো উপায়েৰে আৰু বিভিন্ন ব্যবস্থা অবলম্বন কৰি বৰ্তাই ৰখাৰ দিহা কৰা হ'ল।

# ৪ স্বৰাজ লাভৰ আন্দোলন

## ধুমুহাৰ আগজাননী যুদ্ধৰ কালচোৱাৰ প্ৰতিক্ৰিয়া

যুদ্ধৰ কালচোৱাত ভাৰতীয় জাতীয়তাবাদ পুৰঠ হৈছিল। আন্দোলনৰ গতি বৃদ্ধি পাইছিল আৰু এক প্ৰকাৰে তীব্ৰতৰ হৈ পৰিছিল। যুদ্ধলৈ ভাৰতৰ বৰঙনিৰ বাবদ বৃটিছ চৰকাৰে কিছু পৰিমাণে শলাগ লৈছিল। সেয়ে সম্পূৰ্ণভাবে স্বায়ত্ত শাসনেৰে নহলেও কিছুমান প্ৰধান সংস্কাৰেৰে ভাৰতক পুৰস্কৃত কৰিব বুলি কৰা আশা যুক্তিপূৰ্ণ আছিল। জাতীয়তাবাদী সকলৰ মনোভাৱত এই আশা ফুটি ওলাইছিল। কিন্তু আশা ভঙ্গ হলে তেওঁলোক যুঁজিবলৈযো সাজু আছিল।

অৰ্থনৈতিক ক্ষেত্ৰতো কিছু আশা পোষণ কৰা হৈছিল। যুদ্ধৰ সময়ত বিদেশৰ পৰা আমদানী প্ৰায় বন্ধ হৈ গ'ল। কিন্তু বৃটেইনৰ যুদ্ধকালীন চাহিদা বাঢ়ি গৈছিল। এই চাহিদাৰ কিছু অংশ দেশত উৎপাদন বৃদ্ধিৰ দ্বাৰা ভাৰতবৰ্ষই পূৰাবলগীয়া হৈছিল। ফলত কিছু পৰিমাণে ভাৰতীয় বেপাৰ আৰু উদ্যোগৰ উন্নতি হৈছিল। এই ব্যৱস্থাই ভাৰতীয় উদ্যোগপতিসকলক উচ্চ মুনাফা আৰু সম্পদৰ জুতি লবলৈ সুবিধা দিছিল। ১৯১৬ চনত এখন উদ্যোগিক অযোগ গঠন কৰা হ'ল। এই আযোগে চৰকাৰক ঔদ্যোগিক বিকাশৰ ক্ষেত্ৰত অধিক সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ আৰু ইয়াৰ অগ্ৰগতিত সহায় কৰিবলৈ উপযুক্ত প্ৰশাসনিক ব্যৱস্থা লবলৈ পৰামৰ্শ দিলে। ভাৰতীয় পুঁজিপতি সকলে ঔদ্যোগিক নীতিৰ ডাঙৰ পৰিবৰ্তনৰ কাৰণে বাট চাই ৰ'ল।

এই আশা আৰু আকাঙ্ক্ষ্যাৰ লগে লগে সন্দেহ আৰু শঙ্কাও নোহোৱাকৈ নাছিল। প্ৰস্তুত কৰা বযবস্তুৰ দাম অতিপাত বৃদ্ধি পাইছিল। কিন্তু কৃষিজাত বযবস্তুৰ ক্ষেত্ৰত হলে এনে বৃদ্ধি হোৱা নাছিল। তাঁথা আৰু কাপোৰৰ টুকুৰাৰ বযবস্তুত বিৰাট মুনাফা (লাভ) হৈছিল আৰু ভাৰতীযসকলৰ কাৰণে বহুতো নিযোগৰ থল সৃষ্টি হৈছিল। কিন্তু এই সুবিধাবোৰে প্ৰকৃততে সাধাৰণ ৰাইজক স্পৰ্শ কৰিব নোৱাৰিলে। ভাৰত-মৰিচাচ বোৰ্ডে ভাৰতত বযবস্তু কিনিবলৈ যো জা কৰিছিল। কিন্তু ভাৰতীয পুঁজিপতিসকলে এই পৰিস্থিতিৰ সম্পূৰ্ণ সুযোগ গ্ৰহণ কৰিব নোৱাৰিলে, কাৰণ ভাৰতৰ মেচিন তৈযাৰী উদ্যোগ নাছিল বুলিবই লাগে। যুদ্ধকালীন নিযন্ত্ৰণৰ কাৰণে আৰু মালৰ বাবে জাহাজত স্থানৰ অভাব হোৱাৰ কাৰণে ৰপ্তানী বজাৰৰ দুৰবস্থা হৈছিল। যুদ্ধৰ শেষৰ ফালে উৎপাদন কমি গৈছিল। ফলত বহুতো উদ্যোগ বন্ধ হৈ গৈছিল আৰু নিবনুৱাৰ সংখ্যা বাঢ়িছিল। ইতিমধ্যে দৈনন্দিন জীৱনৰ ব্যৱহাৰ্য্য বযবস্তুৰ দাম চৰি গৈছিল। ১৯১৪ আৰু ১৯২০ চনৰ ভিতৰত কলিকতাত বস্তুৰ পাইকাৰী দাম শতকৰা এশ ভাগ বেছি হৈছিল। খাদ্যশস্যৰ দাম শতকৰা ৯৩ ভাগ বাঢ়িছিল। অন্যান্য অঞ্চলতো পৰিস্থিতি প্ৰায একে আছিল। এই সকলোবে ফলত সাধাৰণ ৰাইজ অতি জুৰুলা হৈছিল। কৃষকসকলে খাজনা আৰু কৰৰ গধুৰ বোজাত কেকাইছিল। ভৱিষ্যত সম্পৰ্কে এটা আশঙ্কাৰ ভাব হৈছিল। উদ্যোগপতি সকলে বযবস্তু বিক্ৰিৰ বিশেষ সুবিধা আৰু চৰকাৰৰ সাহায্য বিচাৰিছিল। ভাৰতীয অৰ্থনীতিৰ এনে দাবীবোৰ যুদ্ধ বিজযী বৃটেইনে মানি লব নে ?

যুদ্ধ শেষ হোৱা মাত্ৰকে, অৰ্থনৈতিক পৰিস্থিতি বেছি বেযাৰ ফালেহে ঢাল খালে। প্ৰথমত বযবস্তুৰ দাম দুইছাই হ'ল। বিদেশী বযবস্তু আকৌ আমদানী হবলৈ ধৰিলে আৰু বৃহৎ আকাৰত বিদেশী মূলধন খটুওৱা আৰম্ভ হ'ল। ইযাৰ ফলত অৰ্থনৈতিক কাৰ্য্যকলাপৰ গতি ক্ৰমান্বযে হ্ৰাস পাই আহিল। ভাৰতীয উদ্যোগবোৰে অতিপাত

লোকচান ভৰিবলৈ ধৰিলে আৰু কিছুমান উদ্যোগ বন্ধ হবলগীয়া হ'ল।

ৰাজনৈতিক ক্ষেত্ৰতো যথেষ্ট আশাভঙ্গৰ থল হ'ল। যুদ্ধৰ কেই বছৰত এচিয়া আৰু আফ্ৰিকাৰ সকলো দেশতে জাতীয়তাবাদে ভাল দৰে জীপ লৈছিল। সাধাৰণ ৰাইজৰ সমৰ্থন লাভ কৰিবলৈ, বৃটেইন, যুক্তৰাষ্ট্ৰ, ফ্ৰান্স, ইটালী আৰু জাপান আদি সকলো দেশেই যুদ্ধৰ উদ্দেশ্য গণতন্ত্ৰক ৰক্ষা কৰাৰ কথা কৈছিল আৰু সকলো দেশ আৰু জনসাধাৰণৰ আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰৰ কাৰণে থিয় দিবলৈ প্ৰতিজ্ঞাবদ্ধ হৈছিল। যুদ্ধৰ পিচত কিন্তু এই দেশবোৰে ঔপনিবেশিকতাৰ ওৰ পেলাবলৈ ইচ্ছুক যেন দেখা নগ'ল।

১৯১৯ চনৰ শান্তি চুক্তিয়ে বৰকৈ জহাই থকা মিত্ৰপক্ষৰ যুদ্ধৰ উদ্দেশ্য সমূহ আৰু প্ৰেচিডেণ্ট উইলচনৰ "চৌধ্য দফীয়া" নীতিৰ লক্ষ্য মিছা প্ৰতিপন্ন কৰিলে। জামানসকলৰ প্ৰতি ভাৰতত কিছু সহানুভূতি আছিল কাৰণ, তেওঁলোকে ভাৰতৰ বিপ্লবী আন্দোলনক সহায় কৰিবলৈ চেষ্টা কৰিছিল। ভাৰ্ছেলিচৰ সন্ধিয়ে প্ৰতিহিংসাৰ নীতিহে ঘোষণা কৰা যেন দেখা গ'ল। বিজয়ীসকলৰ মাজত বিজিতসকলৰ উপনিবেশবোৰৰ ভাগবাটোযাৰা, মধ্য ইউৰোপৰ ৰাইজক নিজৰ ভাগ্য নিজে নিৰ্দ্ধাৰণ কৰিবলৈ সুবিধা দিবলৈ অস্বীকাৰ, জাৰ্মানীৰ ওপৰত ক্ষতিপূৰণৰ গধুৰ বোজা জাপি দিয়া আৰু শেষত, তুৰ্কী সাম্ৰাজ্যৰ প্ৰতি কৰা ব্যৱহাৰে ভাৰতবাসীক উচপ খুৱাই তুলিছিল। মিত্ৰশক্তিয়ে যুদ্ধৰ সময়ত লযেড জৰ্জে কৰা বিপৰীতে প্ৰতিজ্ঞাৰ বিপৰীতে অটোমেন সাম্ৰাজ্যক খণ্ড বিখণ্ড কৰিবলৈ সিদ্ধান্ত কৰিলে। মিত্ৰশক্তিৰ সমৰ্থনত গ্ৰীক আৰু ইটালীয় সৈন্য তুৰস্ক সোমোৱাত অটোমেন সাম্ৰাজ্য আৰু খলিফাৰ কৰ্তৃত্ব ধ্বংস হোৱাৰ আগন্তুক হ ল। খলিফাক সৰহভাগ মুছলমানে তেওলোকৰ ধৰ্মীয় মুৰব্বী বা ধৰ্মগুৰু হিচাপে মানিছিল। তেওঁলোকে ভাবিলে যে খলিফাৰ সম্ভ্ৰম দুৰ্বল কৰি পেলালে, সাম্ৰাজ্যবাদী দেশবোৰৰ দখলত থকা অইন দেশবোৰৰ মুছলমানসকলৰ অৱস্থা শোচনীয় হৈ

পৰিব। এনে আশঙ্কাৰ ফলত খিলাফতক ৰক্ষাৰ হেতু খিলাফৎ আন্দোলনৰ সূত্ৰপাত হৈছিল।

হোমৰুলৰ আলোড়ন আৰু খিলাফৎ আন্দোলনে স্তোতিয়া ভাৰতক জগাই তুলিছিল, তেনে সময়তে জাৰ সকলৰ শাসনত থকা ৰুচিয়াত বিপ্লব ঘটিল আৰু ১৯১৭ চনত বলচিভিকসকলে পৃথিৱীৰ প্ৰথম সমাজবাদী ৰাষ্ট্ৰ স্থাপন কৰিলে। মিত্ৰপক্ষই যি প্ৰতিজ্ঞা কৰিছিল তাৰ ওলোটাহে কৰিলে কিন্তু এচিয়াত সাম্ৰাজ্যবাদী অধিকাৰ একপক্ষীয় ভাবে এৰি পেলাই চোভিয়েট ৰুচিয়াই মানুহৰ মনত এক গভীৰ সাঁচ পেলালে। জাৰৰ শাসনাধীন উপনিবেশবোৰক আত্ম-নিয়ন্ত্ৰণৰ অধিকাৰ প্ৰদান কৰা ইউনিয়ন অব চোচিয়েলিষ্ট চোভিয়েট ৰিপ্লাবিকচ (ইউ, এচ এচ আৰ) অন্তৰ্গত এচিয় জ িসমূহক সমান মৰ্য্যাদা দিয়া হৈছিল এই বিপ্লবে সাধাৰণ ৰাইজৰ অসীম শক্তি আৰু শৌৰ্য্যৰ পৰিচয় দিছিল। বিপ্লৱী চোভিয়েট ৰাষ্ট্ৰই সাম্ৰাজ্য-বাদী দেশবোৰৰ হস্তক্ষেপ আৰু গৃহযুদ্ধৰ চেষ্টাক সফলতাৰে বাধা দিব পৰিছিল। এই কথাই সকলো ঠাইতে উপনিবেশৰ অধিবাসী সকলৰ মাজত সাহস প্ৰদান কৰিলে। বহু নিলগৰ গাঁওবোৰৰ ৰাইজেও যুদ্ধৰ পৰা উভটি অহা সৈন্য সকলৰ পৰা এইবোৰ কথা শুনিলে। ভূমিহীনৰ মাজত ভূমি বিতৰণ কৰা লেনিনৰ ভূমি সম্পৰ্কীয় বিধান-বোৰে বুদ্ধিজীবিসকলক উত্তেজিত কৰিলে। দিল্লীত বহা কংগ্ৰেছ সভাত অকল ভাৰতৰ স্বায়ত্ত্বশাসনৰ অধিকাৰকেই নহয়, ভাৰতীয় ৰাইজৰ অধিকাৰ ঘোষণা কৰিবলৈ চৰকাৰৰ ওচৰত দাবী জনোৱা হ'ল।

চিন ফেইন পাৰ্টিয়ে আয়াৰলেণ্ডক গণতন্ত্ৰ ঘোষণা কৰাত, উত্তেজনা আৰু বৃদ্ধি পালে। মাইকেল কলিনৰ আয়াৰলেণ্ডীয় গৰিলাবোৰে বৃটিছৰ বিপক্ষে মৰো জীওঁ কৈ যুজি আছিল। আয়াৰলেণ্ডত বৃটিছসকলৰ নিষ্পেষণৰ ব্যৱস্থাই ভাৰতবাসীক ৰাওলাট বিলৰ কথা সোঁৱৰাই দিছিল প্ৰথম মহা যুদ্ধৰ সময়ত ইজিপ্তত জঘলুল পাছা জাতীয়তাবাদী দলৰ অভ্যুত্থান হৈছিল।

১৯১৯ চনত জঘলুল পাছাক নিৰ্বাসিত কৰাৰ ফলত এক ভয়ানক বিদ্ৰোহৰ সূত্ৰপাত হ'ল। এই বিদ্ৰোহ, বৃটিছ সৈন্যই অমানুষিক অত্যাচাৰেৰ দমন কৰিলে। ১৯২০ চনৰ মাচ মাহত ইজিপ্তৰ স্বাধীনতাৰ কথা ঘোষণা কৰা হ'ল। প্ৰায় সেই একে সময়তে তুৰস্কৰ মুস্তাফা কামাল পাছাই মিত্ৰপক্ষৰ বেদখলৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰি এক অস্থায়ী চৰকাৰ স্থাপন কৰিলে। মিত্ৰপক্ষই যেতিয়া জাপানক শ্বানটুং অঞ্চল নিজৰ তলত ৰাখিবলৈ দিলে চীনদেশত তুমুল অসন্তোষৰ সৃষ্টি হ'ল। কাৰণ, পূৰ্বৰ চীন চৰকাৰে শ্বানটুংক জাৰ্মানীৰ দখলত দিছিল। মে ফোৰ্থ (অৰ্থাৎ ৪ মে তাৰিখৰ) আন্দোলনত চীনৰ বুদ্ধিজীবি আৰু ছাত্ৰসকলে জাপানী বস্তুৰ বৰ্জন আন্দালন সংগঠন কৰিলে। চীনাসকলে ভাৰ্ছালিছৰ সন্ধিচুক্তি চহী কৰিবলৈ অমান্তি হ ল, এই ঘটনা আৰু শক্তি বোৰে যেতিয়া নতুন আহ্বানৰ অভ্যুদয় আৰু জনতাৰ শক্তিৰ ওপৰত প্ৰতিষ্ঠিত নতুন জাতীয়তাবাদী আন্দোলনৰ উদ্বোধনীৰ কথা সূচাই-ছিল, চৰকাৰী নীতি হ'লে ইতস্তত ভাবে পৰিচালিত হৈছিল। ১৯১৭ চনৰ ২০ আগষ্টত মণ্টেগু ঘোষণাৰ পিচতেই, হোম ৰুল আন্দোলনত বন্দী হোৱা সকলৰ মুক্তি, সৈন্যবাহিনীৰ কমিছন বিষয়া শ্ৰেণীভুক্ত হোৱাত বৰ্ণ বৈষম্যৰ নীতিৰ অপসাৰণ আৰু ভাৰত সচিব ( চেক্ৰেটাৰী অব ষ্টেট্ ফৰ ইণ্ডিয়া ) গৰাকীৰ ব্যক্তিগত ভাৰত ভ্ৰমণ এই বোৰ ঘটিল। মণ্টেগুৱে নৰমপন্থীসকলক শান্ত কৰাত কৃতকাৰ্য্য হ'ল কিন্তু উগ্ৰপন্থীসকলক জয় কৰিবলৈ বিফল হ'ল।

সংস্কাৰ ব্যৱস্থা জাতীয়তাবাদী সকলৰ দাবীত কৈ বহুতো কম হ'ল। এই সংস্কাৰৰ প্ৰধান বিশেষত্ব আছিল দ্বৈত শাসন—প্ৰদেশবোৰত এক প্ৰকাৰ দুতৰপীয়া চৰকাৰৰ ব্যৱস্থা। এহাতে শিক্ষা আৰু স্বাস্থ্য আদিৰ দৰে কম গুৰুত্বপূৰ্ণ বিভাগবোৰ প্ৰাদেশিক বিধানসভালৈ নিৰ্বাচিত সভ্যসকলৰ পৰা বাচি লোৱা মন্ত্ৰীসকললৈ হস্তান্তৰ কৰাৰ ব্যৱস্থা হ'ল আৰু আনহাতে বিত্ত, পুলিচ আৰু সাধাৰণ প্ৰশাসন আদিৰ দাৰে গুৰুত্বপূৰ্ণ বিভাগবোৰ, কাৰ্য্যপালিকা পৰিষদ (একজি-

কিউটিভ কাউন্সিল)ৰ সভ্যসকলৰ কাৰণে সংৰক্ষিত ৰখা হ'ল। এই সকল আছিল চৰকাৰৰ আমোলাতন্ত্ৰৰ সভ্য। এওলোক অকল ভাৰত চৰকাৰ আৰু বৃটিছ পাৰ্লিয়ামেণ্টৰ ওচৰতহে জবাবদেহী আছিল। গৱৰ্ণৰে কাৰ্য্যপালিকাৰ দুয়োটা শাখাৰে সভাপতিত্ব কৰিছিল কিন্তু সদায় একেলগে নহয়। তেওলোকৰ বিভাগীয় কামৰ কাৰণে মন্ত্ৰীসকল বিধান পৰিষদৰ ওচৰত দায়ী আছিল যদিও গৱৰ্ণৰে তেওলোকৰ উপদেশ সমূলি গ্ৰহণ নকৰিবও পাৰিছিল। কেন্দ্ৰীয় চৰকাৰৰ প্ৰকৃতি প্ৰায় একে ধৰণে থাকিল। মাথোন দ্বিতীয় এজন ভাৰতীয়ক গৱৰ্ণৰ জেনেৰেলৰ একজিকিউটিভ কাউন্সিলৰ' অন্তৰ্ভুক্ত কৰা হৈছিল। এই পৰিষদখন আগৰ দৰে বৃটিছ পাৰ্লিয়ামেণ্টৰ ওচৰতহে জবাবদেহী হৈ থাকিল। কেন্দ্ৰত দুখন সদন থকা বিধান সভাৰ ব্যৱস্থা হ'ল। এই সভাৰ নিম্ন সদনখনত নিৰ্বাচিত সভ্য সংখ্যা সৰহ হব পৰা হ'ল আৰু উচ্চ সদনত চৰকাৰী বিষয়াৰ সংখ্যা সৰহ থকাৰ ব্যৱস্থা হ'ল। প্ৰাদেশিক বিধানসভাবোৰ সম্প্ৰসাৰণ কৰা হ'ল আৰু এইবোৰত অধিক বহল ভোটত নিৰ্বাচিত প্ৰতিনিধিৰ (সভ্য) সংখ্যা বেছি কৰা হ'ল। কিছু বিত্তীয় আৰু বিধান প্ৰণয়ন সম্পৰ্কীয় ক্ষমতা প্ৰদেশ বোৰলৈ হস্তান্তৰিত কৰাৰ ব্যৱস্থা হ'ল। অৱশিষ্ট ক্ষমতাবোৰ কিন্তু ভাৰত চৰকাৰে নিজৰ হাতত ৰাখিলে। পঞ্জাবত শিখসকলক সুকীয়া নিৰ্বাচন মণ্ডলী দিয়া হ'ল।

সংস্কাৰবোৰৰ আটাইতকৈ নিৰাশজনক কথা আছিল, যে ইয়াৰ বিধান অনুসৰি, গৱৰ্ণৰ জেনেৰেল আৰু তেওঁৰ কাৰ্য্যপালিকা পৰিষদৰ ওপৰত মাত মাতিবলৈ বা নিয়ন্ত্ৰণ কৰিবলৈ বিধান সভাৰ কোনো ক্ষমতা নাছিল। একে সময়তে কেন্দ্ৰীয় চৰকাৰৰ হ'লে প্ৰদেশবোৰৰ ওপৰত সৰপ্ৰসাৰী নিয়ন্ত্ৰণ আছিল, এই বোৰৰ উপৰি, নিৰ্বাচক মণ্ডলীৰ পৰিসৰ ইমান ঠেক আছিল যে তাক গণতান্ত্ৰিক বুলি কব পৰা নহৈছিল। উদাহৰণ স্বৰূপে, ১৯২০ চনত নিম্ন সদনৰ কাৰণে ভোটদাতাৰ সংখ্যা মাথোন ৯,০৯,৮৭৪ আছিল। উচ্চ সদনৰ কাৰণে এই সংখ্যা আছিল ১৭,৩৬৪।

মণ্টেগু সংস্কাৰৰ প্ৰতিবেদন খন (১৯১৮ চনৰ ৮ জুলাই তাৰিখে) প্ৰকাশিত হোবাৰ লগে লগে নৰমপন্থী আৰু অত্যুগ্ৰপন্থী সকলৰ মাজত সংঘৰ্ষৰ সূত্ৰপাত হ'ল। নৰমপন্থীসকলে এই প্ৰতিবেদনক স্বাগত জনালে কিন্তু তিলকে ইযাক "সম্পূৰ্ণৰূপে অগ্ৰাহ্য" বুলি ঘোযণা কৰিলে। ১৯১৮ চনৰ আগষ্ট মাহত বোম্বাইত বহা কংগ্ৰেছ সভাৰ বিশেষ অধিবেশনত ইযাক 'নিৰাশজনক আৰু সন্তোষজনক নহয" বুলি অভিহিত কৰা হ'ল আৰু ৰাজ্য সমূহৰ কাৰণে প্ৰায পূৰ্ণ স্বাধীনতা, কেন্দ্ৰীয চৰকাৰৰ দাযিত্বশীলতাৰ ব্যবস্থা আৰু ভাৰতৰ বিত্তীয স্বাধীনতাৰ দাবী কৰা হ'ল। ইতিমধ্যে সংখ্যাত কমি যোবা নৰমপন্থীসকলে এই অধিবেশনত যোগ দিবলৈ অমান্তি হ'ল। ১৯১৮ চনৰ নভেম্বৰ মাহত তেওলোকে বেলেগে এখন সভা পাতিলে। ইযাৰ পিচৰ বছৰত নৰমপন্থীসকলে সুৰেন্দ্ৰ নাথ বেনাৰ্জীৰ সভাপতিত্বত "নেচনেল লিবাৰেল ফেডাৰেচন অব ইণ্ডিযা" (ভাৰতীয জাতীয উদাৰপন্থী সংঘ) নামেৰে তেওলোকৰ নিজস্ব এটা সন্থা স্থাপন কৰিলে। কিন্তু তেওলোক আৰু দেশৰ এটা ৰাজনৈতিক শক্তি হৈ নেথাকিল।

আৰম্ভনীতে সংস্কাৰবোৰৰ প্ৰতি গান্ধীৰ সহাঁৰি বন্ধুত্বপূৰ্ণ আছিল। পিচে চৰকাৰে এফালে অলপ সা সুবিধা দিযা আৰু আনফালে অত্যাচাৰ কৰা—এই দুতলীযা নীতি অনুসৰণ কৰি ঠিক এই সমযতে জাতীযতাবাদী সকলৰ ওপৰত মাত্ৰাধিক ভাবে দমনকাৰী আইন প্ৰযোগ কৰি এটা মাৰাত্মক ভুল কৰিলে। চৰকাৰৰ ফালৰ পৰা ১৯০৫ আৰু ১৯১৮ চনৰ ভিতৰত ঘটা বিপ্লবাত্মক কাৰ্য্যাবলী পৰীক্ষা কৰি চাবলৈ 'ৰাওলাট কমিটি' নামৰ এখন সমিতি গঠন কৰা হৈছিল। এই কমিটিযে', বিচাৰ নোহোবাকৈ যি কোনো লোকক অনাহকত আটক কৰিব পৰা, আৰু চৰকাৰ বিৰোধী কাৰ্য্যকলাপত লিপ্ত বুলি সন্দেহ কৰা লোকৰ চলাফিৰাত প্ৰতিবন্ধকতা আৰু অন্তৰীণ কৰিব পৰা এনে কিছুমান বিধি প্ৰচলনৰ পৰামৰ্শ দিলে। ন্যাযাধীশসকলক জুৰী নোহোবাকৈ ৰাজনৈতিক মোকৰ্দমাৰ বিচাৰ চলাবলৈ ক্ষমতা

দিয়া হ'ল। এনে মোকৰ্দমাৰ বিৰুদ্ধে কোনো আবেদনৰ ব্যবস্থা নোহোৱা হ'ল। চৰকাৰ বিৰোধী কোনো কাকত পত্ৰ লগত পালেও শাস্তি বিহিব পৰা হ'ল। এই প্ৰস্তাববোৰে গান্ধীৰ চকু মোকোলালে। তেওঁ কলে, "এইবোৰ হ'ল 'চিভিল চাৰ্ভিচ'ৰ বিষয়াসকলৰ ক্ষমতাৰ ডিঙিত চেপি ধৰিবলৈ কৰা প্ৰচেষ্টাৰ নিদৰ্শন। এই বিধানবোৰ প্ৰণয়ন কৰি আমাক মুকলি যুজলৈ আহ্বান কৰাৰ নিচিনাহে হৈছে বুলি মই ভাবোঁ।"

## গান্ধীজীৰ অভ্যুদয়

ভাৰতীয় জাতীয় কংগ্ৰেছৰ অবিসম্বাদী নেতা হিচাপে গান্ধীজীৰ অভ্যুদয় এটা সাধুকথাৰ কাহিনীৰ দৰে আকৰ্ষণীয়। দক্ষিণ আফ্ৰিকাত ভাৰতীয় সকলৰ কাৰণে কৰা সাহসিকতাপূৰ্ণ যুজৰ কাৰণে তেওঁ ইতিমধ্যে প্ৰখ্যাত হৈ পৰিছিল। তেওঁৰ সত্যাগ্ৰহ পন্থা এটা নতুন কথা আছিল আৰু এই পন্থাৰ পৰা সুফল পোৱা গৈছিল। কংগ্ৰেছৰ বৰমূৰীয়াসকলে গান্ধীৰ চৰিত্ৰ আৰু সংগঠন শক্তিৰ বিষয়ে উচ্চ ধাৰণা পোষণ কৰিছিল। ১৯১৫ চনত ভাৰত আহি নোপোৱালৈকে তেওঁ কিন্তু কংগ্ৰেছ মহলত কোনো গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰা নাছিল আৰু জনসাধাৰণেও তেওঁক নাজানিছিল। জৱহৰলাল নেহৰুৰ দৰে যুৱকসকলৰ কাৰণে তেওঁ "বৰ দূৰত্ব ৰখা, বেলেগ ধৰণৰ আৰু ৰাজনীতিবিদ নোহোৱা" যেন লোক আছিল।

কিন্তু এই দূৰত্ব অভীষ্ট সিদ্ধিৰ বাবে এটা বৰ' যেন আছিল। নৰমপন্থী সকলৰ ক্ষেত্ৰত হোৱাৰ দৰে গান্ধীজীৰ ক্ষেত্ৰত ৰাইজৰ কোনো ভ্ৰান্ত ধাৰণা নাছিল। অত্যুগ্ৰপন্থীসকলৰ ক্ষেত্ৰতো ৰাইজ কিছু পৰিমাণে নিৰাশ হৈছিল। তেওঁৰ সংযমী আচৰণ, সন্তজনৰ দৰে সাদৰী গুণ, ইংৰাজী ভাষাৰ সলনি ভাৰতীয় ভাষাৰ ব্যৱহাৰ আৰু ধৰ্ম পুথিৰ প্ৰতি আগ্ৰহ দেখি ৰাইজ প্ৰভাৱান্বিত হৈছিল আৰু তৎকালেই গান্ধীজীক তেওঁলোকৰ মনৰ মাজত সোমাই লৈছিল।

গান্ধীজীৰ একবাৰে ভাৰতৰ মাটিত দৃঢ় শিপা আছিল আৰু ইয়াৰে পৰা তেওঁ অসীম শক্তি আহৰণ কৰিছিল।

দক্ষিণ আফ্রিকাত বর্ণবৈষম্য নীতি বিৰোধী আন্দোলন কৰা সময়তে তেও সক্রিয় সত্যাগ্ৰহৰ দর্শনক প্রচাৰ কৰিছিল। এই দর্শনৰ প্রধান কথা আছিল সত্য আৰু অহিংসা। তেও এই দর্শনক আত্ম-শক্তি (আত্মাৰ শক্তি) বা প্ৰেমশক্তি বুলি বর্ণনা কৰিছে—যি শক্তিৰ জন্ম, সত্য আৰু অহিংসাৰ পৰাহে হয়। সত্যাগ্ৰহীয়ে কিবা কথা ভুল বুলি বিবেচনা কৰিলে সেই কাম কেতিয়াও কৰিবলৈ মান্তি নহয়, সকলো প্ৰকাৰৰ উত্তেজনা সত্বেও তেও শান্তভাৱে থাকিব লাগিব। তেও অন্যায়ৰ প্রতিৰোধ কৰিব, কিন্তু অন্যায়কাৰী বা পাপীক ঘিণ নকৰে। তেও প্রতিদ্বন্দ্বীসকলক কষ্ট দিয়াৰ পৰিবর্তে নিজে কষ্ট ভুগি সত্যক প্রমাণ কৰিব। সত্যাগ্ৰহী যদি সফল হব লগীয়া হয়, তেনে হলে তেও সম্পূর্ণৰূপে ভয়-ভীতি, ঘৃণা আৰ মিছাৰ আশ্রয় পৰিত্যাগ কৰিব লাগিব। গান্ধীজীয়ে অকল "নিষ্ক্রিয়ভাৱে বাধাদান কৰা" নীতিক সমর্থন কৰা নাছিল, কাৰণ তেও সাময়িক সুবিধাৰ বাবে নহয়, মূল নীতি হিচাপেই হিংসাক পৰিত্যাগ কৰিছিল। তেওৰ মতে 'নিষ্ক্রিয় বাধাদান' দুর্বলীৰহে অস্ত্র আৰু 'সত্যাগ্ৰহ' হ'ল শক্তিমন্তৰ।

স্বদেশী আছিল গান্ধীজীৰ মূলমন্ত্র। তেও ইয়াক এনেদৰে ব্যাখ্যা কৰিছে, "ই এনে এটা ভাব যি নিলগৰ বোৰ এৰি, আমাৰ নিচেই ওচৰৰ বাতাৱৰণৰ ব্যৱহাৰ আৰু সেৱা কৰিবলৈ সীমা বান্ধি দিয়ে।" সেয়ে গান্ধীজীয়ে হাতেৰে কৰা পৰিশ্ৰমৰ ওপৰত জোৰ দিছিল, যাক তেও 'ৰুটিৰোজকাৰ' শ্রম আৰু 'চৰখা' বুলি অভিহিত কৰিছিল।

সত্যাগ্ৰহ যদি আফ্রিকাত সফল হয়, ভাৰততো নো নহব কেলেই? গান্ধীজীয়ে কৈছিল, "বৃটিছ চৰকাৰ যে অতি শক্তিমন্ত সেই কথাত মোৰ সন্দেহ নাই, কিন্তু সত্যাগ্ৰহো যে এটা সার্বভৌম ঔষধ, সেই বিষয়েও মোৰ কোনো সন্দেহ নাই। তেও ইয়াক বিহাৰৰ চম্পাৰণ, আৰু গুজৰাটৰ আহমেদাবাদ আৰু কাইৰাত পৰীক্ষা কৰি চালে।

অইন ৰাজনীতিবিদসকলে যেতিয়া সংস্কাৰ বোৰৰ বিষয়ে আলোচনা কৰি আছিল, গান্ধীজীয়ে বিহাৰৰ চম্পাৰণৰ খেতিয়ক-সকলৰ আহ্বানত সহাঁৰি দিয়ে। তিনকঠিয়া পদ্ধতি অনুসৰি কৃষকসকলে নিজৰ মাটিৰ ১০ ভাগৰ ৩ ভাগত নীল খেতি কৰি বুটিছ নীলখেতিৰ গৰাকী সকলক তেওঁলোকে বান্ধি দিয়া নিৰ্দিষ্ট দামত বেচিবলৈ আইনমতে বাধ্য আছিল। নীল খেতিৰ গৰাকী সকলে কৃষক সকলক বেআইনীভাবে জোৰ জবৰদস্তি আৰু অত্যাচাৰ কৰিব পৰিছিল। কাৰাবাসৰ ভয় থকা সত্বেও গান্ধীজীয়ে কৃষকসকলৰ আপত্তিবোৰৰ বিষয় প্ৰণালীবদ্ধ অনুসন্ধান চলালে। তেওঁ বহুদিন ধৰি দুৰ্ভোগ ভুগি থকা কৃষকসকলৰ বিষয়ে এনে অকাট্য প্ৰমাণ দিলে যে চৰকাৰে এখন অনুসন্ধান কমিটি নিয়োগ কৰিবলগীয়া হ'ল। গান্ধীজী এই কমিটিৰ এজন সভ্য আছিল। অনুসন্ধানৰ ফলত তিনকঠিয়া পদ্ধতি উঠি যোৱাৰ উপৰিও আন কেতবোৰ কথা হৈছিল। শ শ বছৰ ধৰি গতিহীন হৈ শুই থকা গাঁওবোৰক জগাই তোলা হৈছিল। ৰাজেন্দ্ৰপ্ৰসাদ, মজহৰ-উল-হক, মহাদেৱ দেশাই আৰু জে, বি, কৃপালনীকে আদি কৰি জাতীয়তাবাদী যুবক সকলে গান্ধীজীৰ লগত একেলগে চম্পাৰণত কাম কৰিছিল, এওঁলোক আদৰ্শবাদ আৰু গান্ধীজীৰ গতিশীল, নিৰ্ভীক, আৰু ৰাজনৈতিক কাৰ্য্যাবলীৰ প্ৰতি ব্যৱহাৰিক আৰু মাটিলৈ নামি অহা মনোবৃত্তি দেখি বাৰুকৈয়ে প্ৰভাবান্বিত হৈছিল।

গুজৰাটৰ কাইৰা জিলাতো এনেধৰণৰ সুযোগ পোৱা হৈছিল। ১৯১৮ চনত সেই জিলাখনত খেতি হোৱা নাছিল। কিন্তু বিষয়াসকলে মাটিৰ খাজনা পূৰাকৈ আদায় কৰিবলৈ জেদ কৰিলে। গান্ধীজীয়ে কৃষকসকলক সত্যাগ্ৰহ কৰিবলৈ সংগঠন কৰিলে। তেওঁলোকে খাজনা দিবলৈ অমান্তি হ'ল আৰু ইয়াৰ অবশ্যাম্ভাবী ফল ভোগ কৰিবলৈ সাজু হ'ল। জোৰ জুলুম আৰু ক্ৰোক কৰাৰ ভয় দেখুওৱা সত্বেও যি সকলে দিব পাৰে তেনে লোকেও নীতি হিচাপে খাজনা দিবলৈ অস্বীকাৰ কৰিলে। শেহত

চৰকাৰে সেও মানিবলৈ বাধ্য হ'ল আৰু কৃষকসকলৰ লগত এটা সমিলমিলত আহিল। এই আন্দোলনৰ কালচোবাত গান্ধীজীৰ প্ৰধান 'সেনাপতি' আছিল ইন্দুলাল যাজ্ঞিক। আহমেদাবাদৰ সমৃদ্ধিশালী দৃঢ়মনা ব্যবিষ্টাৰ চৰ্দাৰ বল্লভভাই পেটেলে কাইবা সত্যাগ্ৰহৰ সফলতা দেখি ইমান প্ৰভাবান্বিত হ'ল যে তেও গান্ধীজীৰ এজন অতি প্ৰখ্যাত আৰু শক্তিমান অনুসৰণকাৰী হৈ পৰিল।

১৯১৮ চনত আহমেদাবাদৰ কাপোৰৰ কলৰ শ্ৰমিকসকলে গান্ধীজীৰ দৃষ্টি আকৰ্ষণ কৰিলে। বেছি মজুৰী দিবলৈ অমান্তি হোবা কলৰ মালিকসকলৰ বিৰুদ্ধে তেও নিজে নেতৃত্ব কৰি শ্ৰমিকসকলৰ হতুৱাই এটা হৰতালৰ আযোজন কৰালে। যেতিযা শ্ৰমিকসকলৰ মন দুৰ্বল হৈ পৰিল, তেও অনশন কৰি তেওলোকক একগোট কৰিলে, এই কাৰ্য্যই সদৌ ভাৰতৰ দৃষ্টি এনে বহুলভাবে আকৃষ্ট কৰিলে আৰু আহমেদাবাদৰ শ্ৰমিকসকলক ইমান দৃঢ়ভাবে একত্ৰিত কৰিলে যে সম্ভাব্য পৰিণামৰ আশঙ্কা কৰি মিলৰ মালিক সকলে, গান্ধীজীৰ অনশনৰ চতুৰ্থ দিনা সৈমান হৈ শতকৰা ৩৫ ভাগ মজুৰী বৃদ্ধি কৰিববলৈ মান্তি হ'ল।

সত্যাগ্ৰহৰ এই প্ৰথম পৰীক্ষাবোৰে গান্ধীজীক গাঁও অঞ্চলৰ খেতিযক ৰাইজ আৰু নগৰৰ শ্ৰমিক এই দুযো শ্ৰেণীৰ সাধাৰণ ৰাইজৰ লগত ঘনিষ্ঠ সংশ্ৰবলৈ আনিলে। জাতীয আন্দোলনৰ প্ৰতি গান্ধীজীৰ এইটো এটা অতি মহান অবদান। যদিও জাতীয আন্দোলনৰ লক্ষ্য ইমূৰ সিমূৰ ব্যাপি বহুল বিস্তাৰিত আছিল, নেতাসকলো আছিল অন্তৰ্দৃষ্টি সম্পন্ন আৰু তেওলোকে জনসাধাৰণৰ দুখ কষ্ট আৰু দাৰিদ্ৰ্য সম্পৰ্কে অশেষ কষ্টেৰে তথ্য সংগ্ৰহ কৰি সেইবোৰক প্ৰত্যয নিযাব পৰাকৈ আৰু প্ৰশ্ন উঠিব নোবাবা যুক্তিৰে থিয কৰাইছিল, তথাপি এই আন্দোলনৰ বা ঘাইকৈ নগৰৰ নিম্ন মধ্যবিত্ত শ্ৰেণী, মধ্যবিত্তশ্ৰেণী আৰু বুদ্ধিজীবিসকলৰ গাতহে লাগিছিল। এওলোকেই এই আন্দোলনৰ সক্ৰিয নেতৃত্ব কৰিছিল। অবশ্যে এওঁলোকে জনসাধাৰণৰ স্বাৰ্থক দাঙি ধৰিছিল। গান্ধীজী

আহি পৰাৰ লগে লগে সাধাৰণ ৰাইজৰ সকলোৱে একেসময়তে আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিলে। আৰু এটা কথা, গান্ধীজীয়েই বোধহয় একমাত্ৰ নেতা আছিল যাৰ ব্যক্তিত্বই গাঁৱলীয়া ৰাইজৰ লগত সম্পূৰ্ণভাৱে মিলি গৈছিল। গাঁওবাসী সকলৰ পৰিচিত ৰীতি নীতিতে তেওঁ নিজৰ ব্যক্তিগত জীৱনটো গঢ়ি তুলিছিল আৰু তেওঁলোকে সহজে বুজিব পৰা ভাষাত কথা কৈছিল। সময়ত তেওঁ, ভাৰতৰ গাঁওবোৰত বাস কৰা অগণন ৰাইজৰ—দুখীয়া আৰু পদদলিত সকলৰ প্ৰতীক স্বৰূপ হৈছিল। এই অৰ্থত গান্ধীজীয়ে যে প্ৰকৃততে ভাৰতীয় ৰাইজৰ প্ৰতিনিধিত্ব কৰিছিল সেই সম্পৰ্কে কোনো প্ৰশ্ন বা সন্দেহৰ অৱকাশ নাছিল।

হিন্দু মুছলমানৰ একতা, অস্পৃশ্যতা দূৰীকৰণ আৰু নাৰীৰ মৰ্য্যাদাৰ উন্নতিকৰণ—এই তিনিটা কথাও গান্ধীজীৰ একান্ত প্ৰিয় আছিল। তেখেতে তথাকথিত অস্পৃশ্য সকলক 'হৰিজন' বুলি উল্লেখ কৰিছিল। এবাৰ তেওঁ, তেওঁৰ সপোনৰ ভাৰতৰ বিষয়ে এনেদৰে লিখিছিল

> "মই এনে এখন ভাৰতৰ কাৰণে কাম কৰিম য'ত অতি দৰিদ্ৰ জনেও অনুভব কৰে যে এইখন তেওঁলোকৰ দেশ, যাক গঢ়ি তোলাত তেওঁলোকৰ কাৰ্য্যকৰী মাত মাতিবৰ হক আছে। এইখন এনে এখন ভাৰত য'ত মানুহৰ মাজত কোনো উচ্চ বা নীচ শ্ৰেণী থাকিব নোৱাৰিব, এনে এখন ভাৰত য'ত সকলো সম্প্ৰদায়ে সম্পূৰ্ণ মিলাপ্ৰীতিৰে বাস কৰিব এনে ভাৰতত অস্পৃশ্যতাৰ অভিশাপৰ বাবে ঠাই নাই নাৰীয়ে পুৰুষৰ সমানে অধিকাৰ ভোগ কৰিব। এইখনেই হ'ল মোৰ সপোনৰ ভাৰত।"

যেতিয়া সকলো ভাৰতবাসীয়ে এক হৈ বিৰোধিতা কৰা সত্ত্বেও 'ৰাওলাট বিল'খন গ্ৰহণ কৰা হ'ল, গান্ধীজীৰ ধৈৰ্য্য আৰু নাই-কীয়া হ'ল। তেওঁ সত্যাগ্ৰহেৰে ইয়াৰ বিৰোধিতা কৰাৰ সিদ্ধান্ত ল'লে, এইবাৰ এই সত্যাগ্ৰহ সীমাবদ্ধ উদ্দেশ্য লৈ স্থানীয় অভিযান

হৈ নাথাকিল। তেওঁ এখন সত্যাগ্ৰহ সমিতি খুলিলে আৰু ৰাওলাট বিলৰ দমনকাৰী আইনবোৰ অমান্য কৰিবলৈ এক সংকল্পৰ ব্যবস্থা কৰিলে। ১৯১৯ চনৰ ৬ এপ্ৰিল তাৰিখে গোটেই দেশতে সাধাৰণ হৰতালৰ আহ্বান দিয়া হ'ল আৰু ইয়াৰ লগে লগে আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ দিহা হ'ল। এই হৰতাল অভূতপূৰ্ব সাফল্যেৰে পালন কৰা হ'ল যদিও দিল্লীত জনতাৰ ওপৰত পুলিচে গুলী চলোৱাত হিন্দু আৰু মুছলমান দুয়ো সম্প্ৰদায়ৰে কিছু লোক হতাহত হ'ল। দিল্লীলৈ অহাৰ বাটত গান্ধীজীক যেতিয়া বাধা দি জোৰ কৰি বোম্বাইলৈ ঘূৰাই পঠিওৱা হ'ল, পুলিচে লাখ লাখ জনতাৰ ওপৰত মাৰ-পিট কৰিব লগীয়া হ'ল। বহু ঠাইত অশান্তিৰ সৃষ্টি হ'ল।

আকৌ ইয়াৰ পিচতেই ১৩ এপ্ৰিলৰ দিনাখন জালিবানৱালাবাগৰ হৃদয় বিদাৰক হত্যাকাণ্ড সংঘটিত হ'ল। পঞ্জাবৰ ৰাইজ যুদ্ধৰ ঋণৰ আৰু গবৰ্ণৰ ও'ডায়াৰৰ সৈন্যভৰ্তিৰ কঠোৰ নীতিত বৰ উত্তেজিত হৈ আছিল।

খিলাফতৰ প্ৰচাৰে মুছলমানসকলক গভীৰভাবে প্ৰভাৱান্বিত কৰিছিল। চৰকাৰে অনাবশ্যকভাবে ভয় খালে আৰু ডক্টৰ সত্য পাল আৰু ডক্টৰ চাইফুদ্দিন কিচলুৰ নিচিনা প্ৰমুখ নেতাসকলক বন্দী কৰাৰ আদেশ দিলে। ইয়াৰ ফলত অমৃতসৰত জনতা ক্ৰোধান্বিত হৈ উঠিল। পুলিচে গুলী চলোৱাত কিছুমান বিষয়াক হত্যা কৰা হ'ল আৰু দুগৰাকী বৃটিছ মহিলাই গভীৰ আঘাত পালে। যেতিয়া পিচদিনাখন ৰাইজে বাধা নামানি জালিবানাবালা বাগত গোট খালে গবৰ্ণৰ ডায়াৰে গোটেই পঞ্জাবৰ ৰাইজকে সন্ত্ৰস্ত কৰিবলৈ বাহিৰলৈ ওলাবলৈ কোনো বিকল্প পথ নথকা এখন বাগিচাৰ ভিতৰত নিৰস্ত্ৰ জনতাৰ ওপৰত কোনো আগজাননী নিদিয়াকৈয়ে সৈন্য বাহিনীক গুলী চলাবলৈ আদেশ দিলে। ডায়াৰে যেতিয়া খাৰ বাৰুদ শেষ হোৱাত সৈন্য সকলক আঁতৰালে তেওঁ প্ৰায় ১০০০ জনক মৃত আৰু কেইবাহাজাৰো লোকক আহত অবস্থাত এৰি থৈ গ'ল। অমৃতসৰৰ

হত্যাকাণ্ডৰ ( যাক অইনকি মণ্টেগুযেও "প্ৰতিৰোধক হত্যা' বুলি অভিহিত কৰিছিল ) পিচতে কিছুমান অসম্মানজনক আদেশ দিয়া হ'ল। কেইবা সপ্তাহ জুৰি সান্ধ্য আইন জাৰী কৰা হ'ল। মানুহক প্ৰকাশ্যে বেত্ৰাঘাত কৰা হ'ল আৰু যি ঠাইত বৃটিছ মহিলা দুগৰাকীক আঘাত কৰা হৈছিল, সেই ঠাইত লোকক পেট চোচঁৰাই যাবলৈ বাধ্য কৰা হ'ল। ছাত্ৰসকলে হাজিৰা দিবলৈ দিনটোত ১৬ মাইল খোজ কাঢ়িব লগীয়া হ'ল। গ্ৰেপ্তাৰ কৰা লোকক গৰালত সুমুৱাই থোৱা হ'ল। ভাবুকীৰ বাবে গ্ৰেপ্তাৰ কৰা হ'ল, সম্পত্তি বাজেয়াপ্ত নাইবা ধ্বংস কৰা হ'ল আৰু একতাৰ পৰিণতি দেখুৱাবলৈ হিন্দু আৰু মুছলমানক জোৰে জোৰে হাতকড়ি মাৰি নিয়া হ'ল। সামৰিক আইন ঘোষণা কৰা হ'ল। ৰবীন্দ্ৰনাথ ঠাকুৰে এইবোৰৰ বিৰুদ্ধে আপত্তি কৰি তেওঁৰ "নাইট" উপাধি ত্যাগ কৰিলে। তেওঁ লিখিলে

> "এনে সময় আহিছে যেতিয়া সম্ভ্ৰমৰ চিনবোৰে আমাৰ লাজক অবমাননাৰ অসংলগ্ন সন্দৰ্ভত, আৰু জিলিকাই তোলে। মই মোৰ নিজৰ ক্ষেত্ৰত হ'লে, সকলো ধৰণৰ বিশেষ সম্মানৰ পৰা নিজক এৰাই ৰাখিব খোজো। আৰু যি সকলে—নিজৰ তথাকথিত সামান্যতৰ কাৰণে মানুহৰ কাৰণে অনুপযুক্ত লাঞ্ছনা ভুগি আছে সেই সকল দেশবাসীৰ কাষত থিয় হব খোজো।।"

পঞ্জাবৰ কৰুণ ঘটনাবলীয়ে গান্ধীজীক ভাৰতীয় ৰাজনীতিৰ আগশাৰীলৈ আনিলে। চৰকাৰে নিযোগ কৰা লৰ্ড হাণ্টাৰৰ নেতৃত্বত বহা চৰকাৰী অনুসন্ধান কমিটিখন কংগ্ৰেছে বৰ্জন কৰিলে। নৰমপন্থী জাতীয়তাবাদী সকলবো বহুতে এতিয়া গান্ধীজীৰ লগতে যোগ দিলে।

দেশৰ অবস্থা অমৃতসৰত বহা ১৯১৯ চনৰ কংগ্ৰেছ মহাসভাত প্ৰতিফলিত হৈছিল। চিত্তৰঞ্জন দাসে মণ্টেগু চেমচফোৰ্ড সংস্কাৰ গ্ৰহণ নকৰাৰ পক্ষে আছিল কিন্তু তিলকে সহযোগিতাপূৰ্ণ সহাঁৰি দিয়াৰ সপক্ষে আছিল। শেহত এটা বুজাপৰাত অহা হ'ল আৰু সংস্কাৰবোৰ কামত লগাই সোনকালে এটা দায়িত্বপূৰ্ণ চৰকাৰ

স্থাপন সম্ভৱ কৰিবলৈ কংগ্ৰেছ সম্মত হ'ল। চিত্তৰঞ্জন দাসে কিন্তু তেওঁৰ মনোভাব স্পষ্টকৈ ব্যক্ত কৰিলে। তেওঁ "আমাৰ ৰাজনৈতিক লক্ষ্যত উপনীত হবলৈ সহায় কৰা প্ৰতিৰোধ আন্দোলনৰ দেখা-দেখিকৈ বিৰোধী নহও" বুলি কলে।

ইতিমধ্যে গান্ধীজী ক্ৰমান্বয়ে খিলাফৎ আন্দোলনত জড়িত হৈ পৰিছিল। আৰু এই মঞ্চৰ পৰাই তেও অচিৰতে চৰকাৰৰ বিপক্ষে অসহযোগ ঘোষণা কৰাৰ কথা আছিল। দক্ষিণ আফ্ৰিকাত থকা দিনৰে পৰা তেও হিন্দু আৰু মুছলমানৰ একতাৰ অনুৰাগী আছিল। তেওঁৰ মতে লক্ষ্নৌ চুক্তি একতাৰ কাৰণে উপযুক্ত ভেটি নাছিল। তেওঁ আলী ভ্ৰাতৃদ্বয়ৰ সম্পৰ্কত আহিছিল আৰু তেওলোকৰ খিলাফৎ সম্পৰ্কীয় দাবীবোৰ যুক্তিযুক্ত বুলি গান্ধীজীৰ ধাৰণা হৈছিল। তেওঁ আলী ভ্ৰাতৃদ্বয়ৰ গ্ৰেপ্তাৰৰ বিপক্ষে প্ৰতিবাদ জনালে। তুৰ্কী সাম্ৰাজ্যক খণ্ড-বিখণ্ডিত কৰি ভাৰ্চেলিচ চুক্তিযে খিলাফৎ আন্দোলনৰ তীব্ৰতা বৃদ্ধি কৰিলে। বাকী থকা ৰাজ্যসমূহতো তুৰস্কৰ চুলতানৰ প্ৰকৃত কৰ্তৃত্ব খৰ্ব কৰা হৈছিল। ভাৰতীয় মুছলমান সকলে বৃটেইনক তেওলোকৰ তুৰস্ক নীতি সলাবলৈ বাধ্য কৰোবাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। মৌলানা আজাদ, হাকিম আজমল খাঁ আৰু হচৰৎ মোহনীৰ নেতৃত্বত এখন খিলাফৎ কমিটি গঠন কৰা হ'ল। গান্ধীজীয়ে ইয়াক সহায় কৰিবলৈ ইচ্ছুক আছিল, তেওঁৰ কাৰণে খিলাফৎ আন্দোলন আছিল "হিন্দু আৰু মুছলমানক ঐক্যবদ্ধ কৰিবলৈ এটা সুযোগ—যি আৰু এশ বছৰলৈ নাহিব।" গান্ধীজীয়ে অতি সৰলভাবে ইয়াক প্ৰাণৰ মিল বুলি ভাবিছিল। "ইয়ং ইণ্ডিয়া" কাকতত তেও এইদৰে লিখিছিল—"যদি মই মুছলমানক মোৰ ভ্ৰাতৃ বুলি ভাবোঁ, তেনেহলে তেওৰ সঙ্কটৰ কালত মই যথাসাধ্য সাহায্য আগবঢোবা মোৰ কৰ্তব্য, বিশেষকৈ তেওঁৰ স্বাৰ্থ যদি মোৰ কাৰণে ন্যায় বুলি প্ৰতিপন্ন হয়।"

১৯১৯ চনৰ নভেম্বৰ মাহত গান্ধীজীক খিলাফৎ সম্মিলনৰ সভাপতি নৰ্বাচিত কৰা হ'ল, এই সভাই মুছলমান সকলক মিত্ৰশক্তিৰ বিজয়

উপলক্ষে পতা ৰাজহুবা উৎসবত যোগদান নকৰিবলৈ নির্দেশ দিছিল আৰু বৃটিছসকলে তুৰস্কৰ প্ৰতি সুবিচাৰ নকৰিলে বর্জন আৰু অসহযোগৰ ভাবুকী দিছিল, আজাদ, আক্ৰাম খাঁ আৰু ফজুল হকে খিলাফতৰ স্বাৰ্থৰ সমৰ্থন কৰি আৰু হিন্দু মুছলমান ঐক্যৰ বাবে বঙ্গদেশত পৰিভ্ৰমণ কৰি ফুৰিছিল দেওবন্দ দলৰ মৌলানা আৰু লক্ষ্মৌৰ উলেমা সকলেও উত্তৰ ভাৰতত সেই একে কামকে কৰিছিল, অমৃতসৰ কংগ্ৰেছ আৰু মুছলীম লীগেও আন্দোলনৰ প্ৰতি সম্পূৰ্ণ সমৰ্থন আগ বঢ়াইছিল, ১৯২০চনৰ আগভাগতে হিন্দু আৰু মুছলমানৰ এটা যুটীয়া সজাঁতি দলে ভাইচৰয়ক লগ ধৰাত তেও সজাতি দলক খোলাখুলিকৈ আশা' এৰিবলৈ কৈছিল, ইয়াৰ পিচত ই লণ্ডলৈ এটা সজাঁতি দল প্ৰেৰণ কৰা হ'ল। কিন্তু প্ৰধানমন্ত্ৰী লযেড জৰ্জে এই সজাঁতি দলক একে আষাৰতে কৈ থলে যে অইন বিজিত খৃষ্টিয়ান শক্তি সমূহতকৈ তুৰস্কক কোনো সুকীয়া ব্যৱহাৰ কৰা নহব। চেভ্ৰেচৰ সন্ধিৰ চৰ্ত সমূহ ১৯১০ চনৰ মে মাহৰ মাজ ভাগত জনাজাত হ'ল। তুৰস্কই 'কনষ্টান্টিনোপল' পালে যদিও ইয়াৰ আকাৰ আৰু জনসংখ্যা ভীষণভাবে হ্ৰাস কৰা হ'ল। গান্ধীজীয়ে খিলাফৎ সমস্যাৰ কাৰণে সত্যাগ্ৰহ অন্দোলন কৰিবলৈ সিদ্ধান্ত লৈছিল। ১৯২০ চনৰ পহিলা আগষ্টৰ দিনা এই অসহযোগ কাৰ্য্য-সূচী আৰম্ভ কৰা হ'ল।

এই কাৰ্য্যসূচী সফল হবলৈ হ লে ক গ্ৰেছৰ সাহায্য অত্যাবশ্যকীয় আছিল। আন্দোলনত জপিয়াই পৰিবলৈ সিদ্ধান্ত লোৱাৰৰ কাৰণে গান্ধীজীয়ে কঠোৰ শ্ৰম কৰিবলগীয়া হৈছিল। গান্ধীজীৰ আবেদনে নৰমপন্থী আৰু অত্যুগ্ৰপন্থী সকলো দলকে আবৃষ্ট কৰিলে, কাৰণ তেও নৰমপন্থী সকলৰ সাম্ৰাজ্যৰ ভিতৰতে স্বৰাজ লাভৰ লক্ষ্য, আৰু অত্যুগ্ৰপন্থীসকলৰ অসহযোগ পন্থাক চতুৰভাবে লগ লগালে। আনকি বিপ্লবী সন্ত্ৰাসবাদী সকলেও তেওক এটা সুযোগ লবলৈ দিলে। গুজৰাট আৰু বিহাৰৰ কংগ্ৰেছ কমিটিবোৰে ইতিমধ্যে গান্ধীৰ কাৰ্য্যসূচীক সমৰ্থন কৰিলে।

১৯২০ চনৰ আগষ্ট মাহত তিলকৰ মৃত্যু হোৱাত নিসন্দেহে এই কাৰ্য্যসূচীৰ এজন সমালোচক ৰাজনৈতিক ক্ষেত্ৰৰ পৰা আঁতৰি গ'ল। চিত্তৰঞ্জন দাসে পেটে পেটে ভাল নাপালে যদিও গান্ধীজীৰ আত্মত্যাগ আৰু সৰ্বস্ব ত্যাগৰ আবেদনে তেওঁৰ সুকোমল অনুভূতিক আকৃষ্ট কৰিলে। কলিকতা কংগ্ৰেছৰ ১৯২০ চনৰ ৪ৰ পৰা ৯ চেপ্তেম্বৰ লৈকে হোৱা বিশেষ অধিবেশনত এই কাৰ্য্যসূচীৰ আঁতিগুৰি মাৰি তুমুল বাকবিতণ্ডা হৈছিল। গান্ধীজীয়ে যেতিয়া বিধান পৰিষদবোৰ বৰ্জন কৰাৰ প্ৰস্তাব কৰিলে, দাসে তেওঁক এইদৰে আহ্বান জনাইছিল—"এই সংস্কাৰবোৰ বৃটিছ চৰকাৰৰ দান নহয়। এই বোৰক বৃটিছ চৰকাৰৰ হাত মুচৰি আদায় কৰা হৈছে। মই পৰিষদবোৰক স্বৰাজ লাভ কৰাৰ অস্ত্ৰ হিচাপে আৰু আপোনা-লোকৰ হাতৰ তলুৱাত থকা অস্ত্ৰপাটক, পূৰ্ণ সামগ্ৰিক স্বৰাজ আনিবলৈ, ব্যৱহাৰ কৰিব খোজো।" তেওঁ সহায় কৰিবলৈ বিধান পৰিষদবোৰত নোসোমায় কিন্তু অসুবিধাৰ সৃষ্টি কৰিবলৈহে সোমাব। ই পৰিষদবোৰৰ ভিতৰৰ পৰাই এক প্ৰকাৰ অসহযোগ হব। লাজপৎ ৰায় স্কুল বৰ্জনৰ বিৰোধী আছিল। বিপিন চন্দ্ৰ পালে সতৰ্কতাৰে সাজু হবলৈ উপদেশ দিছিল। মতিলাল নেহৰুৱে কিন্তু গান্ধীজীৰ পক্ষে মত দিছিল। ফলত আৰু এটা বুজাপৰালৈ অহা হ'ল। স্কুল আৰু আদালত ক্ৰমান্বয়ে বৰ্জন কৰা স্থিৰ হ'ল। কিন্তু নিৰ্বাচনৰ কাৰণে প্ৰাৰ্থী সকলে নাম প্ৰত্যাহাৰ কৰিব আৰু ভোটদাতাসকলে ভোট দিবলৈ অমান্তি হব। লক্ষ্যসমূহৰ ভিতৰত স্বৰাজক আকৌ অন্তৰ্ভুক্ত কৰা হ'ল। শেষ সিদ্ধান্ত নাগপুৰ কংগ্ৰেছলৈ থোৱা হ'ল।

নতুন সংস্কাৰ অনুসৰি হবলগীয়া প্ৰথম নিৰ্বাচনত, কংগ্ৰেছক এইদৰে নিৰ্বাচনত অংশ গ্ৰহণ কৰোৱাৰ পৰা বিৰত কৰা হ'ল। দাসে এইটোক নাগপুৰ কংগ্ৰেছৰ জীৱন-মৰণৰ ক্ষণ বুলি বিবেচনা কৰিছিল। জালিয়ানবালাবাগৰ ঘটনাৰ সময়ত পঞ্জাবত গৱৰ্ণৰ হৈ থকা ও' ডায়াৰক দায়মুক্ত বুলি সাব্যস্ত কৰাত আৰু সম্পূৰ্ণ



Mahatma Starts With His C...

RUMOURS OF IMPENDING ARREST BELIED.

Ashram Besieged By Eager Crowds

SOUL-STIRRING SCENES ON HISTORIC FAREWELL.

WOMEN PARTICIPATE IN HUGE PROCESSION.

NO SUPPRESSIVE ... IN INDIA

বাতৰিকাকতৰ বৰ্ণনাত ডাণ্ডি পদযাত্ৰা



ডাণ্ডিত গান্ধীজিয়ে লোনকৰ আইন ভঙ্গ কৰিছে



খান আব্দুল গফৰ খান

দায়িত্বশীল চৰকাৰৰ দাবা বৃটিছসকলে মানি লবলৈ অস্বীকাৰ কৰাত গান্ধীজীৰ যুক্তি আৰু বলীয়ান হ'ল। দাসে উপলব্ধি কৰিলে যে তেওঁ আন কি বঙালী প্ৰতিনিধি দলটোকো তেওঁৰ মতাবলম্বী কৰিব নোৱাৰিব। মহম্মদ আলীয়ে এটা বুজা পৰাৰ ব্যৱস্থা কৰিলে। দাসে অহসযোগৰ প্ৰস্তাবটো উত্থাপন কৰিলে এই প্ৰস্তাৱত ঘোষণা কৰা হ'ল যে এফালে চৰকাৰৰ লগত সকলো ধৰণৰ স্বেচ্ছাবৃত সংস্পৰ্শ ত্যাগৰে পৰা আৰম্ভ কৰি আন ফালে খাজনা দিবলৈ অস্বীকাৰ কৰা—এই গোটেই আঁচনিখন কোন সময়ত প্ৰয়োগ কৰিব লাগে সেইটো কংগ্ৰেছে সিদ্ধান্ত লব। কাৰ্য্যসূচীখনত বিধান পৰিষদ সমূহৰ পৰা ইস্তফাদান ওকালতী ব্যৱসায় পৰিত্যাগ শিক্ষাৰ জাতীয়কৰণ, অৰ্থনৈতিক বৰ্জন জাতীয় সবাব বাবে কৰ্মী সংগঠন জাতীয় পুঁজি স্থাপন আৰু হিন্দু মুছলমানৰ ঐক্য সাধন আদি লক্ষ্য কাৰ্য্যসূচীৰ অন্তৰ্ভুক্ত কৰা হ'ল। মদনমোহন মালব্য আৰু মহম্মদ আলী জিন্নাই সাম্ৰাজ্যৰ লগত কোনো সম্পৰ্ক ৰখা হব নে নহয় সেই বিষয়ে স্পষ্টকৈ নোকোৱা কাৰণে স্বৰাজৰ লক্ষ্যৰ বিৰোধিতা কৰিলে, কিন্তু "পিচৰ বছৰত উগ্ৰতৰ ব্যৱস্থা লোৱা হব" বুলি গান্ধীজীয়ে দিয়া প্ৰতিশ্ৰুতিৰ জয় হ'ল। মাথোন দুটা ভোটহে তেওঁৰ বিপক্ষে দিয়া হ'ল।

কংগ্ৰেছৰ নাগপুৰ অধিৱেশনে এখন নতুন সংবিধান দি কংগ্ৰেছ অনুষ্ঠানৰ গাঁথনিত বৈপ্লবিক পৰিবৰ্তন আনিলে। কংগ্ৰেছ এতিয়া এক আটিল কাৰ্য্যকৰী ৰাজনৈতিক অনুষ্ঠানত পৰিণত হ'ল। ইয়াৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ সভ্য সংখ্যা হ'ল ১৫। এখন ৩৫০ জনীয়া সৰ্বভাৰতীয় কমিটি আৰু জিলা, নগৰ, তালুক আৰু গাঁওবোৰলৈ শিপা মেলি যোৱা কেইবাখনো প্ৰাদেশিক কমিটিৰে কংগ্ৰেছ নতুনকৈ গঠিত হ'ল। কাৰ্য্যনিৰ্বাহক সমিতিখন এক মতাৱলম্বী সভ্য সকলৰ অনুষ্ঠান হ'ল আৰু ই গোটেই বছৰ জুৰি সক্ৰিয় হৈ থাকিব লগীয়া হ'ল। ইয়াৰ সিদ্ধান্তবোৰ প্ৰধানতঃ সৰ্বসম্মতিমূলক হব লাগিছিল। গুৰুত্বপূৰ্ণ কথাবোৰ হ'লে সদৌ ভাৰতীয় কংগ্ৰেছ

কমিটিত আলোচনা কৰা হ'ল। এই কমিটিখনে কাৰ্য্যনিৰ্বাহক সমিতিৰ সিদ্ধান্তৰ সমালোচনা কৰিব পৰিছিল। আনকি কাৰ্য্য নিৰ্বাহক সমিতিৰ সিদ্ধান্তক চেৰাই যোবাৰ ক্ষমতাও এই কমিটিৰ আছিল। প্ৰাদেশিক কমিটিবোৰক ভাষাৰ ভিত্তিত পুনৰ সংগঠন কৰি প্ৰতিটো অঞ্চলৰ ( প্ৰদেশৰ ) কাৰণে এখনকৈ কমিটি গঠন কৰি দিয়া হৈছিল। পাঁচ বা তাতকৈ বেছি সংখ্যক কংগ্ৰেছ সভ্য থকা প্ৰতিখন গাঁৱতে কংগ্ৰেছৰ একোটা গোট খোলা হৈছিল। এই গোটৰ ওপৰত ক্ৰমে চাৰ্কেল, তালুক আৰু জিলা শাখাবোৰ আছিল। প্ৰতি ৫০,০০০ হেজাৰৰ ভিতৰত এজন সভ্যৰ ভেটিত কংগ্ৰেছৰ বছেৰেকীয়া অধিবেশনলৈ প্ৰতিনিধি নিবাচিত কৰাৰ ব্যৱস্থা ৰখা হৈছিল। ইয়াৰ ফলত কংগ্ৰেছ এক অধিক প্ৰতিনিধিত্বশীল অনুষ্ঠানত পৰিণত হৈছিল। বছৰত মাথোন ৪ অনা, বৰঙনি হোৱা কাৰণে কংগ্ৰেছৰ সভ্য সংখ্যা দিনে দিনে বাঢ়ি গৈছিল। এই বৰঙনিও আকৌ বাধ্যতামূলক নাছিল। কংগ্ৰেছৰ লক্ষ্য গ্ৰহণ কৰা আৰু ইয়াৰ মূলনীতিবোৰ মানি লোৱা— এইযেই সভ্য ভৰ্তিৰ কাৰণে যথেষ্ট অৰ্হতা আছিল। এনে ব্যৱস্থাৰ ফলত কংগ্ৰেছ দলক ভাৰতৰ কোটি কোটি দৰিদ্ৰ ৰাইজে ঢুকি পাব পৰা আছিল। সভ্য ভৰ্তি হোৱাৰ বয়সৰ সীমা কমাই ১৮ বছৰ কৰাৰ পিচত এই অনুষ্ঠানত বহু সংখ্যক ডেকা লৰাই অংশগ্ৰহণ কৰিব পৰা হৈছিল। কংগ্ৰেছত যোগদান কৰা মুছলমান আৰু মহিলা সকলৰ সংখ্যা দেখাদেখিকৈ বাঢ়ি গৈছিল। ১৯২৩ চনৰ ভিতৰত গাঁওবোৰৰ সভ্যৰ সংখ্যা নগৰৰ সংখ্যাৰ দুগুণ হৈছিল। অকল দলৰ গাঁথনিতহে যে মৌলিক পৰিবৰ্তন হৈছিল এনে নহয় ইয়াৰ দৃষ্টিভঙ্গী আৰু নীতিৰ ক্ষেত্ৰতো যথেষ্ট পৰিবৰ্তন হৈছিল। সভ্য ভৰ্তি হোৱা নিষ্ক্ৰিয় কাম নাছিল। ইয়াৰ অৰ্থ আছিল ত্যাগৰ প্ৰযোজন হোৱা এক সংকল্প লোৱাৰ। ৰাজনৈতিক সামাজিকৰণৰ কংগ্ৰেছ এপাট অস্ত্ৰ হৈ পৰিছিল। খাদী, অস্পৃশ্যতা দূৰীকৰণ, মদ-নিবাৰণ আৰু জাতীয় শিক্ষাৰ নিচিনা গঠনমূলক কাম ই হাতত লৈছিল। হিন্দী আৰু

অইন ভাষাৰ ব্যবহাৰে সাধাৰণ ৰাইজ আৰু শিক্ষিত লোকৰ মাজৰ ব্যবধান কমাইছিল। তিলক স্বৰাজ ফাণ্ড নামৰ নিধি এটা আৰম্ভ কৰাৰ ৬ মাহৰ ভিতৰতে তাত এক কোটি টকাতকৈও সৰহ ধন সংগৃহীত হৈছিল। ইযাৰ ফলত কংগ্ৰেছ অনুষ্ঠান টকাৰ ফালৰ পৰা নিৰাপদ হ'ল। এনেদৰে সাধাৰণ ৰাইজৰ সমৰ্থনৰ ওপৰত স্থাপিত এটা ধৰ্মনিৰপেক্ষ দলে, গান্ধীজীৰ নেতৃত্বত এপাট নতুন অস্ত্ৰেৰে সাম্ৰাজ্যবাদৰ লগত যুঁজিবলৈ স্থিৰ কৰিলে।

কংগ্ৰেছ দলৰ সকলো প্ৰাৰ্থীয়ে নিৰ্বাচন ক্ষেত্ৰৰ পৰা নাম প্ৰত্যাহাৰ কৰাত, উকিলৰ দ্বাৰা আদালত, ছাত্ৰৰ দ্বাৰা শিক্ষা অনুষ্ঠান, আৰু আন আন লোকৰ দ্বাৰা বিদেশী বস্ত্ৰ আৰু মদৰ দোকানবোৰ বৰ্জন কৰাৰ ওপৰতো জোৰ দিয়া হ'ল। চিত্তৰঞ্জন দাসে কলে "শিক্ষাই অপেক্ষা কৰিব পাৰে কিন্তু স্বৰাজে নোৱাৰে।" বহু সংখ্যক ছাত্ৰই স্কুল আৰু কলেজ এৰিলে। শিক্ষক সকলেও দলে দলে কাম ইস্তফা দিলে। জামীয়া মিলিয়া আৰু কাশী বিহাৰ আৰু গুজৰাট বিদ্যাপীঠৰ দৰে দেশীয় কলেজবোৰ স্থাপন হ'ল। এই জাতীয় বিশ্ববিদ্যালয় বোৰত আচাৰ্য্য নৰেন্দ্ৰ নাৰায়ণ দেব, ৰাজেন্দ্ৰ প্ৰসাদ, সুভাষচন্দ্ৰ বসু আৰু ডক্টৰ জাকিৰ হুছেইনৰ দৰে ব্যক্তি সকলে অধ্যাপনা কৰিছিল। ১৯২১ চনৰ ৩০ চেপ্টেম্বৰৰ ভিতৰত বিদেশী বস্ত্ৰ সম্পূৰ্ণৰূপে বৰ্জন কৰা হব লাগিব বুলি স্থিৰ কৰা হৈছিল। এই শতিকাৰ প্ৰথম দহকত হোৱা স্বদেশী আন্দোলনৰ দিনত কৰাৰ দৰে ৰাজহুৱা বস্ত্ৰ যজ্ঞ আৰু পিকেটিঙৰ দ্বাৰা এই লক্ষ্য সাধন কৰা হৈছিল। ছাত্ৰ সম্প্ৰদায়ক জাতীয় স্বেচ্ছাসেবক হিচাবে সংগঠিত কৰা হৈছিল। এওঁলোকে জাতীয়তাবাদৰ কাৰণে বৰঙনি সংগ্ৰহ কৰা, চৰকাৰৰ লগত সহযোগিতা কৰা লোক সকলৰ বিৰুদ্ধে বিক্ষোভ প্ৰদৰ্শন কৰা, পঞ্চায়তী অদালত চলোৱা আৰু বিদেশী বস্ত্ৰ বিক্ৰি কৰা দোকানৰ সম্মুখত পিকেটিং কৰা, আদি কাম কৰিছিল।

এক অভূতপূৰ্ব উৎসাহৰ ঢৌৱে গোটেই দেশখনকে ঢৌৱাই লৈ

গ'ল। উচ্চ নীচ, পুৰুষ নাৰী হিন্দু-মুছলিম, সংৰক্ষণশীল, উদাৰপন্থী আৰু উগ্ৰপন্থী সকলোৰে গাত একেদৰে এই উৎসাহৰ বা লাগিছিল। নাৰীসকলে পৰ্দা এৰি দলে দলে আন্দোলনত যোগ দিছিল, তিলক ফাণ্ডৰ কাৰণে তেওঁলোকৰ গহনাপাতি আগবঢ়াইছিল নাইবা ৰং মনে জেললৈ গৈছিল।

খিলাফৎ কমিটিয়ে মুছলমানসকলক সৈন্যবাহিনীত যোগ দিবলৈ হাক দিছিল। ইয়াৰ বাবে আলী ভ্ৰাতৃদ্বয়ক গ্ৰেপ্তাৰ কৰা হৈছিল। কংগ্ৰেছে সকলো ভাৰতবাসীকে চৰকাৰক কোনো প্ৰকাৰেই সেৱা নকৰিবলৈ কৈছিল। আন্দোলনৰ তীব্ৰতা বাঢ়ি অহাৰ লগে লগে নিবনুৱা শ্ৰমিক, কাৰখানাৰ বনুৱা আৰু নগৰৰ দুখীয়া সকলে ইয়াত যোগদান কৰিছিল। অকল উদ্যোগ কেন্দ্ৰবোৰতেই নহয় অসমৰ চাহ বাগিছাবোৰতো ডাঙৰ হৰতাল প্ৰতিপালিত হৈছিল।

গাঁও অঞ্চল নতুন অনুপ্ৰেৰণাৰে সঞ্জীৱিত আৰু উত্তেজিত হৈছিল। খাজনা নিদিবলৈ কংগ্ৰেছে কৰা আহ্বানে শোষিত হৈ অহা খেতিয়ক সকলৰ প্ৰাণৰ এক অতি স্পৰ্শকাতৰ তাঁৰত চুই দিলে। মেদিনীপুৰৰ কৃষকসকলে ইউনিয়ন বোৰ্ডৰ কৰ দিবলৈ অমান্তি হ'ল আৰু বঙ্গদেশত পোন প্ৰথমবাৰৰ কাৰণে কৃষক সম্মিলনৰ সূচনা হ'ল। গুন্টুৰৰ দুগ্গীৰালা গোপালকৃষ্ণই নেতৃত্ব কৰা আন্দোলনে সকলোৰে চকু মেল খুৱালে। নগৰপালিকাৰ কৰ দিয়াৰ আদেশৰ বিৰোধিতা কৰি চিৰালাৰ গোটেই অধিবাসীসকলে নগৰ ত্যাগ কৰি এখন নতুন নগৰ পাতিবলৈ ওলাই আহিল। বেজবাদাত সমান্তৰাল ভাবে এখন কাৰ্য্যপালিকা পৰিষদ গঠন কৰা হ'ল, পেদ্দানাদি-পাড়ুত সকলো গঞা বিষয়াই কাম ইস্তফা দিলে আৰু খাজনা দিওঁতাসকলৰ—শতকৰা ৯৫ জনেই খাজনা দিবলৈ অস্বীকাৰ কৰিলে। গুন্টুৰ, কৃষ্ণা আৰু গোদাবৰী জিলাত খাজনা নিদিয়াৰ সিদ্ধান্ত কৰা হ ল। পলিনাদত গৰুবে খোৱা ঘাঁহৰ ওপৰত ধাৰ্য্য কৰা মাচুল নিদিয়াৰ সিদ্ধান্ত লোৱা হ'ল। অন্ধ্ৰ প্ৰদেশ কংগ্ৰেছ কমিটিয়ে এই ব্যৱস্থাবোৰ সমৰ্থন কৰিলে আৰু আহমেদাবাদ

কংগ্ৰেছে খাদি অহিংসা আৰু হিন্দু-মুছলমান ঐক্য আদি চৰ্ত পূৰণ কৰা হ'লে আন্দোলন চলাবলৈ ক্ষমতা দিলে। গুন্তুৰ জিলাত আনকি গান্ধীজীৰ বাযত সকলৰ চহী লোৱা চৰ্তকো পূৰণ কৰা হ'ল। উত্তৰপ্ৰদেশৰ ৰায বেৰিলা আৰু ফৈজাবাদত ৰাযত সকলে বে-আইনা কৰ দিবলৈ অস্বীকাৰ কৰিলে। এ ওলোকে স্বাভাবিকতে জমিদাৰ আৰু পুলিচৰ সৈতে সংঘষত লিপ্ত হৈছিল। আদালতৰ কাম বন্ধ কৰা আৰু গ্ৰেপ্তাৰ কৰা লোকক উদ্ধাৰ কৰাৰ প্ৰচেষ্টা চলোৱা হ'ল। এই সময়তে জাতীয ৰাজনীতিত সোমাই পৰা জওহৰলাল নেহৰুবে এইবোৰ ঘটনাৰ দ্বাৰা বাৰুকৈযে প্ৰভাৱান্বিত হৈছিল। কিছুমান ডাঙৰ কয়লাৰ খনিত হৰতাল প্ৰতিপালন কৰা হ ল। বিহাৰত ছোটনাগপুৰৰ আদিবাসীসকলৰ টানা ভগৎ আন্দোলনে চকাদাৰী কৰ আৰু খাজনা নিদিবলৈ ভাবুকী দিলে। উৰিষ্যাত 'কনিকা ৰাজৰ ৰাযতসকলে 'আবওবাব দিবলৈ অমান্তি হ'ল। পঞ্জাবত আকালী আন্দোলনৰ উদ্দেশ্য আছিল গুৰুদ্বাৰবোৰৰ কাৰ্য্যনিৰ্বাহৰ ক্ষেত্ৰত থকা ভ্ৰষ্টাচাৰ আঁতৰ কৰা। পবিত্ৰ মন্দিৰবোৰৰ নিয়ন্ত্ৰণ লাভ কৰাটো ৰাজনৈতিক স্বাধীনতাৰ বাটৰ অগ্ৰগতি বুলি ভৰা হৈছিল। মালবাৰত মাপ্পিলা সকলে স্থানীয জমিদাৰ আৰু ঋণদাৰ মহাজন সকলৰ বিৰুদ্ধে আন্দোলন কৰিলে। দুৰ্ভাগ্যবশত এই আন্দোলনে সাম্প্ৰদায়িক ঢাল ল'লে। মুঠতে ভাৰতৰ গাঁওবোৰত যে অসাম শক্তি সঞ্চিত আছে আৰু সেইবোৰক যথাৰ্থভাবে খটুবালে প্ৰতাপী বৃটিছ ৰাজবো ভগন হব পাৰে—সেই কথা হঠাতে উপলব্ধি কৰা হ'ল। বৃটইনত তৈয়াৰী কাপোৰৰ বিক্ৰি নাইবা মদ বিক্ৰি কমি যোৱা কাৰণে চৰকাৰ আচলতে চিন্তিত নহ ল, তেওলোকক ভাৰতৰ সকলো অঞ্চলতে হোৱা জনসাধাৰণৰ জাগৰণেহ উৎকণ্ঠিত কৰিলে।

"প্ৰিন্স অব ওৱেলচ" (যুবৰাজ)ৰ ভ্ৰমণ বৰ্জন কৰা আন্দোলনে বৰ চমকপ্ৰদ সাফল্য লাভ কৰিছিল। বোম্বাইত হৰতাল পালন কৰা হৈছিল আৰু সাগৰৰ পাৰত পতা এখন সভাত গান্ধীজীয়ে বিদেশী

কাপোৰ পুৰিছিল। জনতা বিশৃঙ্খল হৈ পৰিল আৰু ইউৰোপীয আৰু যুবৰাজৰ প্ৰতি আনুগত্য প্ৰকাশ কৰা পাৰ্চীসকলক মাৰপিট কৰিলে। পুলিচৰ গুলী আৰু মাৰপিটত ৫৩ জন মানুহৰ মৃত্যু হ'ল। কলিকতাত সম্পূৰ্ণ হৰতাল হৈছিল যদিও পুলিচ আৰু খিলাফৎবাদী-সকলৰ মাজত হোৱা সংঘৰ্ষই ইযাৰ গাম্ভীৰ্য্য লাঘব কৰিছিল।

চৰকাৰৰ ওপৰত অতিপাত হেঁচা পৰাত তেওলোকে দমনমূলক ব্যবস্থা লোবাৰ সিদ্ধান্ত কৰিলে, কংগ্ৰেছ আৰু খিলাফৎ স্বেচ্ছাসেবক-সকলৰ অনুষ্ঠান দুটাক 'বে-আইনী ঘোষণা কৰা হ'ল। ৰাজহুৱা সভা আৰু শোভাযাত্ৰা নিষিদ্ধ কৰা হ'ল, ৰাজনৈতিক আন্দোলন চলাবলৈ হ'লে অপৰিহাৰ্য্য বাক স্বাধীনতা আৰু সভাসমিতি পতাৰ স্বাধীনতাৰ প্ৰতি চৰকাৰৰ এযা এক যুদ্ধৰ আহ্বান আছিল। চিত্তৰঞ্জন দাসে এই প্ৰত্যাহবান গ্ৰহণ কৰি আদেশ অমান্য কৰিবলৈ স্থিৰ কৰিলে। তেও কলে, "মোৰ হাতত হাতকেৰেযা আৰু গাব ওপৰত লোৰ শিকলিৰ ভৰ থকা যেন লাগে গোটেই ভাৰতবৰ্ষখনেই যেন এখন বিৰাট জেল মোক জেললৈ নিযক বা নিনিযক সেইটো কথা নহয, মই মৃত নে জীবিত, তাবো কোনো অথ নাই।" দাসৰ পৰিবাৰ আৰু পুত্ৰ গ্ৰেপ্তাৰ হোবাত হেজাৰ হেজাৰ লোকে স্বেচ্ছা-সেবক হিচাপে ভৰ্তি হবলৈ ধৰিলে। কলিকতাৰ জেলবোৰ গ্ৰেপ্তাৰ কৰা লোকেৰে নধৰা হ'ল। জেল ৈগ পবিত্ৰ তীৰ্থস্থানত পৰিণত হ'ল, ক্ৰোধান্বিত হৈ পুলিচে কোনো বাচ বিচাৰ নকৰি স্বেচ্ছাসেবক-সকলক খেদি মাৰপিট কৰি ফুৰিলে, দলে দলে লোকক গ্ৰেপ্তাৰ কৰিবলৈ আদেশ দিয়া হ'ল। পিচৰ কেইমাহ মানৰ ভিতৰত প্ৰায ৩০,০০০ জাতীয়তাবাদী লোকক জেলত সুমুবাই থোবা হ'ল, চিত্তৰঞ্জন দাসে নিজে কাৰাবৰণ কৰিলে, মতিলাল নেহৰু, লাজপৎ ৰায আৰু গোপবন্ধু দাসেও তেওকেই অনুসৰণ কৰি জেললৈ গ'ল।

১৯২১ চনৰ শেহৰ ফালে, গান্ধীজীৰ বাহিৰে, লেখত লবলগীয়া সকলো নেতা জেলত সোমাল। কাৰ্য্যনিৰ্বাহক কমিটিয়ে কিছুমান চৰ্ত সাপেক্ষে প্ৰত্যেক প্ৰদেশকে আইন অমান্য আন্দোলন চলাবলৈ

অনুমতি দিলে, কিন্তু মাপ্পিলা বিপ্লৱ আৰু বোম্বাইৰ মাৰপিট দেখি গান্ধীজী অস্থিৰ হৈ পৰিল। তেওঁ আন্দোলনক ক্ৰমে খৰগতি আনিবলৈ বিচাৰিছিল, নগৰবোৰত অহিংসা বিফল হোৱাত তেওঁ আন্দোলনৰ ক্ষেত্ৰ নগৰৰ পৰা গাঁৱলৈ সলোৱাৰ সিদ্ধান্ত ল'লে। আহমেদাবাদ কংগ্ৰেছে ব্যক্তিগত ভাৱে বা ইচ্ছা দলে দলে আইন অমান্য আন্দোলন কৰিবলৈ অধিকাৰ দিলে আৰু গান্ধীজীয় ১৯২২ চনৰ পহিলা ফেব্ৰুৱাৰীৰ দিনা ভাইচৰয়লৈ তেওঁৰ বিখ্যাত চূড়ান্ত প্ৰস্তাব দিলে "দেশৰ সন্মুখত, বাক স্বাধীনতা, সভা সমিতি পতাৰ আৰু বাতৰিকাকতৰ স্বাধীনতাৰ নিচিনা প্ৰাথমিক অধিকাৰ মনাবলৈ অহিংস আন্দোলনৰ পন্থা গ্ৰহণ কৰাৰ বাহিৰে আন কোনো উপায় নাই।" গান্ধীজীয়ে গুজৰাটৰ বৰদলৈ বোলা এখন তালুকত, এই পন্থাক পৰীক্ষা কৰি চাবলৈ স্থিৰ কৰিলে।

পিচে এই যুজ আৰম্ভ হোৱাৰ আগতেই পৰাজয় মানিব লগীয়া হ'ল। বৰদলৈত দলে দলে সত্যাগ্ৰহ আৰম্ভ কৰাৰ আগতেই, উত্তৰ প্ৰদেশৰ চৌৰিচৌৰাত জনতা হিংস্ৰ হৈ পৰাত এটা ঘটনা ঘটিল। অনাহকত পুলিচে কৰা গুলীৰ উত্তৰত কিছুমান কৃষকে এখন থানাত জুই লগাই দিলে আৰু ২১ জন পুলিচৰ মৃত্যু ঘটালে। কংগ্ৰেছ কাৰ্য্যনিৰ্বাহক সমিতিখন লৰালৰিকৈ বৰদলৈত মিলিত হ'ল। গান্ধীজীয়ে জোৰ কৰাত, সমিতিয়ে আইন অমান্য আন্দোলন এৰি পেলাই গঠনমূলক কাৰ্য্যসূচী গ্ৰহণ কৰিলে।

বৰদলৈত লোৱা সিদ্ধান্তই বহুতো জাতীয়তাবাদী নেতাক অবাক কৰিলে। সুভাষচন্দ্ৰ বসুৱে ইয়াক 'জাতীয় বিপৰ্য্যয়' বুলি অভিহিত কৰিলে। জৱাহৰলাল নেহৰুৱে তেখেতৰ আত্মজীৱনীখনত এই সিদ্ধান্তত তেওঁৰ বিচুৰ্তি আৰু পেপুৱা লগা অৱস্থাৰ উল্লেখ কৰিছে, এনে এনে বাবে এই সিদ্ধান্তত জনসাধাৰণতাক নেতাসকলেহে দুৰ্বলতা দেখুৱাইছে বুলি ভাবিলে। আন আন বহুতে, সাধাৰণ ৰাইজৰ ৰাজনৈতিক উৎসাহত বাধা দিয়া বুলি আৰু এইদৰে তেওঁলোকক উচ্চ শ্ৰেণীৰ কঠোৰ নিয়ন্ত্ৰণাধীনত ৰখা বুলি গান্ধীজীক দোষাৰোপ কৰিলে।

অনুসৰণ কাৰী সকলক তেওৰ এই সিদ্ধান্তৰ কাৰণ ব্যাখ্যা কৰিবলৈ গান্ধীজীয়ে যথেষ্ট পৰিশ্ৰম কৰিব লগাত পৰিছিল। তেও নেহৰুক বুজালে যে "এই কামটো বন্ধ নকৰা হলে, আমি অহিংস আন্দোলনৰ পৰিবৰ্তে এক হিংসাত্মক সংগ্ৰামলৈ আগবাঢ়িলোঁহেঁতেন। এই পশ্চাদপসৰণৰ দ্বাৰা আমাৰ স্বাৰ্থৰ উত্তৰোত্তৰ বৃদ্ধি হব আমি আকৌ পাৰলৈ উভটি আহিছোঁ," তেওৰ ফালৰ পৰা, গান্ধীজীয়ে বৰদলীৰ পূৰ্বেও জনতাই হিংস্ৰ আচৰণ কৰা বহু দৃষ্টান্ত দেখুৱাব পাৰিলে। ইযাৰ পিচতো কেইবাবাৰো এনেদৰে আন্দোলন স্থগিত কৰি গান্ধীজীয়ে সাবধান কৰি দিছিল যে সত্যাগ্ৰহৰ পবিত্ৰ মূলনীতি এৰি তেও স্বৰাজ লাভ নকৰে। তেও এক সশস্ত্ৰ শক্তিৰ বিৰুদ্ধে অস্ত্ৰহীন সংগ্ৰামহে চলাইছিল আৰু তেও জানিছিল যে এই আন্দোলনে হিংস্ৰ হৈ পৰিলে জয়ী হবলৈ নোৱাৰিব।

## আন্দোলনৰ গতিবেগত মন্থৰতা

এই কালচোৱাৰ ভিতৰতে চেভ্ৰেচৰ সন্ধিৰ চৰ্তসমূহক খলিফাৰ ফালে পৰিবৰ্তন কৰি কংগ্ৰেছ আৰু খিলাফৎবাদী সকলৰ মাজত বিভেদৰ সৃষ্টি কৰিবলৈ লড ৰীডিংযে চেষ্টা কৰি আছিল। তেও আন্দোলন ভাগি পৰিবলৈ আৰম্ভ নোহোৱালৈকে গান্ধীজীক গ্ৰেপ্তাৰ কৰা নাছিল। তেওঁৰ মতে বৰদলীৰ প্ৰস্তাবে "অনুষ্ঠানটোৰ কোনো সুস্পষ্ট আৰু বোধগম্য লক্ষ্য নাইকীয়া কৰিছিল। সেই মুহূৰ্তৰে পৰা (অৰ্থাৎ বৰদলী ঘোষণাৰ পিচত), অনৈক্য আৰু বিশৃঙ্খল আহি পৰিল। উৎসাহৰ ভাপ উৰি নাইকীয়া হ'ল, আৰু দলৰ সকলো স্তৰতে নিৰুৎসাহ আৰু স্বপ্নভঙ্গৰ নৈৰাশ্যই স্থান পালে।" ৰীডিংযে ১৯২২ চনৰ দহ মাৰ্চৰ দিনা গান্ধীজীক গ্ৰেপ্তাৰ কৰালে আৰু তেওৰ বিৰুদ্ধে চৰকাৰৰ বিৰোধিতা কৰি অসন্তোষ বিযপাই ফুৰা বুলি অভিযোগ আনিলে। গান্ধীজীয়ে এই অভিযোগ সত্য বুলি স্বীকাৰ

কৰিলেও, নিজৰ কাৰ্য্যকলাপৰ বিষয়ে যি ব্যাখ্যা দিলে সেয়া ইতিহাসৰ পাতত জিলিকি থাকিব। বিবৃতিটোত তেও নিজৰ অনুগত আৰু বৃটিছসকলক প্ৰশংসাৰ দৃষ্টিত চোৱা অৱস্থাৰ পৰা, একোতে সেও নমনা সমালোচক হৈ ভাৰতত বৃটিচ শাসনৰ বিৰোধিতা কৰা লৈকে সবলো কথা বুজাই দি কৈছিল' —

"মই অনিচ্ছুকভাৱে হলেও এই সিদ্ধান্তলৈ আহিছো যে বৃটিছ-সকলৰ সংসৰ্গই ৰাজনৈতিক আৰু অৰ্থনৈতিক ক্ষেত্ৰত ভাৰতবৰ্ষক আগতকৈ বেছি অসহায় কৰিলে। অস্ত্ৰবিহীন ভাৰতৰ কোন আক্ৰমণৰ বিপক্ষে বাধা দিবৰ ক্ষমতা নাই ভাৰত মাত্ৰ ইমান দুখীয়া হৈ গৈছে যে দুৰ্ভিক্ষক ভেটা দিবলৈ তেওৰ শক্তি নাই অদ্ধ অনাহাৰী ভাৰতীয় জনতাই কেনেদৰে লাহে লাহে নিৰ্জীৱ হৈ গৈছে নগৰবাসী সকলে তাৰ একো ভূ নাপায়। তেওলোকে নাজানে যে তেওলোকৰ সামান্য 'আৰাম' খিনি বিদেশী শোষণকাৰীৰ কাৰণে তেওঁলোকে কৰা কামৰ 'দালালী কমিচনহে। এই মুনাফা আৰু দালালী কমিচন জনসাধাৰণৰ পৰা শুহি লোৱা হৈছে। বৃটিছ ভাৰতত আইন অনুসৰি স্থাপন কৰা চৰকাৰৰ উদ্দেশ্য যে জনসাধাৰণক শোষণ কৰা তাক নগৰবাসীসকলে উপলব্ধি নকৰে। কোনো মিছা যুক্তি বা সংখ্যাৰ ভোজবাজীয়ে, বহু গাঁৱৰ চকুৰ আগত ভাহি থকা কঙ্কাল-বোৰৰ অস্তিত্বৰ সাক্ষীক উৰাই দিব নোৱাৰে। মোৰ মতে শোষণকাৰীৰ সুবিধাৰ অৰ্থে আইনৰ প্ৰশাসনত জ্ঞাত বা অজ্ঞাতভাৱে ব্যভিচাৰ কৰা হৈছে। এইটো বৰ ডাঙৰ দুৰ্ভাগ্যৰ কথা যে দেশৰ প্ৰশাসন কাৰ্য্যত ৰত ইংৰাজ আৰু তেওঁলোকৰ ভাৰতীয় সহযোগী সকলে, মই বৰ্ণনা কৰিবলৈ চেষ্টা কৰা এই অপৰাধত যে লিপ্ত আছে সেই কথা নাজানে। বহু ইংৰাজ আৰু ভাৰতীয় বিষয়াই ভাবে যে তেওঁলোকে বিশ্বৰ উৎকৃষ্ট পদ্ধতি এটাৰে শাসন কৰিছে আৰু ভাৰতবৰ্ষই স্থিৰভাৱে, মন্থৰ গতিৰে হলেও আগবাঢ়ি গৈছে। তেওঁলোকে নাজানে যে এফালে এটা সূক্ষ্ম কিন্তু কাৰ্যক্ষম উৎপীড়ন ব্যৱস্থা আৰু সুসজ্ঘবদ্ধ বলপ্ৰয়োগৰ দ্বাৰা, আৰু আনফালে

প্ৰতিশোধ বা আত্মৰক্ষাৰ সকলো ক্ষমতাৰ পৰা বঞ্চিত হৈ, জনসাধাৰণ অতি দুৰ্বল হৈ পৰিছে আৰু অনুকৰণ আৰু ফাঁকিৰ বশবৰ্তী হৈছে।" গান্ধীজীয়ে এই বিবৃতিৰ সামৰণি মাৰি কৈছিল যে তেওঁ বিশ্বাস কৰে যে "ভালৰ লগত সহযোগ কৰা যেনে কৰ্তব্য, বেযাৰ লগত অসহযোগ কৰাটোও তেনে ধৰণৰে কৰ্তব্য"। তেওঁ আদালতক কৈছিল "আইনৰ চকুত ইচ্ছাকৃত অপৰাধ অথচ মোৰ কাৰণে এজন নাগৰিকৰ আটাইতকৈ মহৎ কৰ্তব্য কৰাৰ বাবে মোক কঠোৰতম শাস্তি দিযক।"

বিচাৰক ব্ৰুমফিল্ডে মোকৰ্দমাৰ বিচাৰ কৰি এই কথা স্বীকাৰ কৰিছিল — "এইটো সচা যে তোমাৰ কোটি কোটি দেশবাসীৰ চকুত তুমি এজন মহান দেশপ্ৰেমী আৰু নেতা।" কিন্তু "আইনৰ শাসনাধীন মানুহ হিচাপে, যি জনে আইন ভঙ্গ কৰা বুলি নিজেই স্বীকাৰ কৰিছে" সেই জনক অৰ্থাৎ গান্ধীজীক ১৯০৮ চনত লোকমান্য তিলকক দিযা দণ্ডৰ দৰে একে ধৰণৰ ছ বছৰৰ বাবে কাৰাদণ্ডৰ শাস্তি বিহিলে।

সৰহভাগ নেতা জেলত থকা কাৰণে, ৰাইজে দলে দলে আইন অমান্য আৰম্ভ নৌ কৰোঁতেই প্ৰথম অসহযোগ আন্দোলনৰ সামৰণি পৰিল। তাৰ কিছুদিন পিচতেই খিলাফতৰ প্ৰশ্নটোও তল পৰিল। তুৰস্কত মুস্তাফা কামাল পাছাই ক্ষমতাত অধিস্থিত ১৯২২ চনৰ নভেম্বৰ মাহত চুলতানৰ সকলো ৰাজনৈতিক ক্ষমতা কাঢ়ি নিলে। কামাল পাছাই তুৰস্কৰ আধুনিকীকৰণ, কৰি ইযাক ধৰ্ম নিৰপেক্ষ ৰাষ্ট্ৰ হিচাপে গঢ়িবলৈ ললে। খলিফা পদ উঠাই দিযা হ'ল।

গান্ধী আৰু অইন কংগ্ৰেছ নেতাসকলে খিলাফৎ আন্দোলনৰ লগত জাতীয আন্দোলনক সাঙুৰিবলৈ কৰা প্ৰচেষ্টাৰ যি পন্থা লৈছিল, সেই সম্পৰ্কে দুটা মতৰ অবকাশ আছে। কিছুমানৰ ধাৰণা যে এই পন্থা ভুল আৰু প্ৰগতিবাদৰ পৰিপন্থী আছিল, কাৰণ কিছু সময়ৰ কাৰণে হলেও ই ৰাজনৈতিক আন্দোলনলৈ এক ধৰ্মীয ৰূপ দিছিল। ই হিন্দু-মুছলমান একতা সাধন কৰিব পৰা নাছিল। এইবোৰ

কাৰণত কিছুমানে খিলাফতৰ সংৰক্ষণৰ বাবে বৃটিছ বিৰোধী আন্দোলন কৰাটো ভুল হৈছিল বুলি যুক্তি দেখুৱায়। অইন কিছুমানে ভাবে যে খিলাফৎ আন্দোলনে দেখুৱালে যে গোটেই দেশখনেই মুছলমান সকলৰ অন্তৰত লাগি যোৱা কথাৰ কাৰণেও সমানে যুজিব পাৰে। অৰ্থাৎ মুছলমানসকলক আশ্বাস দিবলৈ জাতীয়তাবাদী নেতাসকলে এটা সুযোগ পাইছিল। এই সুযোগ গ্ৰহণ কৰি কামত লগোৱা উচিত আছিল আৰু তাকে কৰাও হৈছিল।

সেই সময়লৈ উভটি চালে, এইটো স্পষ্টভাবে প্ৰতীয়মান হয় যে খিলাফৎ আন্দোলনে, নগৰৰ মুছলমান সকলক জাতীয় আন্দোলনৰ ফালে আকৃষ্ট কৰিছিল আৰু সেই সময়ত আন্দোলনত লিপ্ত হোৱা সকলো শ্ৰেণীৰ ৰাইজৰ মাজত বিৰাজমান সুদূৰ প্ৰসাৰিত উৎসাহ উদ্দীপনাৰ বাবে এই আন্দোলন বহু পৰিমাণে দায়ী। এইটোও সত্য যে এটা জাতীয় আন্দোলনৰ কাৰণে মাথোন এটা সম্প্ৰদায়ৰ গাত লাগি যোৱা কথাৰ প্ৰতি সমৰ্থন দিয়াটো, নীতি হিচাপে একো ভুল নহয়। জাতীয় আৰু খিলাফৎ—দুয়োটা আন্দোলনতে সাম্ৰাজ্যবাদ বিৰোধী ভাবৰ প্ৰাধান্য আছিল। যদি এই উমৈহতীয়া ভাবক গোটেই দেশখনৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক স্বাৰ্থৰ হকে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে যুজিবলৈ এক উমৈহতীয়া আকাঙ্খাৰ সৃষ্টি কৰাত ব্যৱহাৰ কৰা হয়, তেনেহলে এয়া একো ভুল নীতি হব নোৱাৰে। পিচে দেশৰ ভিতৰত শাসক সকলৰ দমননীতি আৰু তুৰস্কৰ ঘটনাৱলীয়ে এই শেষ লক্ষ্যত উপনীত হবলৈ নিদিলে। অৱশ্যে জাতীয়তাবাদী নেতৃত্বই ধৰ্মনিৰপেক্ষ আৰু সাম্ৰাজ্যবাদ বিৰোধী ৰাষ্ট্ৰ হিচাপে তুৰস্কৰ অভ্যুত্থানক স্বাগত জনালে।

এই প্ৰথম অসহযোগ আন্দোলন বিফল হোৱা বুলি মন্তব্য কৰিলেও ভুল কৰা হব। জনসাধাৰণক অৰ্থনৈতিক সমস্যা আৰু তাৰ ৰাজনৈতিক কাৰণ অৰ্থাৎ সাম্ৰাজ্যবাদৰ বিষয়ে, সচেতন কৰাত ই নিশ্চয় বৰঙনি যোগাইছিল। অইন কি লিখা-পঢ়া নজনা

গাঁওবাসীযেও অনুভব কৰিবলৈ ল'লে যে তেওলোকৰ সকলো হাহাকাৰৰ একমাত্ৰ ঔষধ হ'ল স্বৰাজ। তেওলোকে জাতীয আন্দোলনত অংশ গ্ৰহণ কৰি, স্বাধীনতাৰ এক নতুন অৰ্থ বিচাৰি পালে। বৃটিছ ৰাজৰ প্ৰতি শঙ্কা জয কৰা হ'ল। সাধাৰণজন নাৰী-পুৰুষ আৰু ধনী-নিৰ্ধনীযে কষ্ট সহ্য কৰাৰ শক্তি আৰু চৰকাৰক অমান্য কৰি শাস্তি বহন কৰিবলৈ ইচ্ছা দেখুৱালে। অস্পৃশ্যতা আৰু সুৰাপানৰ দৰে সামাজিক দুৰ্নীতিবোৰকো ক্ৰমান্বযে অসজ বুলি স্বীকাৰ কৰা হ'ল। গাঁও অঞ্চলৰ প্ৰযোজনৰ বাস্তবিক নিৰ্ণযৰ ফলত খাদীৰ ওপৰত জোৰ দিযা হ'ল। বিদেশী শাসক সকলক আৰু তেওলোকে পতা চৰকাৰক খোলাখুলিকৈ অমান্য কৰা প্ৰচেষ্টাৰ এই অভিজ্ঞতাৰ পৰা পৰাজযৰ গ্লানি ধুই পেলোৱা আত্মবিশ্বাস আৰু আত্মশ্ৰদ্ধাৰ এক নতুন ভাবৰ জন্ম হ'ল। গান্ধীজীযে জানিছিল যে তেওৰ সত্যাগ্ৰহৰ শক্তি ইযাতেই নিহিত আছে। ইয়াৰ বিফলতা বৰ ধৰিবলগীযা নহয কাৰণ সেযা অতি সামযিকহে হব পাৰে। গান্ধীজীযে এই পৰিস্থিতিৰ এনে ব্যাখ্যা কৰিছে "১৯২০ চনত আৰম্ভ কৰা এই যুদ্ধ শেহলৈকে চলিব। তেহেলৈ ইযাৰ কাৰণে এমাহ বা এবছৰ, নাইবা অনেক মাহ বা অনেক বছৰ —যিমানেই নালাগক।"

## স্বৰাজবাদী সকলৰ যুগ

দলে দলে কৰা আইন অমান্য আন্দোলন যেতিযা পৰিত্যাগ কৰা হ'ল, গোটেই দেশ জুৰি এটা নৈৰাশ্যৰ ভাব দেখা গ'ল। ইযাৰ ফলত জাতীয আন্দোলনৰ উৎসাহ উদ্দীপনা হঠাৎ কমি গ'ল। কিছুমানে অইন কি ভুল ভগা বুলিও ভাবিছিল আৰু সত্যাগ্ৰহৰ কাৰ্য্যকৰীতা সম্পৰ্কে প্ৰশ্ন কৰিবলৈ আৰম্ভ কৰিছিল। কোটি কোটি মানুহক অহিংসাৰ কৌশল শিকোৱা সম্ভৱ হব পাৰে নে? যদি সম্ভৱো হয় তেনেহলে কিমান দিন লাগিব? নেতা সকল জেলত

থকাত অনুগামী সকলে নিজক সংগঠিত নহয় বুলি অনুভৱ কৰিলে। এই অবস্থাত চিত্তৰঞ্জন দাস আৰু মতিলাল নেহৰুৱে এক নতুন নেতৃত্ব দিলে। যেতিয়া আইন অমান্য আন্দোলন সম্পৰ্কে অনুসন্ধানৰ কাৰণে যি সমিতি গঠন কৰা হৈছিল সেই সমিতয়ে আইন অমান্যৰ বাবে দেশখন তেতিয়াও সাজু হোৱা নাই বুলি মত প্ৰকাশ কৰিলে, আৰু গঠনমূলক আঁচনি খনে মাথোন সাধাৰণ সহাঁৰিহে লাভ কৰিলে, চিত্তৰঞ্জন দাস আৰু মতিলাল নেহৰুৱে বিধানসভা বোৰ বৰ্জন কৰাৰ পৰিবৰ্তে অসহযোগ আন্দোলনৰ পৰিষদৰ ভিতৰলৈ লৈ যোৱাৰ পৰামৰ্শ দিলে। তেওঁলোকে পৰিষদৰ ভিতৰৰ পৰা সংস্কাৰ বোৰ কাৰ্যকৰী কৰা অসম্ভৱ কৰিবলৈ পৰিষদত সোমোৱাৰ পৰামৰ্শ দিলে। এই পৰামৰ্শই বেচ কিছু সংখ্যক কংগ্ৰেছীলোকৰ পৰা ততাতৈয়াকৈ সমৰ্থন লাভ কৰিলে যদিও, ৰাজাগোপালাচাৰী, ৰাজেন্দ্ৰ প্ৰসাদ আৰু বল্লভভাই পেটেলৰ নিচিনা গোড়া গান্ধীবাদীসকলে হ'লে বৰ্জন চলাই যোৱাৰ সপক্ষে মত দিলে। এই দুই দল পৰিবৰ্তনৰ সপক্ষে আৰু পৰিবৰ্তনৰ বিপক্ষে বুলি অভিহিত হবলৈ ধৰিলে। ১৯২২ চনৰ ডিচেম্বৰ মাহত গয়াত বহা কংগ্ৰেছ সভাত এই প্ৰশ্নটো চূড়ান্ত অবস্থালৈ আহিল। সভাপতিৰ আসনৰ পৰা চিত্তৰঞ্জন দাসে পৰিষদত সোমোৱাৰ কাৰণে প্ৰবল যুক্তি দেখুৱালে, কিন্তু ৰাজাজীৰ দলৰ হে জয় হ'ল। চিত্তৰঞ্জন দাসে ইস্তফা দিলে আৰু মতিলাল নেহৰু, বিঠলভাই পেটেল মালব্য আৰু জয়াকৰৰে সৈতে কংগ্ৰেছৰ ভিতৰতে এটা দল স্থাপন কৰিলে। এই দলক কংগ্ৰেছ-খিলাফৎ স্বৰাজ পাৰ্টি ( দল ) বোলা হৈছিল। চিত্তৰঞ্জন দাস এই দলটোৰ সভাপতি আৰু মতিলাল নেহৰু, এজন সচিব আছিল।

নতুন দলটোৱে অহিংসা আৰু অসহযোগৰ দৰে অত্যাবশ্যকীয় মূল নীতিবোৰৰ প্ৰতি দৃষ্টি ৰাখিলে। ই এখন সংবিধান প্ৰণয়ন কৰাৰ অধিকাৰ দাবী কৰিবলৈ প্ৰস্তাৱ ললে আৰু চৰকাৰে এই দাবী নমনাত, "বিধান সভা আৰু পৰিষদবোৰৰ জৰিয়তে চৰকাৰ চলোৱা অসম্ভৱ কৰি তুলিবলৈ একে ধৰণৰ, অবিচ্ছিন্ন আৰু ঐক্যবদ্ধ

বাধাদানৰ” এক নীতি গ্ৰহণ কৰিবলৈ প্ৰস্তাব কৰিলে। চি, আৰ, দাসৰ কল্পনা শক্তি আৰু অনুভূতি প্ৰবণতাৰ লগত মতিলাল নেহৰুৰ বাস্তবমুখী দৃষ্টিভঙ্গী আৰু দৃঢ়তাই সম্পূৰ্ণৰূপে সমতাৰ সৃষ্টি কৰিলে। ১৯২৩ চনৰ নৱেম্বৰ মাহৰ নিৰ্বাচনত যুঁজি তেওলোকে নৰমপন্থী সকলৰ বিনাশ কৰিলে। মনকৰিবলগীয়া কথা হ'ল এযে যে তেওলোকে এই নিৰ্বাচনলৈ সাজু হোবাৰ বাবে অতি কম সময়হে পাইছিল। তেওলোকে মধ্যপ্ৰদেশত একক সংখ্যা গৰিষ্ঠতা লাভ কৰিলে। বঙ্গদেশৰ বিধান পৰিষদত তেওলোকেই বৃহত্তম দল আৰু যুক্ত প্ৰদেশ আৰু অসমত দ্বিতীয় বৃহত্তম দল হিচাপে পৰিগণিত হ'ল। অবশ্যে অইন প্ৰদেশবোৰত তেওলোকৰ নিৰ্বাচনৰ ফল সিমান ভাল নহ'ল। কেন্দ্ৰীয় বিধান পৰিষদত, তেওলোকে ১০১ খনৰ ভিতৰত ৪২ খন আসন লাভ কৰিছিল।

কিন্তু পৰিবৰ্তন নিবিচৰাসকলে স্বৰাজবাদীসকলৰ নীতিৰ শুদ্ধতা সম্পৰ্কে এতিয়াও প্ৰত্যয় যোবা নাছিল। দুই দলৰ মাজত এক ভীষণ ৰাজনৈতিক বিবাদ আৰম্ভ হ'ল। কিন্তু দুয়ো দল গান্ধী আৰু কংগ্ৰেছৰ প্ৰতি অনুগত হৈ থাকিল। দুয়া দলেই সাম্ৰাজ্যবাদ বিৰোধী আৰু চিন্তা আৰু বিশ্বাসত প্ৰকৃত জাতীযতাবাদী আছিল। এতেকে পৰিষদত সোমোবা কথালৈ অমিল হোবা সত্বেও দুয়ো দলৰ মাজত পৰম্পৰৰ প্ৰতি শ্ৰদ্ধা থকা হেতুকে কংগ্ৰেছ দলৰ ঐক্যৰ বাবে ভযৰ কাৰণ নাছিল।

কেন্দ্ৰীয় বিধানসভাত, স্বৰাজবাদী সকলে নেচনেলিষ্ট পাৰ্টি (দল) বুলি ৩০ জন নৰমপন্থী আৰু মুছলমান সভ্যৰে সৈতে এটা সম্মিলিত দল গঠন কৰিলে। প্ৰাদেশিক পৰিষদবোৰতো তেওঁলোকে একে ধৰণৰ ব্যবস্থা ললে। তেওঁলোকে ৰাজনৈতিক বন্দীৰ মুক্তি, দমন আইনবোৰৰ প্ৰত্যাহাৰ, প্ৰাদেশিক স্বায়ত্ব-শাসন আৰু চৰকাৰৰ পূৰ্ণ নিযন্ত্ৰণ বিধান পৰিষদবোৰৰ হাতলৈ অনাৰ আঁচনি এখন প্ৰস্তুত কৰিবলৈ, ততাতৈযাকৈ এখন ঘূৰণীয়া মেজ মেল মতাৰ দাবী জনালে। চৰকাৰে এই দাবী মানি নললে, স্বৰাজবাদী

সকলে ধন সংগ্ৰহৰ শিতানত ভোট দিবলৈ অমান্তি হৈ প্ৰশাসনিক কাৰ্য্য বন্ধ কৰোবাৰ ভাবুকী দিলে।

আৰম্ভনীতে, নৰমপন্থী আৰু হিন্দু আৰু মুছলমান সাম্প্ৰদায়িকতাবাদী সকলে, আটক বন্দী আৰু ৰাজনৈতিক বন্দীসকলৰ মুক্তি আৰু দমনমূলক আইনবোৰৰ প্ৰত্যাহাৰৰ পৰামৰ্শ দি আগবঢ়োৱা প্ৰস্তাব বোৰৰ ক্ষেত্ৰত কেন্দ্ৰীয় বিধান সভাত স্বৰাজবাদীসকলৰ লগত সহযোগিতা কৰিছিল। ১৯২৫ চনৰ মাচ মাহত তেওঁলোকে গুজৰাটৰ এজন প্ৰখ্যাত জাতীয়তাবাদী নেতা বিঠলভাই পেটেলৰ কেন্দ্ৰীয় বিধান সভাৰ সভাপতি হিচাপে নিৰ্বাচিত কৰাত সফলতা লাভ কৰিলে।

কিন্তু স্বৰাজবাদী সকলে বিশেষ ঐক্য কৰিব নোৱাৰিলে। ১৯২৬ চনৰ মাচ মাহত তেওঁলোকে কেন্দ্ৰীয় বিধান সভা পৰিত্যাগ কৰাৰ সিদ্ধান্ত ল'লে। মতিলাল নেহৰুৱে কলে আমি আগবঢ়োৱা সহযোগিতা ঘৃণাৰে প্ৰত্যাখ্যান কৰা হৈছে। আমাৰ লক্ষ্য সাধনৰ বাবে অইন কিবা পন্থাৰ কথা ভাবিবলৈ সময় হৈছে।"

ইয়াৰ আগতে বৃটেইনত (১৯২৩ চনত) এটা শ্ৰমিক চৰকাৰ ক্ষমতাত অধিস্থিত হৈছিল। পিচ এওঁলোকৰ ক্ষমতা বৰ কমদিনীয়া আছিল আৰু ক্ষমতাত থকা কালৰ ভিতৰতো ভাৰতৰ কাৰণে তেওঁলোকে কোনো বিশেষ আঁচনিৰ কথা ভবা নাছিল। বল্ডুইনৰ নেতৃত্বত সংৰক্ষণপন্থী সকলে ক্ষমতাত পুনৰ অধিস্থিত হোৱাৰ লগতে ইণ্ডিয়া অফিচৰ কৰ্তৃত্বভাৰ লৰ্ড বিৰ্কেনহেডৰ হাতত পৰিল। মন্ত্ৰীসভাৰ আন সভ্যৰ দৰে মণ্টেগু-চেমচফোৰ্ড সংস্কাৰবোৰ তেওঁ বৰ প্ৰগতিশীল বুলি ভাবিছিল আৰু কিছুদিনৰ কাৰণে আৰু অধিক সংস্কাৰ অনুমোদন কৰা অবিবেচকৰ কাম হব বুলি ভাবিছিল। ভাৰতবৰ্ষ যে কেতিয়াবা সাম্ৰাজ্যৰ ভিতৰত স্বায়ত্ব শাসন পাবলৈ উপযুক্ত হব পাৰিব সেই কথা তেও কল্পনাই কৰিব পৰা নাছিল। পৰিস্থিতিৰ পূৰ্ণপৰীক্ষাৰ কাৰণে ১৯১৯ চনৰ বিধান (এক্ট)ত প্ৰস্তাবিত দহ বছৰ সময়ৰ চৰ্ত টোতে লৰ্ড বিৰকেনহেডে অটল হৈ ধৰি ৰ'ল।

ইতিমধ্যে ৰাজনৈতিক অলসতা আৰু বিফলতাৰে পুষ্ট হৈ সাম্প্ৰদায়িকতাই দেশত বহুখিনি আগবাঢ়িলে। অইন কি স্বৰাজবাদী সকলেও ইয়াৰ বীজাঙ্কুৰ দ্বাৰা সংক্ৰামিত হ'ল। মদন মোহন মালব্য, লালা লাজপৎ ৰায় আৰু এন চি কেলকৰ আদি কৰি কেইগৰাকীমান সভ্যই এটা "সহাবিবাদী" দল গঠন কৰি চৰকাৰক সহযোগিতা আগবঢ়ালে। তেওঁলোকে এনেদৰে হিন্দুসকলৰ স্বাৰ্থৰক্ষা কৰিছে বুলি দাবী কৰিলে। তেওঁলোকে দাস আৰু মতিলাল নেহৰুক মুছলমানৰ প্ৰতি পক্ষপাতিত্ব দেখুওৱা বুলি দোষাৰোপ কৰিলে। বৰ পৰিতাপৰ কথা যে এই গুৰুত্বপূৰ্ণ ক্ষণতেই ১৯২৫ চনৰ জুন মাহত চিত্তৰঞ্জন দাস হঠাৎ স্বৰ্গী হ'ল।

১৯১৭ চনত আৰম্ভ কৰা মুছলীম লীগ আৰু হিন্দু মহাসভা এতিয়া সক্ৰিয় হৈ উঠিল। দিল্লী, লক্ষ্ণৌ, এলাহাবাদ, জব্বলপুৰ আৰু নাগপুৰত সাম্প্ৰদায়িক সংঘৰ্ষ হ'ল।

গান্ধীজীক ১৯২৪ চনৰ ৫ ফেব্ৰুৱাৰী তাৰিখে স্বাস্থ্যজনিত কাৰণত জেলৰ পৰা এৰি দিয়া হয়। দেশৰ এই অৱস্থাত তেও সাম্প্ৰদায়িক মাৰপিটত ঘটা অমানবিকতাৰ প্ৰায়শ্চিত্ত কৰিবলৈ চেপ্তেম্বৰ মাহত ২১ দিনীয়া অনশন কৰি সাম্প্ৰদায়িকতা বীজৰ বিস্তাৰ বন্ধ কৰাৰ প্ৰচেষ্টা কৰিলে। কিন্তু ইয়াৰ পৰা বিশেষ একো ফল নধৰিলে।

গান্ধীজীৰ অনশনে একতা সভা কিছুমান পতাৰ ব্যৱস্থা কৰিলে সঁচা, কিন্তু মিলাপ্ৰীতি ঘূৰাই আনিবলৈ সক্ষম নহ'ল। পিচৰ ছবছৰত সাম্প্ৰদায়িকতা আৰু উগ্ৰ ৰূপত বৃদ্ধি পালে। ১৯২৫ চনত অতি কমেও ষোল্লখন এনে সংঘৰ্ষ হৈছিল। ১৯২৬ চনৰ কলিকতাৰ মাৰপিট এটাইবোৰতকৈ শোকলগা আছিল। সাম্প্ৰদায়িক কাজিয়া এতিয়া মহানগৰৰ পৰা সৰু নগৰবোৰলৈ আহিবলৈ ধৰিছিল। চাইমন আয়োগে, ১৯২২ আৰু ১৯২৭ চনৰ ভিতৰত ১১২ খন সাম্প্ৰদায়িক মাৰ পিট তালিকাভুক্ত কৰিছিল। এই মৰাকটা বোৰত প্ৰায় ৪৫০ জনৰ মৃত্যু আৰু ৫০০০ লোক আহত

হৈছিল। ১৯২৭ চনটো আছিল হতাশা আৰু হাহাকাৰৰ বছৰ। সকলো দলবোৰৰ পৰা, সাম্প্ৰদায়িক ৰাজনীতি পৰিত্যাগ কৰাৰ প্ৰতিশ্ৰুতি পাবলৈ মতিলাল আৰু আজাদ কৰা প্ৰচেষ্টা সফল নহ'ল। ক্ৰমবৰ্দ্ধমান হিংসাৰ মাজত গান্ধীজীয়ে অসহায় বোধ কৰি বেজাৰত লিখিলে—“মোৰ একমাত্ৰ আশা প্ৰাৰ্থনাৰ ওপৰত আৰু প্ৰাৰ্থনাৰ উত্তৰত।'

## নতুন অধ্যায়ৰ জন্ম

১৯২৮ চনত বৃটিছ সাম্ৰাজ্যবাদৰ বিৰুদ্ধে কৰা আন্দোলনে এক নতুন অধ্যায়ত সোমাল।

ইয়াৰ আগৰ পাঁচ বছৰত বৃটিছ চৰকাৰে ৰাজনৈতিক দমনৰ মাত্ৰা বঢ়াই সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ প্ৰতিৰোধ কৰিছিল। অসহযোগ আন্দোলন এৰি পেলোৱাৰ সিদ্ধান্ত লোৱাৰ পিচত, কংগ্ৰেছৰ ভিতৰত স্বৰাজ পাৰ্টি আৰু 'গঠনমূলক কৰ্মী সকলৰ মাজত টনা আঁজোৰা লাগিছিল। এই কৰ্মী সকলে বিধান পৰিষদবোৰ বৰ্জন কৰিবলৈ লোৱা মূল সিদ্ধান্তৰ কোনো পৰিবৰ্ত্তন বিচৰা নাছিল। হিন্দুসকলৰ মাজৰ সংগঠন আৰু শুদ্ধি আন্দোলন আৰু মুছলমান সকলৰ মাজৰ তাঞ্জিম আৰু তাবলিঘ আন্দোলনৰ প্ৰভাৱ দুয়ো ধৰ্মৰ গোড়া ধৰ্মবাদীসকলৰ মাজত বৃদ্ধি পাই আহিছিল। এইবোৰ উগ্ৰপন্থী গোড়া ধৰ্মবাদী সকলৰ মাজত ধৰ্মান্তৰিতকৰণ আৰু পুনৰ ধৰ্মান্তৰিতকৰণৰ পন্থা হৈ পৰাত সাম্প্ৰদায়িক সম্প্ৰীতি ঘূৰাই অনাত সহায় নহ'ল। অবিশ্বাস আৰু সন্দেহ বৃদ্ধি পালে।

ভাৰতৰ বিভিন্ন অঞ্চলত বনুৱা শ্ৰেণীৰ মাজত বিভেদ ঘটিছিল। তেওঁলোক 'আগবঢ়া আৰু পিচপৰা' দুটা দলত ভাগ হৈছিল। ১৯২৭ চনত সমাজবাদী ৰুচিয়াই দহবছৰীয়া জন্মোৎসৱ পালন কৰি উঠিছিল। বনুৱা শ্ৰেণীৰ মাজত এটা অপেক্ষাকৃত ডেকা চামে

ৰুচিয়াৰ পৰা বিস্তাৰ লাভ কৰা সমাজবাদী ভাবধাৰাৰ লগত পৰিচিত আছিল আৰু নিজক উৎসৰ্গা কৰা ৰাজনৈতিক কৰ্মীসকলৰ সৰু দল কিছুমানে মহাৰাষ্ট্ৰ আৰু পূৰ্ব-উত্তৰ প্ৰদেশৰ কেইখনমান নগৰত ঔদ্যোগিক বনুৱা সকলক, আৰু গাঁওবোৰত বিশেষকৈ পঞ্জাবত কৃষকসকলক সাম্যবাদ (কমিউনিজম)ৰ বিষয়ে নিজৰ ব্যাখ্যা প্ৰচাৰ কৰিছিল। তেওলোকৰ এটা উদ্দেশ্য আছিল ঔদ্যোগিক বনুৱাৰ কামৰ পৰিবেশ আৰু ভূমি বিতৰণৰ দৰে, মানবীয়, সামাজিক আৰু অৰ্থনৈতিক সমস্যাবোৰৰ লগত সৰহভাগ মধ্যবিত্ত শ্ৰেণীৰ লোকেৰে গঠিত কংগ্ৰেছে (যাক তেওঁলোকে মধ্যবিত্তসকলৰ আটাই-তকৈ প্ৰগতিবাদী দল বুলি বিবেচনা কৰিছিল) নিজৰ বিধানসভাৰ সংস্কাৰৰ দাবী বোৰক সাঙুৰিব লাগে। তেওলোকে কংগ্ৰেছতকৈ বেছি নব্যবাদী এখন ৰাজনৈতিক আচনি গ্ৰহণ কৰাবলৈও বিচাৰিছিল।

আনহাতে, সাম্প্ৰদায়িক ৰাজনৈতিক দলবোৰেও বনুৱা আৰু দুখীয়া খেতিয়কৰ লগত যোগাযোগ কৰিবলৈ আৰম্ভ কৰিছিল। এই দলবোৰে প্ৰধানত সাম্প্ৰদায়িক স্বাৰ্থৰ ওপৰতে জোৰ দিছিল আৰু দুখীয়া মুছলমান খেতিয়ক আৰু নগৰৰ বনুৱা উভয়কে আৰু হিন্দুসকলৰ মাজত নিম্ন বৰ্ণৰ লোকক প্ৰভাবান্বিত কৰিবলৈ চেষ্টা কৰিছিল। তেওঁলোকে বিশেষ সা-সুবিধা, বিধান পৰিষদবোৰত ৰাজনৈতিক প্ৰতিনিধিত্ব আৰু শিক্ষা আৰু সমাজ কল্যাণৰ ক্ষেত্ৰত বিশেষ অধিকাৰ আৰু সা-সুবিধা বিচাৰিছিল। তেওঁলোকে গণতান্ত্ৰিক সমাজত সকলোৰে পৰা সমান ব্যবহাৰ বিচাৰিছিল। এনে মনোভাব হৰিজন আৰু অইন নাচজাতৰ লোক আৰু পূৰ্ববঙ্গৰ নমশূদ্ৰ সকলৰ দৰে কিছুমান শ্ৰেণীৰ মাজত দেখিবলৈ পোৱা গৈছিল। প্ৰধানকৈ চৰকাৰৰ লগত পোনপটীয়া কথাবতৰা হোৱাই তেওঁলোকৰ পন্থা আছিল। চৰকাৰে এতিয়া পূৰ্বৰ দৰেই 'বিভেদ কৰি শাসন কৰা' নীতি অবলম্বন কৰিছিল। অবশেষত মাদ্ৰাজত অব্ৰাহ্মণ সকলৰ স্বাৰ্থৰ প্ৰতিনিধিত্ব কৰা বুলি দাবী কৰা জাষ্টিচ

পাৰ্টি ( ন্যাযপন্থী দল ) যে ব্ৰাহ্মণ সকলৰ দ্বাৰা অবদমিত বুলি, কংগ্ৰেছৰ বিৰোধিতা কৰিলে।

গান্ধীজী আৰু তেওঁৰ অনুসৰণকাৰী সকলে সচাকৈয় হিন্দুধৰ্মৰ ভিতৰত থকা সাম্প্ৰদাযিক মনোবৃত্তিৰ ব্যাধি দূৰ কৰিবলৈ, অস্পৃশ্যতা ব্যৱস্থাক ধ্বংস কৰিবলৈ বিচাৰিছিল। সাম্যবাদী (কমিউনিষ্ট) আন্দোলনে, বিশেষকৈ বোম্বাইত, সাম্প্ৰদাযিকতাৰ পৰা বন্ধুৱাসকলক আঁতৰাই আনিবলৈ বিচাৰিছিল। এনে কাৰ্য্যৰ দ্বাৰা তেওঁলোকে পৃথক হৈ থকা মনোভাব দূৰ কৰি বন্ধুৱাসকলক এটা শ্ৰেণীত একত্ৰ কৰিবলৈ বিচাৰিছিল। সি যি কি নহওক, ১৯১০ চনৰ দহকত, সাম্ৰাজ্যবাদ বিৰোধী দলবোৰৰ মাজত ৰাজনৈতিক অমিল সম্প্ৰদাযবোৰৰ মাজত বাঢ়ি অহা সাম্প্ৰদাযিক মনোভাব আৰু অকংগ্ৰেছী ৰাজনৈতিক দলবোৰৰ প্ৰতি চৰকাৰে দাঙি ধৰা প্ৰলোভনৰ পৰিণামত সমাজখন পৃথক পৃথক সম্প্ৰদায় আৰু সৰু সৰু দলত টুকুৰা হৈ ভাগি পৰাৰ আশঙ্কা হৈছিল। এইবোৰ মনোভাবে জাতীয আন্দোলনক দুৰ্বল কৰি পেলাইছিল।

অৱশ্যে ১৯২৭ চনৰ নৱেম্বৰ মাহত ভাৰতে একতাৰ এক নতুন ভেটি লাভ কৰিলে। লণ্ডনৰ পৰা ঘোষণা কৰা হ'ল যে অধিক সংস্কাৰ আৰু সংসদী গণতন্ত্ৰৰ সম্প্ৰসাৰণৰ হকে ভাৰতৰ উপযুক্ততাৰ বিষয়ে অনুসন্ধান কৰিবলৈ নিৰ্দ্ধাৰিত সময়ৰ দুবছৰ আগতে এখন ৰাজকীয় আযোগ ( ৰযেল কমিচন ) নিয়োগ কৰা হব।

এই আযোগৰ সভাপতি আছিল বৃটিছ ৰাজনীতিবিদ জন চাইমন। এই আযোগ সেযেহে চাইমন আযোগ বুলি জনাজাত। আয়োগৰ বাকী ৭ জন সভ্যৰ এজনো ভাৰতীয নাছিল। এই প্ৰতিশ্ৰুতিয়ে জাতীয আন্দোলৰ অগ্ৰগতি ৰোধ কৰিব বুলি সাম্ৰাজ্যবাদী সকলে কৰা আশা, ঘোষণাটি কৰা মাত্ৰকে বিক্ষোভৰ চোটত মিছা প্ৰমাণিত কৰিলে। ১৯২৭ চনত মাদ্ৰাজ কংগ্ৰেছৰ সভাপতি এম, এ, আন্সাৰী কমিচনৰ অনুসন্ধান কাৰ্য্য বৰ্জন কৰাৰ কথা ঘোষণা কৰিলে। তেওঁ কলে, "ভাৰতীয় ৰাইজে (সকলো দলৰ) ঘৃণনীয়া মেজ্যমল নাইবা

সংসদীয় সভাৰ দ্বাৰা তেওলোকৰ নিজৰ সংবিধান নিৰ্দ্ধাৰণ কৰিব পাৰে। আযোগ নিযোগ কৰাৰ ফলত এই দাবী নিশ্চিতভাবে অস্বীকাৰ কৰা হৈছে। স্বৰাজৰ কাৰণে বা দাযিত্বশীল চৰকাৰ গঠনৰ কাৰণে আমাৰ উপযুক্ততাৰ অনুসন্ধানত আমি অংশগ্ৰহণ নকৰোঁ। (বৰ্জনৰ) তৃতীয় কাৰণটো হ'ল আযোগৰ সভ্য হোবাৰ পৰা ভাৰতীযক ইচ্ছাকৃত ভাবে আঁতৰাই ৰখাত ভাৰতবাসীৰ আত্মসম্মানত লগা আঘাত।"

প্ৰথম আৰু দ্বিতীয় কাৰণটোৰ ওপৰত কংগ্ৰেছে জোৰ দিছিল, ভাৰতবাসীৰ আত্মসম্মানত লগা তৃতীয় কাৰণটোৱে সৰহভাগ উদাৰ-পন্থীক আকৃষ্ট কৰিছিল। এনে নৰমপন্থী সকলৰ ভিতৰত চৰকাৰৰ লগত বহুল সহযোগিতা কৰি সংসদী অনুষ্ঠান আৰু কাৰ্য্য নিৰ্বাহৰ কৌশল যত্নেৰে আহৰণ কৰাৰ সমৰ্থক তেজ বাহাদুৰ চাপ্ৰুৰ নাম উল্লেখ কৰিব পাৰি, এইবোৰ কাৰণত কংগ্ৰেছ, উদাৰপন্থী সন্থা আৰু প্ৰথম অৱস্থাত আনকি মুছলীম লীগেও চাইমন আযোগ বৰ্জন কৰিবলৈ সিদ্ধান্ত কৰিছিল। আযোগে য'লৈ'ক গ'ল তাতেই 'চাইমন, উভটি যোৱা' এই ধ্বনিৰ সম্মুখীন হ'ল। ফলত, জাতীয আন্দোলনৰ ক্ষেত্ৰত, সামাজিক ঐক্য নাইখা ৰাজনৈতিক আঁচনিৰ মিল নহলেও, সাম্ৰাজ্যবাদী নীতিৰ উমৈহতীয়া বিৰোধৰ দ্বাৰা, এটা একতাৰ সৃষ্টি হ'ল। ১৯২৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ৩ তাৰিখে আযোগে আহি বোম্বাইত নমা মাত্ৰকে, চাইমন! উভটি। যাবা বুলি ক'লা পতাকা আৰু ধ্বজা লৈ আগবঢ়া বিৰাট শোভাযাত্ৰাৰ সম্মুখীন হ'ল। সন্ধিয়া চৌপাট্টিৰ বালীত, পঞ্চাছ হেজাৰ মানুহ গোট খোৱা এখন বিৰাট জন-সভাৰ বিভিন্ন দলবোৰে বৃটিছ মন্ত্ৰীসভাৰ সিদ্ধান্তৰ সমালোচনা কৰিলে। অকল বৃটিছ কৰ্তৃপক্ষই মনোনীত কৰা নতুন দিল্লীৰ ৰাজ্য পৰিষদ (কাউন্সিল অব ষ্টেট) ৰ সদস্য সকলেহে আযোগৰ লগত সহযোগিতা কৰিবলৈ মান্তি হ'ল।

ইতিমধ্যে, জাতীয আন্দোলনৰ লগত শ্ৰমিক সকলৰ সম্পৰ্ক বাঢ়ি আহিল। অৱশ্যে তেওলোকে বনুৱা শ্ৰেণীৰ অৱস্থাৰ উন্নতি আৰু

'ট্ৰেড ইউনিয়ন' আন্দোলনক শক্তিশালী কৰাৰ ওপৰত জোৰ দিছিল। ১৯২৭ চনত বোম্বাইত, বনুৱা আৰু কৃষক সকলে সৰ্বনিম্ন মাটি অধিকাৰৰ বিধান (মিনিমাম লেণ্ড হোল্ডিংচ এক্ট)ৰ খচৰা খন বন্ধ কৰিবলৈ কৰ্তৃপক্ষক বাধ্য কৰিলে। এনে বিধানে সম্পদশালী খেতিয়কক মাটি ৰাখিবলৈ অনুমতি দি স্থানীয় বেছিকৈ দুখীয়া কৃষক সকলক আৰু দুখীয়া কৰিলেহেঁতেন। লণ্ডনত মূল কৰ্তৃপক্ষ থকা অনাচৰকাৰী বৃটিছ ব্যৱসায় প্ৰতিষ্ঠানৰ দ্বাৰা পৰিচালিত বঙ্গল নাগপুৰ ৰেইলওৱে কোম্পানীৰ বিভিন্ন সম্প্ৰদায় আৰু জাতিৰ গঠিত বনুৱাসকলে খড়গপুৰ ইঞ্জিন মেৰামত আৰু ৰক্ষণাবেক্ষণ কাৰখানাত কোম্পানী কৰ্তৃপক্ষই স্বেচ্ছাচাৰ আৰু অতিকম মজুৰী দিয়াৰ বিপক্ষে এক হৰতাল পালন কৰিলে। জওহৰলাল নেহৰুৰ দৰে বহু জাতীয় নেতাই আৰু উঠি অহা ট্ৰেড ইউনিয়ন সংগঠক আৰু শ্ৰমিক নেতা, ভি, ভি গিৰীয়ে এই হৰতাল সমৰ্থন কৰিছিল। এই সময়ত জওহৰলাল নেহৰুৱে বামপন্থী ভাৰতীয় যুৱকসকলৰ সমৰ্থন লাভ কৰিছিল। তেওঁ ইউৰোপত প্ৰতিষ্ঠিত 'ফেচিষ্ট নীতি আৰু সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ লীগৰ সভ্যভুক্ত হৈছিল। এই লীগ, মস্কোত সমাজবাদী ৰুচিয়াই স্থাপন কৰা বিশ্বৰ শ্ৰমিক সকলৰ তৃতীয় 'ইনটাৰনেচনেল'ৰ প্ৰতি সহানুভূতিশীল আছিল।

সমাজবাদী ভাবধাৰাৰ প্ৰতি আকৃষ্ট বামপন্থী বনুৱা আৰু নেতা সকলে চাইমন আয়োগ বৰ্জন নীতিক সমৰ্থন কৰিছিল। ১৯২৮ আৰু ১৯২৯ চনত শ্ৰমিক সকলে অংশগ্ৰহণ কৰাত জনসাধাৰণৰ আন্দোলন অধিক শক্তিশালী হ'ল। 'চাইমন উভতি যোৱা' আন্দোলনৰ ফলত ছাত্ৰ ফেডাৰেচন গঠিত হ'ল।

এই বৰ্জন পন্থাৰ ফলত ভাৰতীয় নেতাসকলৰ মাজত সংবিধান এখন ৰচনা কৰাৰ সামন্তৰাল প্ৰয়াস দেখা গৈছিল। ১৯২৭ চনত মাদ্ৰাজত বহা কংগ্ৰেছ সভাত, কংগ্ৰেছৰ শেষ লক্ষ্য যে পূৰ্ণ স্বৰাজ অৰ্থাৎ ভাৰতৰ কাৰণে সম্পূৰ্ণ স্বাধীনতা লাভ কৰা এই বুলি জওহৰলাল নেহৰুৰ দ্বাৰা উত্থাপিত আৰু সুভাষ বসুৰ দলৰ দ্বাৰা সমৰ্থিত এটা

প্ৰস্তাব গ্ৰহণ কৰা হ'ল। অবশ্যে, ভাৰত সচিব (চেক্ৰেটৰী অব ষ্টেট্ ফৰ ইণ্ডিয়া) লৰ্ড বিৰকেনহেডৰ স্বৰাজ পাৰ্টিলৈ "ভাৰতৰ মহান জাতিবোৰৰ মাজত সৰহ কথাতে মতৰ মিল থকা এখন সংবিধান ৰচনা কৰিবলৈ দিয়াৰ" আহ্বানো গ্ৰহণ কৰা হ'ল। ইযাৰ অৰ্থ আছিল সাম্ৰাজ্যৰ গাঁথনিৰ ভিতৰতে বৃটিছ চৰকাৰে অনুমোদন কৰা এটা নতুন বন্দবস্ত মানি লোৱা। কংগ্ৰেছ কাৰ্য্যনিৰ্বাহক সমিতি, সদৌ ভাৰত উদাৰপন্থী ফেডাৰেচনে, মুছলীম লীগ আৰু অন্যান্য অনুষ্ঠানে শেহত ১৯২৮ চনৰ আগষ্ট মাহত লক্ষ্ণৌত এখন সৰ্বদলীয মহাসভাত গোট খাই, অভিজ্ঞ স্বৰাজবাদী নেতা মতিলাল নেহৰুৰ সভাপতিত্বত এখন কমিটিযে প্ৰস্তুত কৰা 'সংবিধানৰ খচৰাখন গ্ৰহণ কৰিলে।

## মতিলাল নেহৰুৰ প্ৰতিবেদন

এই প্ৰতিবেদন খনত দাযিত্বশীল চৰকাৰ অৰ্থাৎ কাৰ্য্যপালিকাৰ ওপৰত সাধাৰণ ৰাইজৰ দ্বাৰা নিৰ্বাচিত বিধান সভাৰ কৰ্তৃত্বৰ ব্যবস্থা কৰা হৈছিল। বৃটিছ ভাৰতত কাৰ্য্যপালিকাহে সৰ্বেসৰ্বা আছিল। কানাডা আৰু অষ্ট্ৰেলিযাৰ দৰে বৃটিছ সাম্ৰাজ্যৰ ভিতৰতে 'ডমিনিযন' পালিযামেণ্ট বোৰে ভোগ কৰা স্বাযত্তশাসনৰ একেধৰণৰ ক্ষমতা থকা দুই খলপীয়া সাৰ্বভৌম সংসদ এখনৰ ব্যবস্থা কৰা হৈছিল। চিনেটৰ সভ্য সংখ্যা দুশ আৰু এওলোকক প্ৰাদেশিক পৰিষদবোৰৰ পৰা আনুপাতিক প্ৰতিনিধিত্বৰ ভেটিত নিৰ্বাচন কৰাৰ পৰিকল্পনা কৰা হৈছিল। প্ৰতিনিধি সকলৰ সভা (হাউচ অব ৰিপ্ৰেজেণ্টেটিভ)ৰ ৫০০ সভ্যক প্ৰাপ্তবযস্কৰ ভোটাধিকাৰৰ ভিত্তিত নিৰ্বাচন কৰাৰ ব্যবস্থা আছিল। সাম্প্ৰদাযিক দলৰ কাৰণে বঙ্গদেশত মুছলমান আৰু উত্তৰ পশ্চিম সীমান্ত প্ৰদেশত অমুছলমান সকলৰ বাহিৰে সংসদত কোনো বিশেষ প্ৰতিনিধিত্ব নাথাকিব বুলি কোৱা হৈছিল। প্ৰাদেশিক পৰিষদত জনসংখ্যাৰ ভিত্তিত সংখ্যালঘিষ্ঠ সকলৰ বাবে

আছুতীয়া সংৰক্ষিত আসনৰ ব্যৱস্থা কৰা হৈছিল। পঞ্জাব আৰু বঙ্গদেশত মুছলমান সকলৰ সংখ্যা গৰিষ্ঠতাৰ কাৰণে ইয়াৰ অন্যথা কৰা হব বুলি কোৱা হৈছিল। এই দুয়ো অঞ্চলত সংৰক্ষিত আসনৰ ব্যৱস্থা নাছিল। মাথোন প্ৰাপ্তবয়স্ক মাত্ৰৰেই ভোটাধিকাৰ ভেটিত প্ৰতিনিধিত্বৰ ব্যৱস্থা আছিল। মতিলাল নেহৰু প্ৰতিবেদনখনে ১৯২৮ চনত কংগ্ৰেছী নেতৃত্বৰ বুঢ়াচামৰ সংৰক্ষণশীল মনোভাৱ প্ৰতিফলিত কৰে। ডেকা চামে কৰা পূৰ্ণ স্বৰাজৰ দাবী মানি লৈ তেওঁলোকে ইয়াক সাম্ৰাজ্যৰ ভিতৰতে 'ডমিনিয়ন ষ্টেটাচ ( আঞ্চলিক পদবী ) লাভ বুলি ব্যাখ্যা কৰিছিল। বুঢ়া চামে গণতান্ত্ৰিক আৰু ধৰ্ম নিৰপেক্ষ নীতিকো সম্পূৰ্ণভাৱে গ্ৰহণ কৰিবলৈ প্ৰস্তুত নাছিল। সাম্প্ৰদায়িকতাৰ প্ৰশ্নটো জোৰাতালি নামাৰি পোনপটীয়াকৈ সমাধান কৰিবলৈ তেওঁলোকে চেষ্টা নকৰিলে। কেন্দ্ৰীয় সংসদ আৰু প্ৰাদেশিক পৰিষদবোৰত সকলো নাগৰিকক সমানে প্ৰতিনিধিত্ব দিয়া নীতিৰ অন্যথা কৰা হ'ল। প্ৰকৃততে বিৰাট সংখ্যা গৰিষ্ঠ হিন্দু সকলক বিশ্বাস কৰাৰ জামানত হিচাপে বিশেষ প্ৰতিনিধিত্বৰ প্ৰস্তাৱবোৰেহে কংগ্ৰেছত যোগদান নকৰা আৰু সংখ্যালঘুসকলৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ বিচৰা, জাতীয়তাবাদী মুছলমান সকলক সুখী কৰিলেহেঁতেন।

১৯২৮ চনৰ ডিচেম্বৰ মাহত অতি উগ্ৰপন্থী মুছলীম লীগৰ লগত থকা সম্পৰ্কত ফাট মেলিলে। নেহৰু প্ৰতিবেদনখন অনুমোদন কৰাবলৈ কলিকতাত কংগ্ৰেছ অধিৱেশন চলি থাকোঁতে সৰ্বদলীয় সভাখন পতা হ'ল। ১৯১১ চনলৈ এজন কংগ্ৰেছ নেতা হিচাপে খ্যাত কিন্তু এতিয়া লেখতলবলগীয়া সাম্প্ৰদায়িকতাবাদী নেতা মহম্মদ আলী জিন্নাই সংসদ আৰু বঙ্গদেশ আৰু পঞ্জাবৰ প্ৰাদেশিক পৰিষদবোৰত মুছলমানৰ কাৰণে অধিক প্ৰতিনিধিত্ব দাবী কৰিলে। তেওঁ বঙ্গদেশ আৰু পঞ্জাবত মুছলমানসকলৰ প্ৰাধান্য এনেদৰে নিশ্চিত কৰিবলৈ ইচ্ছা কৰিছিল যাতে এই দুখন প্ৰদেশত সংখ্যাগৰিষ্ঠ অথচ পিচ পৰা মুছলমান সকলে, বিধান সভাৰ ক্ষমতাৰ দ্বাৰা শিক্ষা

বিনিযোগৰ সুযোগ আৰু সমাজ কল্যাণৰ ক্ষেত্ৰত, আন সম্প্ৰদায়ৰ সমকক্ষ প্ৰগতি কৰিব পাৰে। আগা খাঁ আৰু চাৰ মহম্মদ শ্বফী আদিৰ দৰে ৰাজভক্ত মুছলমান ৰাজনীতিবিদ সকলে তেওক সমৰ্থন কৰিছিল। এওলোকে মুছলমান সমাজৰ নকৈ শিক্ষিত চাকৰীয়াল শ্ৰেণী, ব্যৱসায়ী লোক আৰু সম্পত্তিশালী সম্ভ্ৰান্ত লোকৰ প্ৰতিনিধিত্ব কৰিছিল আৰু একে শ্ৰেণীৰে বেছি আগবঢ়া হিন্দু সম্প্ৰদায়ৰ পৰা স্থানীয় ক্ষমতা কাঢ়ি লবলৈ প্ৰয়াস কৰিছিল। কংগ্ৰেছৰ ডক্টৰ আন্সাৰী, উত্তৰ প্ৰদেশৰ জমিদাৰ আৰু মহাৰাজ মাহমুদাবাদ নাইবা বিহাৰৰ ন্যায়াধীশ চাৰ আলী ইমামৰ দৰে আন কেইগৰাকীমান মুছলমান ৰাজনীতিবিদে দিয়া উপদেশ অনুসৰি গণতান্ত্ৰিক মূলনীতি-বোৰৰ প্ৰতি তেওলোকে হ'লে সেই একে ধৰণৰ গুৰুত্ব দিবলৈ সাজু নাছিল। সৰ্বদলীয় প্ৰতিনিধি সভাই তেওলোকৰ দাবী অগ্ৰাহ্য কৰিলে। হিন্দু সাম্প্ৰদায়িকতাবাদী সকলও অলৰ অচৰ হৈ থাকিল। শিখ সম্প্ৰদায়েও এতিয়া পঞ্জাবত ভাষা আৰু ধৰ্মৰ ভেটিত বিশেষ প্ৰতিনিধিত্ব দাবী কৰিলে। মহম্মদ আলী জিন্না আৰু শিখ সাম্প্ৰদায়িকতাবাদী উভয়েই সৰ্বদলীয় প্ৰতিনিধিসভাখন এৰি গুচি গ'ল। ফলত নেহৰু প্ৰতিবেদনখনে সকলোৰে পৰা সাধাৰণভাবে বেছি ভাগ কথাতে "একমত" পোৱাৰ দাবীৰ ভেটি নিশকতীয়া হ'ল।

এইবোৰ ঘটনাই 'ডমিনিয়ন ষ্টেটাচৰ' সমালোচনাক তীব্ৰতৰ কৰিলে। কংগ্ৰেছৰ দুই সাধাৰণ সম্পাদক জওহৰলাল নেহৰু আৰু সুভাষ বসুৱে এই সমালোচনা কৰিবলৈ আৰম্ভ কৰিছিল। এওলোক দুয়োজনে বাম-পন্থী যুবকদলৰ প্ৰতিনিধিত্ব কৰিছিল। এওলোকে এতিয়া মাদ্ৰাজ অধিবেশনত লোৱা পূৰ্ণ স্বৰাজৰ প্ৰস্তাৱ কাৰ্য্যকৰী কৰিবলৈ কংগ্ৰেছক পুনৰ সন্মত কৰালে। মতিলাল নেহৰুৰ সভা-পতিত্বত কলিকতাত বহা কংগ্ৰেছ অধিবেশনত নেহৰু প্ৰতিবেদন সমৰ্থন কৰা প্ৰস্তাৱটোত "এই প্ৰস্তাৱৰ একোৱেই সম্পূৰ্ণ স্বাধীনতাৰ বাবে কংগ্ৰেছৰ নামত চলোৱা প্ৰচাৰৰ লগত হেতাওপৰা নকৰে" বুলি

এটা চৰ্ত ৰখা হৈছিল। কলিকতা কংগ্ৰেছত এই সিদ্ধান্তও লোৱা হৈছিল যে যদি বৃটিছ চৰকাৰে ১৯২৯ চনৰ ভিতৰত নেহৰু প্ৰতিবেদনখন মানি নলয়, তেনেহলে পিচৰ বছৰত কংগ্ৰেছৰ লাহোৰ অধিবেশনত এক নতুন আইন অমান্য আন্দোলনৰ আহ্বান দিয়া হব।

এনেধৰণৰ এক সমিলমিলৰ মাজেদি মতভেদবোৰৰ সমাধান কৰা হৈছিল আৰু কংগ্ৰেছ দলৰ একতা পুনৰ প্ৰতিষ্ঠিত হৈছিল। প্ৰধানত গান্ধীজীৰ কাৰণেই এনে বুজাপৰা সম্ভৱ হৈছিল। আহমেদাবাদত ছ বছৰ অবসৰ লৈ থাকি কংগ্ৰেছৰ সৰ্বাধিনায়ক হিচাপে গান্ধীজী ইতিমধ্যে উভটি আহিছিল। তেওঁ সদায় মিলাপ্ৰীতি আৰু বুজাপৰাৰে সকলো বিবাদ আৰু সংঘৰ্ষৰ সমাধান বিচাৰিছিল। গান্ধীজীয়ে পৰামৰ্শ দিলে যে জওহৰলাল নেহৰুৱে লাহোৰ অধিবেশনত তেওঁৰ দেউতাকৰ সভাপতিত্বৰ স্থান লব লাগে।

লাহোৰ অধিবেশনত কংগ্ৰেছে আপোচ নকৰাকৈ পূৰ্ণ স্বৰাজ অৰ্থাৎ সম্পূৰ্ণ স্বাধীনতাৰ দাবীৰ প্ৰতি নিশ্চয়কৈ প্ৰতিজ্ঞাবদ্ধ হ'ল। এতিয়াৰ পৰা আৰু কমনওৱেলথৰ ভিতৰতে "ডমিনিয়ন ষ্টেটাচ" গ্ৰহণযোগ্য হৈ নাথাকিল। "সদায় অতি কমকৈ আৰু অতি পলমকৈ" দিয়া সংস্কাৰ কাৰ্য্যসূচীক কাৰ্য্যকৰী কৰা অধ্যায়ৰ সামৰণি পৰিল।

১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ দিনাখন ঘড়ীত মাজ নিশাৰ ঘণ্টাই নতুন বছৰৰ আগমন সূচোৱাৰ লগে লগে এক বিশাল জনতাৰ সন্মুখত 'ৰাৱী' নৈৰ পাৰত ত্ৰিৰঙ্গ জাতীয় পতাকা উত্তোলন কৰি জওহৰলাল নেহৰুৱে ঘোষণা কৰিলে, "বৃটিছ শাসনৰ প্ৰতি অনুগত হৈ থকাৰ অৰ্থ হ'ল—মানৱ আৰু ঈশ্বৰৰ বিৰুদ্ধে অপৰাধ কৰা।"

দেশত এক নতুন আশা আৰু নতুন উত্তেজনাৰ সৃষ্টি হ'ল। স্বাধীনতাৰ বাবে যুঁজিবলৈ জনসাধাৰণৰ দৃঢ়প্ৰতিজ্ঞ মনোভাৱে আকাশ বতাহ ৰজন জনাই গ'ল।

# ৫ স্বাধীনতাৰ হাতবাউলী

১৯৩০ চনৰ দহকত স্বাধীনতা আন্দোলন কেইবা খোজো আগবাঢ়ি গৈছিল। এই যুগটো আৰম্ভ হৈছিল দ্বিতীয় অসহযোগ আন্দোলনেৰে আৰু শেষ হৈছিল দ্বিতীয় মহাযুদ্ধৰ আৰম্ভনাৰে। এই যুদ্ধৰ আৰম্ভনীতে নিজৰ সম্মতি নোলোৱাকৈ ভাৰতবৰ্ষক মহাযুদ্ধত সাঙোৰাৰ প্ৰতিবাদ কৰি প্ৰদেশবোৰৰ কংগ্ৰেছ মন্ত্ৰীসভাবোৰে পদত্যাগ কৰিছিল। পিচে এই দহ বছৰৰ ভিতৰত জাতীয় আন্দোলনৰ গতিবিধি অনুসৰণ কৰাৰ আগতে, আমি ১৯২০ ৰ শেহৰ ফালে আৰু ১৯৩ চনৰ আৰম্ভনীৰ কেইটামান বছৰত বিপ্লববাদী সন্ত্ৰাসমূলক কাৰ্য্যকলাপৰ পুনৰ্অভ্যুদয়ৰ কথা মন কৰিব লাগিব। এই কালচোৱাৰ ভিতৰত শ্ৰমিক আন্দোলনৰ শক্তি বৃদ্ধি পাই আহিছিল আৰু সমাজবাদী আৰু আৰু সাম্যবাদী ভাৱধাৰাই দেশৰ ৰাজনৈতিক চিন্তাধাৰাত খোপনি পুতিছিল। ১৯৩০ চনৰ দহকত এই সকলোবোৰে ৰাজনৈতিক ঘটনাবলীৰ ওপৰত প্ৰভাৱ পেলাইছিল।

অকল ১৯২৮ চনতে ভাৰতত ২০৩ টা হৰতাল পালিত হৈছিল। এই হৰতালবোৰত পাঁচ লাখ পাঁচ হেজাৰ শ্ৰমিক জড়িত আছিল। বোম্বাই আৰু দক্ষিণ মহাৰাষ্ট্ৰৰ কপাহী কাপোৰ উদ্যোগৰ বিপ্লববাদী গিৰ্ণী কামগড 'ইউনিয়ন ( শ্ৰমিক সন্থা )ৰ সভ্য সংখ্যা যথেষ্ট বৃদ্ধি পাইছিল। দক্ষিণ ভাৰতীয়, মাদ্ৰাজ আৰু দক্ষিণ মাৰাঠী ৰেল পথৰ শ্ৰমিকসকলে বিপ্লবৰ আহ্বান জনাই 'ইউনিয়ন' স্থাপন কৰিছিল। 'কীৰ্ত্তি', 'মজদুৰ, 'কিষাণ' 'স্পাৰ্ক' আৰু 'ক্ৰান্তি' আদিৰ দৰে সাম্যবাদী বাতৰিকাকতবোৰ সৰু নগৰ বোৰলৈ বিয়পি পৰিছিল। যুৱকসকলৰ সঙ্ঘ স্থাপিত হৈছিল আৰু এই সঙ্ঘবোৰ নিম্ন মধ্যবিত্ত

শ্ৰেণীৰ ছাত্ৰছাত্ৰীসকলৰ মাজত জনপ্ৰিয় হৈ উঠিছিল, কাৰণ উচ্চ মধ্যবিত্ত শ্ৰেণীৰ স্বৰাজবাদী নেতাসকলৰ কাৰণে এই শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰী সকলৰ মনত বৰ বেছি সহানুভূতি নাছিল। কিন্তু এওঁলোকে সমাজবাদৰ কাৰণে যুক্তিবদ্ধ শৃঙ্খল রূপত সংগঠিত হোৱা নাছিল। তেওঁলোকে নগৰৰ শ্ৰমিক শ্ৰেণীৰ বিশাল জনতাক সাঙুৰি লৈ শ্ৰমিক দল' গঠন কৰি সমাজবাদী ভাবধাৰাৰ ওপৰত প্ৰতিষ্ঠিত উচ্চ জীৱনধাৰণৰ মানৰ কাৰণে আন্দোলন কৰিবলৈ প্ৰশিক্ষণ দিয়া নাছিল। নাইবা ভাৰতীয় শ্ৰমিকক আন্তৰাষ্ট্ৰীয় শ্ৰমিক আন্দোলনৰ লগত সংযোগ কৰাবো কোনো ব্যৱস্থা লোৱা নাছিল।

কলিকতাত কংগ্ৰেছৰ অধিবেশন আৰু সৰ্বদলীয় সভা বহি থাকোঁতে, কম্যুনিষ্ট সকলে শ্ৰমিক আৰু কৃষক দল বোৰৰ প্ৰথম সদৌ ভাৰতীয় মহাসভা এখন আহ্বান কৰিছিল। এই সভাত শ্ৰেণী আন্দোলন, নীতিহিচাপে ক্ষতিপূৰণ নিদিয়াকৈ মাটিৰ মালিক স্বত্বৰ বিলোপ সাধন ন্যূনতম মজুৰী ব্যৱস্থা, বাক স্বাধীনতা, বাতৰিকাকত আৰু ট্ৰেড ইউনিয়ন সন্থা গঢ়াৰ স্বাধীনতাৰ ওপৰত জোৰ দিয়া হৈছিল। বৃটিছ সাম্ৰাজ্যৰ ভিতৰুৱা ডমিনিয়ন ব্যৱস্থা, বাঞ্ছনীয় লক্ষ্য বুলি গ্ৰহণ কৰা, ১৯১৮ চনৰ কংগ্ৰেছ সভাৰ নীতিক এই সভাই সমালোচনা কৰিছিল।

বৃটিছ শাসক শ্ৰেণীয়ে অনুভৱ কৰিলে যে চাইমন বিৰোধী আন্দোলনৰ নেতৃত্ব, বাওপন্থীসকলৰ হাতলৈ যোৱাৰ উপক্ৰম হৈছে। তেওঁলোকে এইবাৰ শ্ৰমিক সম্পৰ্কৰ উন্নতি আৰু কল্যাণৰ বাবে দিহা পৰামৰ্শ দিবলৈ 'হুইটলী আয়োগ' বুলি আন এখন ৰাজকীয় আয়োগক ভাৰত পৰিদৰ্শন কৰিবলৈ নিয়োগ কৰিলে। বৃটিছ চৰকাৰ উদ্দেশ্য আছিল বাওপন্থী আন্দোলনৰ উৎস ধ্বংস কৰা আৰু বনুৱা শ্ৰেণীৰ মাজত, সমাজবাদী আৰু বিপ্লৱৰ কথা কৈ থকা নেতা-সকলতকৈ চৰকাৰেহে যে বনুৱা শ্ৰেণীৰ উন্নয়নৰ বাবে বেছি আগ্ৰহান্বিত, এনে ধৰণৰ ভ্ৰান্তিমূলক ধাৰণা জন্মোৱা। কিন্তু বনুৱা-সকল ভোল নগ'ল। ১৯২৯ চনত 'হুইটলী আয়োগ' ভাৰত আহি

পালত বহুতো শ্ৰমিক সন্থাই বৰ্জন কৰিলে। ১৯২৮ চনত যে কেন্দ্ৰীয় বিধান সভাৰ জৰিয়তে ট্ৰেড দিচপুৎচ বিল ( শ্ৰমিক বিবাদ বিল ) আৰু জন নিৰাপত্তা আইনৰ সংশোধনী এখন গ্ৰহণ কৰাবলৈ চেষ্টা কৰিছিল এই কথা তেওঁলোকে পাহৰা নাছিল। এই দুযো বিধিয়ে অকল যে তেওঁলোকৰ অসুবিধা বঢ়ালেহেঁতেন এনে নহয় কৰ্ম স্বাধীনতাও খৰ্ব কৰিলেহেঁতেন। প্ৰস্তাবিত এই বিধান ব্যৱস্থা বোৰে কাৰ্য্যপালিকাক হৰতাল বন্ধ কৰিবলৈ আৰু প্ৰদেশবোৰত আইন আৰু শৃঙ্খলা ব্যৱস্থা ভাগি পৰিলে বিধানসভাৰ নিয়ন্ত্ৰণ নোহোৱাকৈ চৰকাৰক জৰুৰীকালীন ব্যৱস্থা লবলৈ অনুমতি দিয়াৰ কথা আছিল। এই বোৰে ভাৰতীয় ৰাজনৈতিক দলসমূহৰ কাৰণে আৰু ভাৰতৰ বাওপন্থী আন্দোলনৰ সমৰ্থন কৰা বিশ্ব সন্থাবোৰৰ পৰা সমৰ্থন আৰু ধন পোৱাটো আৰু যোগাযোগ কঠিন কৰা'ৰ আশঙ্কা আছিল। মতিলাল নেহৰুৰ নেতৃত্বত কেন্দ্ৰীয় বিধান পৰিষদে এই বিলবোৰৰ বিৰোধিতা কৰিছিল।

১৯২৯ চনৰ মাচ মাহত, বোম্বাইত গিৰ্ণি কামগড ইউনিয়ন আৰু ৰেইলওৱে কৰ্মী সকলে যুটীয়াভাৱে আহ্বান কৰা হৰতাল সৰ্বাত্মক হৈছিল। ১৯২৮ চনৰ হৰতালত অংশগ্ৰহণ কৰা কৰ্মীসকলক বৰখাস্ত আৰু তেওঁলোকৰ ঠাইত পাঠান নিযোগ কৰাৰ প্ৰতিবাদত এই হৰতাল কৰা হৈছিল। হৰতাল কৰা কৰ্মীসকলৰ মতে এই ব্যৱস্থাবোৰৰ উদ্দেশ্য আছিল ট্ৰেড ইউনিয়নৰ একতা নষ্ট কৰা আৰু হিন্দু আৰু মুছলমানৰ মাজত মাৰপিটৰ সৃষ্টি কৰা। বোম্বাইৰ পৰা হৰতাল কলিকতা আৰু কানপুৰলৈ বিয়পি পৰিছিল। ১৯২৯ চনৰ ২০ মাৰ্চৰ দিনাখন বৃটিছ সম্ৰাটৰ বিৰুদ্ধে বিদ্ৰোহ কৰাৰ ষড়যন্ত্ৰ কৰা বুলি গোটেই ভাৰতৰ ২৩ গৰাকী লেখত লবলগীয়া শ্ৰমিক নেতাক গ্ৰেপ্তাৰ কৰা হৈছিল। এওঁলোকৰ ভিতৰত আছিল পিচত কমিউনিষ্ট হিচাবে ভালদৰে জনাজাত হৈ পৰা, মুজাফৰ আহমদ, ডাঙ্গে, মিৰাজকৰ আৰু পি চি জোচী, বোম্বাইত কমিউনিষ্ট সকলৰ সহায় কৰিবলৈ বুলি পঠিওৱা, দুগৰাকী বৃটিছ

কমিউনিষ্ট বেন ব্রেডলী, ফিলিপ স্প্র ট আৰু কেইজমান অকমিউনিষ্ট উগ্রপন্থী। ভাইচৰয লৰ্ড আৰউইনে বিধান পৰিষদে নাকচ কৰা দুযোখন দমনমূলক বিলক কাৰ্য্যকৰী কৰি এখন বিশেষ অধ্যাদেশ জাৰী কৰিছিল। ষড়যন্ত্ৰকাৰীসকলক বহুবা শ্ৰেণী থকা উদ্যোগ কেন্দ্ৰসমূহৰ পৰা বহু আঁতৰত থকা মীৰাটলৈ নি যোৱা হৈছিল। ইয়াতে বহু বছৰ ধৰি মীৰাট ষড়যন্ত্ৰক বা মোকদ্দমাৰ বিচাৰ চলিছিল। প্ৰকৃততে ১৯৩৩ চনলৈ এই বিচাৰ চলি আছিল। শেহত সৰহভাগ বন্দীকেই দোষী সাব্যস্ত কৰা হৈছিল আৰু বিভিন্ন মিয়াদৰ কাৰাবাসৰ শাস্তি বিহা হৈছিল। বন্দীসকলৰ মাজৰ কমিউনিষ্ট সকলে আদালতত প্ৰতিবাদৰ উত্তৰ হিচাপে তেওঁলোকৰ চিন্তাধাৰা আৰু সাম্ৰাজ্যবাদ বিৰোধী নীতিৰ এক দীঘলীয়া ব্যাখ্যান আগবঢ়াইছিল। এইবোৰ গোপন কৰি ৰখা হৈছিল।

অলপতে প্ৰকাশ পোৱা কাগজপত্ৰৰ পৰা জনা গৈছে যে চৰকাৰে জওহৰলাল নেহৰুকো এজন ষড়যন্ত্ৰকাৰী হিচাপে গ্ৰেপ্তাৰ কৰাৰ কথা বিবেচনা কৰিছিল কিন্তু ইয়াৰ ফলত সম্ভাৱিত প্ৰতিক্ৰিয়াৰ কথা ভাবি তেওঁলোক এনে কাৰ্য্যৰ পৰা বিৰত হৈছিল। নেহৰুৱে মীৰাটৰ আটক বন্দীসকলৰ কাৰণে আদালতত ব্যায়িক সাহায্যৰ ব্যবস্থা কৰিবলৈ চেষ্টা কৰিছিল। পিচ ১৯২৯ চনৰ পৰা ১৯৩১ চনৰ ভিতৰত ঘটা ঘটনাৱলীয়ে বাইজৰ আকৰ্ষণ, কমিউনিষ্ট সকলৰ বিচাৰৰ পৰা অইন ফালে ঢাল খুৱালে।

১৯২৯ চনৰ গোটেই বছৰটোতে হৰতাল চলি আছিল। নাগপুৰত বহা সদৌভাৰত ট্ৰেড ইউনিয়ন কংগ্ৰেছৰ অধিবেশনত, বাওঁপন্থী ট্ৰেড ইউনিয়ন নেতাসকলৰ, দুইটলা আযোগ পূৰাপুৰি বৰ্জন আৰু এই ট্ৰেড ইউনিয়ন সম্থাটোক 'সাম্ৰাজ্যবাদ বিৰোধী লীগ'ৰ লগত চামিলভুক্তিৰ দাবী কংগ্ৰেছী সকলে সমৰ্থন কৰিলে। এই দাবীবোৰৰ পোষকতা নকৰা এন এম জোশী দল পৰাজিত হ'ল। সদৌভাৰত ট্ৰেড ইউনিয়ন ফেডাৰেচন গঠন কৰিলে। এই অনুষ্ঠানে বৈপ্লৱিক লক্ষ্যসমূহ এৰি পেলালে। আন কি ৰাজনৈতিক দাবী-

বোৰো পৰিত্যাগ কৰি এওঁলোকে কেবল বনুবাসকলৰ অৰ্থনৈতিক উন্নয়নৰ বাবে কাম কৰাটোযেই থিব কৰিলে। কিন্তু, সাধাৰণভাবে কবলৈ গ'লে, বনুবা শ্ৰেণীৰ ভিতৰত অধিক নব্যপন্থী সকলেও ভাৰতীয় জাতীয় কংগ্ৰেছে সংগঠন কৰা জাতীয় আন্দোলনত যোগদান নকৰিলে। জওহৰলাল নেহৰুৱে তেওঁৰ আত্মজীবনীত লিখাৰ দৰে—

> বনুবাসকলৰ অগ্ৰবৰ্তী সকলে জাতীয় কংগ্ৰেছৰ পৰা আঁতৰি আছিল। ইযাৰ নেতাসকলৰ তেওলোকে বিশ্বাস নকৰিছিল আৰু জাতীয় কংগ্ৰেছৰ আদৰ্শক ন্যস্ত স্বাৰ্থযুক্ত আৰ প্ৰতিক্ৰিয়াশীল বুলি ভাবিছিল, যিটো শ্ৰমিক দৃষ্টিভঙ্গীৰ ফালৰ পৰা যথাৰ্থ আছিল।

এইদৰে, ৰক্ষণশীল আৰু নব্যপন্থী, দুই বিপৰীতধাৰাৰ অনৈক্যৰ হেতু আৰু চৰকাৰৰ দমননীতিৰ ফলত, ১৯৩০ চনৰ দহকৰ আগভাগত জাতীয় আন্দোলনত শ্ৰমিকৰ অংশ দুৰ্বল হৈ পৰিছিল।

পঞ্জাব, উত্তৰ প্ৰদেশ আৰু বঙ্গদেশত নিম্ন মধ্যবিত্ত শ্ৰেণীৰ যুবকসকলৰ মাজত সন্ত্ৰাসবাদী কাৰ্য্যকলাপৰ পুনৰ অভ্যুত্থান হৈছিল। এওলোকে কংগ্ৰেছৰ নৰমপন্থী আৰু অহিংস নীতিত নিৰাশ হৈছিল। ১৯২৫ চনত উত্তৰ প্ৰদেশত বিখ্যাত কাকৰী ষড়যন্ত্ৰ মোকৰ্দমা আদালতলৈ আহিছিল। এই ষড়যন্ত্ৰত বঙালী সকলো জড়িত আছিল।

অভিযুক্তসকলৰ ভিতৰত ৰামপ্ৰসাদ বিচমিল, ৰোশ্বনলাল আৰু আচফাকুল্লাক প্ৰাণদণ্ডত দণ্ডিত কৰি ফাঁচী দিয়া হৈছিল। ৰাকী কেইজমানে গ্ৰেপ্তাৰৰ হাত সাৰি লুকাই ফুৰিছিল। পলাতক সকলৰ ভিতৰত অকল চন্দ্ৰ শেখৰ আজাদহে ১৯২৮ চনলৈ গ্ৰেপ্তাৰ নোহাৱাকৈ আছিল। তেও এইবাৰ হিন্দুস্থান গণতান্ত্ৰিক সেনাবাহিনী (হিন্দুস্থান ৰিপাব্লিকান আৰ্মি) সংগঠন কৰাত নেতৃত্ব গ্ৰহণ কৰিলে। পিচত এই সংগঠনৰ নাম হিন্দুস্থান সমাজবাদী গণতান্ত্ৰিক সন্থা (হিন্দুস্থান চোচিয়েলিষ্ট ৰিপাব্লিকান এচোচিয়েচন)-লৈ সলোৱা হৈছিল আৰু ইয়াৰ লক্ষ্য হৈছিল ভাৰতীয় সমাজবাদী গণতন্ত্ৰ।

৩০ অক্টোবৰৰ দিনা, অনুসন্ধানৰ কাৰণে চাইমন আযোগ যেতিয়া লাহোৰলৈ আহিল পঞ্জাবৰ প্ৰবীন নেতা লালা লাজপৎ ৰায়ৰ নেতৃত্বত 'চাইমন, উভটি যোৱা' প্ৰদৰ্শনেৰে ইয়াৰ প্ৰতিবাদ কৰা হ'ল। পুলিচে অহিংস শোভাযাত্ৰাৰ অগ্ৰগতি বন্ধ কৰিবলৈ চেষ্টা কৰিলে আৰু ডবৰাডবৰিত লজপৎ ৰায় আঘাতপ্ৰাপ্ত হ'ল। পিচত তেওঁৰ মৃত্যু হ'ল।

লাঠিৰে আক্ৰমণ কৰিবলৈ দিয়া পুলিচ বাহিনীৰ নিয়ন্ত্ৰণৰ বাবত থকা পুলিচ অধ্যক্ষক বিপ্লৱী ৰচক ভগৎ সিঙে গুলীয়াই হত্যা কৰিলে। ভগৎ সিং হিন্দুস্থান সমাজবাদী গণতান্ত্ৰিক সংস্থাৰ এজন সভ্য আৰু পঞ্জাব নৱযোৱান ভাৰত সভাৰ নেতা আছিল। তেওঁ দুজন সহযোগীৰে সৈতে পলাই সাৰিলে। ভগৎ সিঙৰ জন্ম হৈছিল ১৯০৭ চনত। তেওঁ বিখ্যাত শহীদ সিঙৰ ভতিজাক আছিল।

১৯২৮ চনত নৱযোৱান ভাৰত সভাই পঞ্জাবৰ কীৰ্তি কিষাণ দলৰ লগত যোগাযোগ কৰিছিল আৰু অক্টোবৰ মাহত ভগৎ সিং আৰু তেওঁৰ সহকৰ্মী সকলে হিন্দুস্তান সমাজবাদী গণতান্ত্ৰিক সংস্থা' স্থাপন কৰিবলৈ, দিল্লীৰ ফিৰোজশ্বাহ কোটলাৰ ওচৰত বহা এখন সভাত উপস্থিত আছিল। সভাই বিশ্বাস কৰিছিল যে সমূহ ৰাইজৰ বিপ্লৱাত্মক কাৰ্য্যৰ দ্বাৰা দেশক ঔপনিবেশিক দাসত্বৰ পৰা মুক্ত কৰিব পাৰি। সভাই জনতাৰ বাবে জনতাৰ বিপ্লৱ এই ধ্বনি তুলিছিল। সভাই আৰু বিশ্বাস কৰিছিল যে গাঁওবাসীৰ মাজত ৰাজনৈতিক ব্যাখ্যাৰ প্ৰয়োজন আছে, আৰু বিপ্লৱাত্মক আন্দোলনৰ প্ৰাথমিক অবস্থা যে সন্ত্ৰাসবাদহে সেই কথাৰ ওপৰত জোৰ দিছিল। ইয়াৰ উদ্দেশ্য আছিল ব্যক্তিগত ত্যাগ আৰু সাহসৰ সন্ত্ৰাসমূলক কাৰ্য্যকলাপেৰে সাধাৰণ ৰাইজক সঞ্জীবিত কৰা।

এনে ধাৰণাৰ বশৱৰ্তী হৈ হিন্দুস্তান সমাজবাদী গণতান্ত্ৰিক সংস্থাই আত্মগোপনতা এৰি, ভাৰতীয় ৰাইজৰ সন্মুখলৈ আহি তেওঁলোকৰ কাৰ্য্যকলাপৰ সম্পূৰ্ণ দায়িত্ব লবলৈ সিদ্ধান্ত কৰিলে। ১৯২৯

চনৰ ৮ এপ্ৰিল। কেন্দ্ৰীয় বিধান পৰিষদত, বিত্ত দপ্তৰৰ ভাৰপ্ৰাপ্ত সভ্য গৰাকীয়ে শ্ৰমিক বিবাদ বিল আৰু জন নিৰাপত্তা আইন সংশোধনী বিল দুখন বলবৎ কৰিবলৈ বিশেষ অধ্যাদেশ জাৰি-কৰণৰ কথা ঘোষণা কৰিবলৈ লৈছে মাথোন। তেনে সময়তে স্বেচ্ছাচাৰী দমনব্যবস্থাৰ বিৰুদ্ধে প্ৰতিবাদ সূচাবলৈ, ভগৎ সিং আৰু বটুকেশ্বৰ দত্তই দৰ্শকৰ গেলাৰীৰ পৰা চৰকাৰী সভ্য-সকললৈ বোমা দলিয়ালে। তেওঁলোকে "ৰক্ত পুস্তিকা" নামৰ ৰচনা এখনো পৰিষদ ভৱনৰ ইমূৰৰ পৰা সিমূৰলৈ দলিয়ালে। কোনেও একো আঘাত নাপালে কাৰণ বোমাটোৰ ডাঙৰকৈ শব্দ কৰিলেও ই একো অপকাৰ নকৰা বিধৰ আছিল। বিপ্লৱীসকলে কাকো মাৰিবলৈ নাইবা আঘাত কৰিবলৈ বিচৰা নাছিল। কিন্তু পুস্তিকা খনত ব্যাখ্যা কৰাৰ দৰে তেওঁলোকে 'বধিৰক (কলাক) শুনাবলৈ' বিচাৰিছিল। ইয়াৰ পিচত বিপ্লৱীসকলে গ্ৰেপ্তাৰ হবলৈ ধৰা দিছিল। তেওঁলোকৰ উদ্দেশ্য আছিল এনে কাৰ্য্যৰ দ্বাৰা আদালতৰ সহায়েৰে তেওঁলোকে নিজৰ মতবাদ ৰাইজৰ আগত ব্যাখ্যা কৰিব পাৰিব। মীৰাটতো কমিউনিষ্ট সকলে ইয়াকেই চেষ্টা কৰিছিল।

কমিউনিষ্ট শ্ৰমিক সংগঠৰ সকল আৰু হিন্দুস্তান সমাজবাদী গণতান্ত্ৰিক সন্থাৰ মাজত কেতবোৰ মূল অমিল আছিল। তথাপি দেখাত পন্থা আৰু ভাবধাৰাৰ বহুতো সাদৃশ্য আছিল। সাধাৰণ ভাবে দুয়োদলেই বৃটিছ সাম্ৰাজ্যবাদৰ বৰ্বৰোচিত অত্যাচাৰ আৰু বিভেদমূলক পন্থাৰ বিৰুদ্ধে মুকলি প্ৰত্যাহ্বান ৰাইজৰ আগত দাঙি ধৰিছিল। সাধাৰণ ৰাইজ সাম্যবাদৰ কাৰণে প্ৰস্তুত নোহোৱাত আৰু ১৯০৫ চনৰ আন্দোলনৰ দিনৰে পৰা পদদলিত নিম্ন মধ্যবিত্ত শ্ৰেণীৰ মাজত বীৰপূজাৰ পৰম্পৰা চলি অহাৰ ফলত, ভগৎ সিং আৰু হিন্দুস্তান সমাজবাদী গণতান্ত্ৰিকসন্থাই সাধাৰণ ৰাইজৰ কল্পনাশক্তিক বশীভূত কৰিব পাৰিছিল আৰু কংগ্ৰেছৰ লাহোৰ অধিবেশনৰ পিচতে যেতিয়া আইন অমান্য আন্দোলন আৰম্ভ কৰা

হ'ল, তেতিয়া দলে দলে বাইজ আহি আন্দোলনৰ পিচত এগোট খোবাত সহায কৰিছিল, কিন্তু কংগ্ৰেছৰ ভিতৰতে হ'ল একতা নাইকীয়া হৈছিল। গান্ধীজী আৰু তেওঁৰ কেইগৰাকীমান সহকৰ্মীৰ কাৰণে অহিংসা আছিল জীবনৰ মন্ত্ৰ। তেওঁলোকে কোনো অবস্থাতে হিংসা আৰু সন্ত্ৰাসবাদী ব্যাখ্যাৰ আশ্ৰয় লব নোৱাৰিছিল। তেওঁলোক বিপ্লবাত্মক কাৰ্যকলাপৰ সম্পূৰ্ণ বিৰোধী আছিল। আন কিছুমান কংগ্ৰেছীয়ে অবস্থালে চাই গান্ধীজীৰ নেতৃত্ব আৰু তেওঁৰ কাৰ্য্যসূচীযেই আটাইতকৈ ভাল ব্যৱস্থা হিচাপে মানি লৈছিল। আৰু সফলতাৰ আশা কৰিছিল। তেওঁলোকে হিংসা এৰাই চলাই ছিল কাৰণ চৰকাৰৰ লগত হিংসাত্মক যুদ্ধ সমানে যুদ্ধ নহব বুলি উপলব্ধি কৰিছিল। এই সকলৰ ধাৰণা হৈছিল যে বিপ্লববাদী সকলে যদি নিজ পন্থা অনুসৰি বুটিছ শাসনক নিশকতীয়া কৰিব পাৰে নাইবা স্বাধীনতা যুজৰ কাৰণে সাধাৰণ ৰাইজৰ সমৰ্থন পাব পাৰে তেনেহলে সেযা সাম্ৰাজ্যবাদৰ ওপৰত আৰু এখুন্দা বুলি ভাবিব লাগিব। আৰু কিছুমান লোক আছিল যিসকলে ছায়া প্ৰকাৰ আন্দোলনৰে প্ৰয়োজন বুলি ভাবিছিল সেইদৰে সমাজবাদৰ মতবাদ লৈও কংগ্ৰেছৰ ভিতৰাত সোমাইছিল। কিছুমানে সচাকৈয়ে আন্তৰিকভাৱে বাওপন্থা মত পোষণ কৰিছিল। আইন কিছমানে স্পষ্টভাবে ইয়াৰ বিৰোধিতা কৰিছিল। গান্ধীজী আৰু তেওঁৰ অনুগামী সকলে এখন এনে ৰাজনৈতিক আৰু অৰ্থনৈতিক আঁচনিত বিশ্বাস কৰিছিল যিয়ে সমাজবাদৰ ধনৰ সমবিতৰণ আৰু পুঁজিকৰণ বিৰোধী মূলনীতি, আনকি সাম্যবাদীকো সামৰা বুলি দাবী কৰা হৈছিল কিন্তু এই আঁচনিখনত ৰাষ্ট্ৰৰ মালিকাস্বত্ব আৰু ব্যক্তিৰ ওপৰত সমূহৰ অধিক গুৰুত্ব দিয়াৰ নিচিনা মূল বিধানবোৰক অন্তৰ্ভুক্ত কৰা হোৱা নাছিল। প্ৰকৃততে গান্ধীজীয়ে ব্যক্তিৰ বিকাশ হৈ উচ্চস্তৰৰ আধ্যাত্মিক পৰ্য্যায় এটা পাব পাৰে বুলি বিশ্বাস কৰিছিল যাতে এনে আদৰ্শ নাগৰিকাৰ গঠিত সমাজখন এক আদৰ্শ সমাজত পৰিণত হয় আৰু চৰকাৰে শাসিত সকলক শাসন

কৰাৰ বৰ কম প্ৰযোজনহে থাকে। এইবোৰ কাৰণত বিপ্লববাদী সন্ত্ৰাসবাদী আৰু কংগ্ৰেছ নেতাসকলৰ মাজত উদ্দেশ্য বহুখিনি একে হলেও, প্ৰকৃত যোগাযোগ হলে নাছিল। সেই কাৰণে, জনসাধাৰণৰ সহাঁৰি কিছু পৰিমাণে ম্লান হৈ পৰিছিল আৰু নেতাসকলৰ ফালৰ পৰা নিৰ্দেশ আৰু নেতৃত্বৰ অভাৱত ই দুৰ্বল হৈ গৈছিল।

সেই একেদৰে বিপ্লববাদীসকলে দৃঢপ্ৰতিজ্ঞাৰে ৰাইজে নিজে যুঁজ এখনৰ কাৰণে আগবাঢ়ি অহা সুযোগ পাইও তাৰ পূৰা ব্যৱহাৰ কৰিবলৈ সক্ষম হোৱা নাছিল। তেওলোকৰ আত্মত্যাগ আৰু ভাবপ্ৰৱণতাই তেওলোকৰ কামত শিথিলতা আনিছিল আৰু সংগঠনৰ অভাৱৰ কাৰণে ৰাইজৰ ওপৰত এইবোৰৰ তেনে প্ৰভাৱ নহৈছিল। এটা কেন্দ্ৰীয় সঞ্জীৱনী একত্ৰিকৰণ কৰা শক্তিৰ অভাৱ যেন অনুমান হৈছিল।

চৰকাৰে ভগৎ সিং আৰু তেওৰ সহকৰ্মীসকলৰ বিৰুদ্ধে লাহোৰ ষড়যন্ত্ৰ মোকৰ্দমা' নামৰ এক মোকৰ্দমা তৰিলে। কিছুমান অভিযুক্ত লোকে সম্ৰাটৰ বিৰুদ্ধে মুকলি যুঁজ কৰা বাবে ৰাজনৈতিক বন্দীৰ সলনি সাধাৰণ অপৰাধীৰ দৰে হাজোতত কৰা ব্যৱহাৰৰ বিৰোধিতা কৰিলে। ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিবলৈ এই বন্দী সকলে অনশনব্ৰত কৰিলে। অৱশেষত তেওলোকে যাতে মাতৃভূমিৰ হৈ প্ৰাণত্যাগ কৰি অমৰ হবলৈ নেপায তাৰ কাৰণে জেল কৰ্তৃপক্ষই তেওলোকক জোৰ কৰি খুৱাবলৈ বাধ্য হল। কিন্তু যতীন দাসে “মই শেহলৈকে লাগি থাকিম” বুলি শেষ কথাৰে আহাৰ আৰু ঔষধ খাবলৈ অমান্তি হৈ ১৯২৯ চনৰ ১৩ চেপ্তেম্বৰ তাৰিখে অনন্তধামলৈ গতি কৰিলে।

১৯২৫ চনৰ পিচত, ভগৎ সিং আৰু আন বহুতো বিপ্লবী সন্ত্ৰাস-বাদীযে ইতিমধ্যে মাৰ্কসবাদী ভাবধাৰাৰ কিছুমান মূলনীতি গ্ৰহণ কৰিছিল। এতিযা, তেওলোকৰ বহুতে জেলৰ ভিতৰতে আৰু কিছুমানে জেলৰ বাহিৰত ব্যক্তিগত সন্ত্ৰাসবাদৰ ভাবধাৰা আৰু সাহসিকতাপূৰ্ণ কাৰ্য্যাৱলীক পুনৰ্বিচাৰ কৰি চালে আৰু শেহত এনেবোৰ কাৰ্য্যৰ

সললে জনসাধাৰণৰ দ্বাৰা এক সামাজিক বিপ্লৱৰ ভাবধাৰাৰ পক্ষ ললে। ইয়াৰ ফলত উত্তৰ ভাৰতত সন্ত্ৰাসবাদ ক্ৰমে কমি আহিল।

১৯৩০ ৰ দহকৰ স্বাধীনতা আন্দোলন কেনেধৰণে আগবাঢ়িছিল তাক বুজিবলৈ হলে, কংগ্ৰেছৰ লাহোৰ অধিবেশনৰ পূৰ্ণ স্বৰাজ (স্বাধীনতা) প্ৰস্তাৱৰ আগতে হোৱা কেইবোৰ ঘটনালৈ সতৰ্কতাৰে মন কৰিব লাগিব। বৃটেইনৰ সাধাৰণ নিৰ্বাচনৰ ফলত শ্ৰমিক দল শাসনত অধিষ্ঠিত হ'ল। সমাজবাদী আৰু ভাৰতীয় জাতীয়তাবাদৰ এগৰাকী প্ৰকৃত বন্ধু ৰামচে মেকডোনাল্ড বৃটেইনৰ নতুন প্ৰধানমন্ত্ৰী হ'ল। কিন্তু তেও বৃটিছ সাম্ৰাজ্যবাদ মূলনীতি বক্ষা কৰাৰ মনোবৃত্তিহে দেখুৱালে। তেও সাম্ৰাজ্যবাদৰ পক্ষ সমৰ্থন কৰাত তেওঁৰ শলাগ লোৱা ভাৰতীয় সকল হতাশ হ'ল। ভাইচৰয় লৰ্ড আৰউইনে দিহা পৰামৰ্শ লবলৈ ইংলণ্ডলৈ গ'ল। উভটি আহি ১৯২৯ চনৰ অক্টোবৰ মাহত তেওঁ ঘোষণা কৰিলে যে চাইমন আযোগৰ চূড়ান্ত প্ৰতিবেদন অনুসৰি প্ৰস্তাৱাৱলীৰ প্ৰতি সকলো দলৰে পৰা যথাসম্ভৱ 'একমত' পাবলৈ এখন ঘূৰণীয়া মেজ মেল পতা হব। ১৯২৯ চনৰ শেহৰ ফালে গান্ধীজী আৰু মতিলাল নেহৰুৰ নেতৃত্বত এখন সৰ্বদলীয় সভাই অক্টোবৰ মাহৰ আৰউইন ঘোষণাক স্বাগত জনাই আৰু বৃটিছ চৰকাৰৰ শুভ ইচ্ছাৰ চানেকী স্বৰূপে সকলো ৰাজনৈতিক বন্দীকে ক্ষমা কৰিবলৈ আহ্বান জনাই এখন ইস্তাহাৰত চহী কৰিলে। জওহৰলাল নেহৰুৱে পোনতে সুভাষ বসুৰ লগত লগলাগি এখন আপোচ নকৰা বিপৰীত ইস্তাহাৰ উলিয়াবলৈ আঁচনি কৰিছিল। কিন্তু সেউতাক আৰু গান্ধীৰ লগতে তেওঁকো ইস্তাহাৰ খনত চহী কৰাবলৈ সন্মত কৰোৱা হ'ল। ইতিমধ্যে জওহৰলাল নেহৰু গান্ধীজীৰ প্ৰভাৱত আহিছিল। মহম্মদ আলী জিন্নাইও দিল্লী ইস্তাহাৰখনত সন্মত হৈছিল যদিও তেও আৰউইনৰ ঘোষণাক কোনো চৰ্ত নোহোৱাকৈ সমৰ্থন কৰাৰ পক্ষপাতী আছিল। এইদৰে কংগ্ৰেছৰ লাহোৰ অধিবেশনত বিখ্যাত স্বাধীনতা প্ৰস্তাৱ লোৱাৰ আগ মুহূৰ্তত জাতীয়তাবাদ সকাম

একেলগে থিয় দিব পৰাৰ কোনো আগন্তুক দেখা নগৈছিল। প্ৰবীণ আৰু নবীন সকলৰ মাজত, ক্ৰমে কৰ্তৃত্ব লোপ পাই অহাত নৰমপন্থী নেতৃত্ব আৰু যুবক সকলক বিশেষকৈ প্ৰভাবান্বিত কৰা বাওপন্থী নেতাসকলৰ মাজত, যিসকলে বৰ্তমানে ডমিনিয়ন ষ্টেটাচ লৈয়ে সন্তুষ্ট থাকিব আৰু যিসকলে কোনো আপোচ নকৰাকৈ পূৰ্ণ-স্বৰাজৰ কাৰণে অটল হৈ থাকিল, তেওলোকৰ মাজত, এফালে গান্ধীজী আৰু মতিলাল আৰু আনফালে জওহৰলাল নেহৰু, সুভাষ বসু আৰু নব্যবাদী দলৰ মাজত মতবিৰোধ চলি আছিল। এই মতবিৰোধ বোৰৰ মাজত জওহৰলাল নেহৰুযেহে ১৯৩০ চনৰ ৰাজনৈতিক ভাবধাৰাক এটা গঢ় দিছিল।

পিচে দেখা গ'ল, ভাইচৰযে বৃটিছ চৰকাৰক আনকি দিল্লী ইস্তাহাৰত আশা কৰা বেহাই খিনি দিবলৈ প্ৰতিশ্ৰুত কৰাব নোবাৰিলে। ইযাৰ ফলত আৰউইন আৰু উগ্ৰপন্থাবিৰোধী সকলৰ মাজত বন্ধুত্ব ভাগি পৰিল। কংগ্ৰেছৰ লাহোৰ অধিবেশনৰ আগমুহূৰ্তত ২৩ ডিচেম্বৰৰ দিনা গান্ধী, মতিলাল আৰু জিন্নাই ভাইচৰযক লগ ধৰোতে ঘূৰণীয়া মেজ মেলত যে চৰকাৰক কোনো দাবী মনাবলৈ প্ৰতিশ্ৰুত কৰাব নোবাৰে, তেও সেই কথা জনাই দিলে। শেষ মুহূৰ্তত গান্ধীজীযে বাওপন্থী সকলৰ 'বিনাচৰ্ত্তে পূৰ্ণ স্বৰাজ'ৰ দাবীৰ ফালে ঢাল খালে। তেওঁ হেনো 'মই মোৰ নাওকেইখন পুৰি পেলালোঁ' অৰ্থাৎ আন একো উপায় নাই বুলি কলে। আনহাতে কিছুমানৰ মতে বাওপন্থী দলৰ লগত যোগদান কৰি গান্ধীজীযে তেওলোকৰ আকোঁবগোজ মনোবৃত্তিক দুৰ্ব্বল কৰি পেলালে।

লাহোৰত ৩০ ডিচেম্বৰ তাৰিখে, হিন্দুস্তান সমাজবাদী গণতান্ত্ৰিক সন্থাৰ কাৰ্য্যকলাপৰ দ্বাৰা তেতিযাও উত্তেজিত হৈ থকা নগৰখনত পতা অধিবেশনত কংগ্ৰেছে এটা প্ৰস্তাব গ্ৰহণ কৰিলে। এই প্ৰস্তাবত দিল্লী ইস্তাহাৰখন সমৰ্থন কৰাৰ লগতে ইযাকো কোৱা হ'ল যে লৰ্ড আৰউইনে যি পন্থা লৈছে তাৰ্লৈ চাই ঘূৰণীয়া মেজ মেলত অংশগ্ৰহণ কৰি কংগ্ৰেছৰ একো লাভ নহব। এই প্ৰস্তাৱত

আৰু ঘোষণা কৰা হ'ল যে মতিলাল নেহৰু কমিটিয়ে দিয়া সংবিধান ৰচনাৰ আঁচনিখন কাৰ্য্যকৰী কৰাৰ মিয়াদো পাৰ হৈ গ'ল আৰু সেইবাবে এতিয়া সম্পূৰ্ণ স্বাধীনতাৰ কাৰণে এক আন্দোলন কৰাৰ প্ৰয়োজন হৈছে।

কংগ্ৰেছৰ প্ৰস্তাৱত এই আন্দোলনৰ আইন অমান্য আন্দোলন বুলি বৰ্ণনা কৰা হৈছিল। পৰিৱৰ্তন নিবিচৰা দলে ইয়াক সকলো বিধান সভা, কাৰ্য্যপালিকা আৰু আইন চৰকাৰী অনুষ্ঠান সমূহৰ বৰ্জ্জন বুলিহে ব্যাখ্যা কৰিছিল। যুৱকসকলে বিচৰা হিংসাত্মক বিপ্লৱৰ আশংকা কৰি গান্ধীয়ে ব্যাখ্যাৰ সমৰ্থন কৰিছিল। তেওঁ কৈছিল যে "দেশত কাৰো কথা শুনি প্ৰস্তাৱ বা সভা সমিতি আওকাণ কৰি মাথোন প্ৰত্যক্ষ সংগ্ৰামতহে বিশ্বাস কৰা এটা হিংসাবাদী দলৰ কাৰ্য্যৰ প্ৰতিক্ৰিয়া ৰূপে আগন্তুক আইনশৃঙ্খল নোহোৱা অৱস্থা আৰু গুপ্ত অপৰাধৰ পৰা দেশক ৰক্ষা কৰিব পাৰে একমাত্ৰ আইন অমান্য আন্দোলনেহে।"

বিধানসভাৰ মজিয়ালৈ আন্দোলনক নিব লাগে বুলি স্বৰাজ্যবাদী সকলে পোষণ কৰা নীতি এৰি পেলোৱা হ'ল, কিন্তু গঠনমূলক বিপ্লৱাত্মক আন্দোলন সংগঠন কৰাৰ বাবে আৰু "কংগ্ৰেছে দেশত এক সমান্তৰাল চৰকাৰ গঠন কৰা উচিত আৰু সেই উদ্দেশ্যে শ্ৰমিক, কৃষক আৰু যুৱকসকলক সংগঠন কৰা কাম হাতত লোৱা উচিত" বুলি সুভাষ বসুৱে উত্থাপন কৰা প্ৰস্তাৱটি পৰাজিত হ'ল।

তথাপি, স্বাধীনতা আন্দোলনৰ আভ্যন্তৰীণ গাঁথনিক দুৰ্ব্বল কৰা পৰস্পৰ-বিৰোধী মতবাদৰ অস্তিত্ব মানি ললেও, ১৯৩০ চনৰ পহিলা জানুৱাৰীৰ দিনাখন যি ঐকান্তিক ঐক্যই এই আন্দোলনক উদ্বুদ্ধ কৰিছিল, তাক আমি আওকাণ কৰিব নোৱাৰো। সাধাৰণ ৰাইজৰ বেছিভাগেই কংগ্ৰেছৰ পূৰ্ণ স্বৰাজৰ দাবীৰ প্ৰতি সহানুভূতিশীল আছিল। এই দাবী অকল যুৱক সকলৰ কাৰণেই নহয়, পুৰণি বুঢ়াচাম, নৰমপন্থী স্বৰাজবাদী আৰু কংগ্ৰেছৰ পৰিৱৰ্ত্তন নিবিচৰা দলটোৰ কাৰণেও অৰ্থপূৰ্ণ আছিল। বৃটিছ চৰকাৰে যে ভাৰতবাসীক

স্বায়ত্তশাসন দি বিশ্বাস কৰিব নোৱাৰে, পূৰ্ণ স্বাধীনতাহে যে ভাৰতৰ প্ৰগতিৰ একমাত্ৰ পন্থা—এই মত তেওঁলোকে আন্তৰিকভাবে পোষণ কৰিছিল। মাথোন মুছলীম লীগ, অ'ত ত'ত বৃটিছৰ লগত স্থানীয় সহযোগকাৰীৰ দল আৰু উদাৰপন্থী সকলেহে পূৰ্ণ-স্বৰাজৰ দাবীক সমৰ্থন জনোৱা নাছিল। এওঁলোক সংখ্যালঘিষ্ঠৰ শাৰীত পৰিছিল। "উভটি যোৱা, চাইমন।" আন্দোলনে সৃষ্টি কৰা সামূহিক ঐক্যভাব দেশত তেতিয়াও বৰ্ত্তি আছিল।

স্বাধীনতা লাভ কৰাৰ কাৰণে আন্দোলন সংগঠন কৰিবলৈ সৰু স্থানীয় দল কেতবোৰ গঠন কৰিবলৈ সুভাষ বসু আৰু আন কিছুমান নেতাৰ অভিলাষলৈ আওকাণ কৰিব নোৱাৰি। কিন্তু ১৯৩০ চনত, আন্দোলনে সদৌ ভাৰতৰ জনসাধাৰণৰ সমৰ্থন পোৱাৰ মূলত আছিল গান্ধীজীৰ জাতীয়তাবাদ, আত্মসম্মান আৰু গাঁৱত সংগঠন- মূলক কাৰ্য্যৰ বাবে আবেদন।

## আইন অমান্য আন্দোলনৰ কাৰণে প্ৰস্তুতি

১৯৩০ চনৰ জানুৱাৰী মাহটো ভাৰতৰ কাৰণে অতি উৎসাহ আৰু উদ্দীপনাৰে ভৰা আছিল। আন্দোলন আৰম্ভ কৰাৰ কোনো তাৰিখ নিৰ্ণয় কৰা হোৱা নাছিল আৰু কোনো আঁচনিও প্ৰস্তুত হোৱা নাছিল। গান্ধীজীৰ এইবোৰৰ সিদ্ধান্ত লবলৈ দিয়া হৈছিল। তেওঁৰ ফালৰ পৰা গান্ধীজীয়েও মৌখিক প্ৰতিশ্ৰুতি দিছিল যে চৌৰি-চৌৰা ঘটনাৰ পিচত হোৱাৰ দৰে এইবাৰ আৰু আন্দোলন মাজতে বন্ধ কৰা বা উঠাই লোৱা নহব। নেহৰুৱে তেওঁৰ "আত্মজীবনীত" এই কথা এনেদৰে উল্লেখ কৰিছে

তেখেতে ( অৰ্থাৎ গান্ধীজীয়ে ) আমাক এনে এটা আভাস দিছিল যে আইন অমান্য আন্দোলন এবাৰ আৰম্ভ কৰিলে অ'তত'ত ঘটা হিংসাত্মক কাৰ্য্যৰ কাৰণে বন্ধ কৰা নহব এই প্ৰতিশ্ৰুতি আমাৰ বহুতৰে বাবে সন্তোষজনক আছিল।

স্বাধীনতাৰ সংকল্প বা ইস্তাহাৰ এখন হ'লে গ্ৰহণ কৰা হ'ল। ১৯৩০ চনৰ ২৬ জানুৱাৰীৰ দিনা ভাৰতৰ সকলো ঠাইতে প্ৰকাশ্যভাৱে যিমানসংখ্যক ৰাইজে পাৰে সিমানে এই সংকল্প লোৱাৰ সিদ্ধান্ত হ'ল। এই দিনাখনৰ পৰাই আইন অমান্য আন্দোলন আৰম্ভ হোৱা বুলি ধৰা হ'ল আৰু এই দিনটোক স্বাধীনতা দিৱস বুলি ঘোষণা কৰা হ'ল।

স্বাধীনতাৰ সংকল্পটোত আন্দোলন আৰম্ভ কৰাৰ যুক্তি [illegible] ভাষাত ঘোষণা কৰা হৈছিল যে [illegible] দলে [illegible] উগ্ৰপন্থী গণতান্ত্ৰিক আৰু সমাজবাদী সকলোৰে সমানে [illegible] দিব পাৰিছিল।

আমি বিশ্বাস কৰোঁ যে বিকাশৰ সম্পূৰ্ণ সুযোগ লাভ কৰিবৰ বাবে ভাৰতীয় ৰাইজৰ বা যি কোনো ৰাইজৰে স্বাধীনতা পাবৰ [illegible] নিজৰ পৰিশ্ৰমৰ সুফল অৰ্জ্জন কৰি জীৱন ধাৰণৰ বাবে প্ৰয়োজনীয় [illegible] লাভ কৰিবলৈ কোনেও কাঢ়ি নিব নোৱাৰা জন্মস্বত্ব [illegible] আমি এইও বিশ্বাস কৰোঁ যে যদি কোনো চৰকাৰে ৰাইজক এই অধিকাৰৰ পৰা বঞ্চিত কৰে আৰু নিষ্পেষণ নীতি চলায়, তেন্তে [illegible] দিয়াৰ অধিকাৰ ৰাইজৰ আছে। ভাৰতত বৃটিছ চৰকাৰে ভাৰতীয় ৰাইজক অকল স্বাধীনতাৰ পৰাই বঞ্চিত কৰা নাই [illegible] জনসাধাৰণৰ শোষণৰ ভিত্তিত শাসন চলাইছে আৰু ভাৰতবৰ্ষক আৰ্থিক, ৰাজনৈতিক, সাংস্কৃতিক আৰু আধ্যাত্মিক ভাবে ধ্বংস কৰিছে। [illegible] ভাৰতবৰ্ষই বৃটিছৰ লগত সম্পৰ্ক ছেদ কৰিব লাগে [illegible] সম্পূৰ্ণ স্বাধীনতা লাভ কৰিব লাগে।

কিন্তু এই সংকল্প সকলো সম্প্ৰদায় বা দলৰ কাৰণে আকৰ্ষণীয় হোৱা বাবেই, তেতিয়াও থূলমূলভাৱে একমত নোহোৱা কিছুমান বিবদমান সমস্যা ইয়াত এৰি যোৱা হৈছিল। দেশৰ আৰ্থিক দুৰৱস্থাৰ মূলত, শ শ বছৰ ধৰি গাৱৰ কৃষকসকলে পোটভাত্তি কৰিব পৰাৰ আলম, প্ৰাচীন হস্তশিল্প আৰু কৃষিজাত সামগ্ৰীৰ উৎপাদন ব্যৱস্থাৰ ধ্বংস সাধন আৰু বৃটেইনলৈ নতুন ৰূপত দেশৰ সম্পদৰাজিৰ শোষণ বুলিও ইয়াত উল্লেখ কৰা হৈছিল। কিন্তু সাম্ৰাজ্যবাদী

বৈষম্যমূলক নীতিৰ ফলত সমানে দুৰ্ভোগ ভোগ কৰা আধুনিক উদ্যোগীকৰণৰ সমস্যাবলীৰ হ'লে কোনো উল্লেখ নাছিল, ৰাজনৈতিক ধ্বংসৰ মূলত 'শিক্ষা পদ্ধতি' বুলি কোৱা হৈছিল। ই সঁচাকৈয়ে বৰ অসম্পূৰ্ণ ব্যাখ্যা আছিল। সংকল্পটোত আধ্যাত্মিক ধ্বংসৰ কাৰণ হিচাপে বাধ্যতামূলকভাৱে নিৰস্ত্ৰীকৰণ, ভাৰতীয় সকলে অস্ত্ৰশস্ত্ৰ ৰখাৰ নিষেধাজ্ঞা আৰু এদল দখলকাৰী সৈন্যৰ উপস্থিতি আৰু তাৰ ফল স্বৰূপে আভ্যন্তৰীণ নিৰাপত্তাৰ কাৰণে বিদেশী সৈন্যৰ ওপৰত নিৰ্ভৰ কৰা মনোভাব বুলি কোৱা হৈছিল। এই সকলোৰে পৰা স্বাধীনতা আন্দোলনৰ এপাত অস্ত্ৰ হিচাপে গান্ধীবাদী অহিংস আইন অমান্য আন্দোলনৰ যুক্তিযুক্ততা, আপোনা আপুনি ওলাই পৰিছিল

> আমি স্বীকাৰ কৰোঁ যে স্বাধীনতালাভ কৰিবলৈ আটাইতকৈ কাৰ্যকৰী পন্থা হিংসাত্মক হব নোৱাৰে। সেই কাৰণে আমি যিমান পাৰোঁ সিমানে বৃটিছ চৰকাৰৰ লগত সকলো স্বেচ্ছাকৃত সম্পৰ্ক এৰি খাজনা নিদিয়াকৈ আইন অমান্য আন্দোলনৰ কাৰণে সাজু হ'ম। আমি যদি উচটনি পালেও হিংসাৰ আশ্ৰয় নোলোৱাকৈ, চৰকাৰক স্বেচ্ছাকৃত সাহায্য নকৰি খাজনা দিয়া বন্ধ কৰিব পাৰোঁ, তেনেহলে এই অমানবীয় শাসনৰ নিশ্চয় সামৰণি পৰিব।

ইয়াৰ পিচত এই সংকল্পত, পূৰ্ণ স্বৰাজ স্থাপন কৰিবলৈ সময়ে সময়ে কংগ্ৰেছৰ নিৰ্দ্দেশ অনুসৰণ কৰিবলৈ প্ৰতিজ্ঞাৰ এশাৰী কথা সন্নিবিষ্ট কৰা হৈছিল।

দেশক অভিভূত কৰা "চাৰি দফীয়া হাহাকাৰ"ৰ এই বিশ্লেষণত সমাজবাদী ভাবধাৰা প্ৰতিফলিত হোৱা নাছিল। কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে গ্ৰহণ কৰা পন্থা আছিল আবেদন জনাই বিদেশী শাসক সকলৰ মতি পৰিবৰ্তন কৰা। কিন্তু ইয়াৰ সাফল্য নিৰ্ভৰ কৰিছিল শাসক শ্ৰেণীৰ মনোবৃত্তিৰ ওপৰত।

এই সময়ত গান্ধীজীয়ে তেওঁৰ "ইয়ং ইণ্ডিয়া" কাকতত, লিখা এটা প্ৰবন্ধত এঘাৰ দফীয়া প্ৰশাসনিক সংস্কাৰৰ কথা উল্লেখ

কৰিছিল। গান্ধীজীয়ে বিশ্বাস কৰিছিল যে লৰ্ড আৰউইনে যদি এইবোৰ মানি লয়, আইন অমান্য আন্দোলনৰ আহ্বান উঠাই লব পৰা যাব। তেও তেতিয়াও কামৰ আঁচনি সম্পৰ্কে নিশ্চিত হব পৰা নাছিল। তেওতকৈ বহু বেছি নব্যবাদী মহান ভাবুকীয় কবি আৰু জাতীয়তাবাদী ৰবীন্দ্ৰনাথ ঠাকুৰে প্ৰশ্ন কৰাত গান্ধীজীয়ে উত্তৰ দিছিল

মই দিনে নিশাই উৎকটভাবে চিন্তা কৰি আছোঁ কিন্তু এন্ধাৰৰ পৰা কোনো পোহৰ ওলোৱা দেখা নাই।

অইন কি মাৰ্চ্চ মাহৰ ৬ তাৰিখেও তেও "এঘাৰ দফ"ত উল্লেখ কৰা অন্যায সমূহ তৎক্ষণাৎ আঁতৰাই পেলাব লাগে আৰু সেই নকৰিলে তেওঁ কৃষকসকলৰ বোধগম্য এক পন্থাৰে বৃটিছ আইন ভঙ্গ কৰিব লগীয়া হব বুলি আৰউইনলৈ চিঠি লিখিছিল। আত্মজীবনীত জওহৰলাল নেহৰুৱে এই সন্দৰ্ভত এনেকৈ মন্তব্য কৰিবলৈ বাধ্য হৈছে

যি স্থলত আমি স্বাধীনতা শব্দটোৰ কথা কৈছিলোঁ সেই সময়ত আমাৰ সামাজিক আৰু ৰাজনৈতিক সংস্কাৰ কিছুমানৰ এখন তালিকা প্ৰস্তুত কৰাৰ কি যুক্তি থাকিব পাৰে? গান্ধীজীয়ে এই শব্দটো ব্যৱহাৰ কৰা সময়ত আমি তাৰ যি অৰ্থ কৰিছিলোঁ, সেই একে অৰ্থকে কৰিছিল, নে নাই আমি বেলেগ ভাষা ব্যৱহাৰ কৰিছিলোঁ?

## লৱণ সত্যাগ্ৰহ

অবশেষত গান্ধীজীয়ে সিদ্ধান্ত লৈছিল। তেওঁ ৭৮ জন বছা বছা অনুগামীৰ লগত, ১৯৩০ চনৰ ১২ মাৰ্চ্চ তাৰিখে সবৰমতী আশ্ৰম এৰি, গুজৰাটৰ মাজেৰে ২০০ মাইল বাট গাঁৱে গাঁৱে খোজ কাঢ়ি সাগৰৰ পাৰৰ দাণ্ডীলৈ যাব। তাতে সাগৰৰ পানীৰ পৰা বেআইনীভাবে অথচ প্ৰকাশ্যভাবে লোণ তৈয়াৰ কৰি গান্ধী আৰু তেওঁৰ অনুগামী-সকলে আইন অমান্য কৰিব। গান্ধীজীয়ে যেতিয়া দাণ্ডী যাত্ৰা আৰম্ভ কৰিলে, গোটেই দেশতে এক জাতীয় চেতনাৰ বিজুলী প্ৰবাহ বৈ গ'ল।

হাতত এদাল লাঠিত ভৰ দি, ক্ষীণ আৰু কৃষকৰ নিচিনা কাযবিশিষ্ট গান্ধীজীযে যেতিযা যাত্ৰা আৰম্ভ কৰিলে, গাঁওবাসীসকলে, দৈনন্দিন জীবনৰ আটাইতকৈ প্ৰযোজনীয সামগ্ৰীৰ দৰ বঢাই কৰ ধাৰ্য্য কৰা আইনখন ভঙ্গ কৰিবলৈ আগবঢা এইজনা মহাত্মাক চাবলৈ দলে দলে ঢাপলি মেলিলে। স্বেচ্ছাসেবক সকলে দলে দলে আহি দাণ্ডীলৈ যাত্ৰা কৰা এই অহিংস সমদলত যোগ দিলে।

ভাৰতৰ সকলো ডাঙৰ নগৰবোৰত নিম্ন মধ্যবিত্ত শ্ৰেণীৰ মাজত এক উদ্দীপনাৰ সোঁত বৈ গ'ল। ইযাৰ চিন পোৱা গৈছিল আইন অমান্য আন্দোলনত মহিলা সকলৰ প্ৰবেশৰ ক্ষেত্ৰত। ৩০ এপ্ৰিল তাৰিখে 'ইয়ং ইণ্ডিযা" কাকতত গান্ধীজীযে ভাৰতীয নাৰীসকললৈ, যঁতৰত সূতা কাটিবলৈ আৰু ঘৰৰ পৰা ওলাই আহি বিদেশী বযবস্তু নাইবা মদ বিক্ৰী কৰা দোকান আৰু চৰকাৰী অনুষ্ঠানবোৰৰ সম্মুখত পিকেটিং কৰিবলৈ আবেদন জনালে। ইযাৰ আগতে মহিলা বুলি বলৈ, চি, আৰ, দাস আৰু মতিলাল নেহৰুৰ নিচিনা জাতীযতাবাদী নেতাসকলৰ পৰিযালবৰ্গৰ পৰা আৰু কেইগৰাকীমান কলেজীযা ছাত্ৰীযেহে মহানগৰ কেইখনত ৰাজহুৱা ৰাজনৈতিক প্ৰদৰ্শনত ভাগ লৈছিল। এতিযা পিচে বহুতো মহিলাই আন্দোলনত যোগদান কৰি কাৰাবৰণ কৰিলে। সেই কালত ৰক্ষণশীল বুলি খ্যাত দিল্লী নগৰীতেই ১৬০০ মহিলাক ৰাজনৈতিক কাৰ্য্যকলাপৰ কাৰণে কাৰাদণ্ড দিযা হৈছিল। বোম্বাইত মধ্যবিত্ত সম্প্ৰদাযৰ মহিলা সকলে দলে দলে আহি জাতীয আন্দোলনত অংশগ্ৰহণ কৰিছিল। আন কি বৃটিছ পৰ্য্যবেক্ষক সকলেও লিখিলে যে আইন অমান্য আন্দোলনে যদি একোকে সাধিবও পৰা নাই, তেনেহলেও ই ভাৰতীয নাৰীসকলৰ সামাজিক মুক্তিৰ ক্ষেত্ৰত অতি মহান বৰঙনি আগবঢালে। এই আন্দোলনৰ এইটো হ'ল এটা যোগাত্মক দিশ। এটা শতিকাৰ তিনি চতুৰ্থাংশ জুৰি সামাজিক সংস্কাৰ আন্দোলনে ভাৰতীয নাৰীৰ মুক্তিৰ কাৰণে যি কৰিব নোৱাৰিলে, কেই সপ্তাহমানৰ ভিতৰতে এই আন্দোলনে তাক সিদ্ধ কৰিছিল।

ইতিমধ্যে, ১৯৩০ চনৰ এপ্ৰিল আৰু মে মাহৰ গ্ৰীষ্মকালীন তাপৰ মাজতো সকলো শ্ৰেণীৰ স্বেচ্ছাসেবকসকলে লোণ আইন অমান্য কৰিছিল। গান্ধীজীয়ে সত্যাগ্ৰহ কৰি ধৰাসনৰ চৰকাৰী ভঁৰালত লোণ তৈয়াৰ কৰাৰ আগতেই তেওঁক গ্ৰেপ্তাৰ কৰা হৈছিল। বোম্বাইৰ জাতীয়তাবাদী মুছলমানসকলৰ বিশিষ্ট পৰিয়ালসম্ভূত আব্বাচ তৈয়বজীয়ে নেতা হিচাপে তেওঁৰ স্থান লৈছিল। তেওঁকো গ্ৰেপ্তাৰ কৰা হ'ল। ইয়াৰ পিচৰ নেতা গৰাকী আছিল জাতীয়তাবাদী অগ্নি কবি সৰোজিনী নাইডু। ২১ মেৰ দিনাখন ধৰাসনত অতি কষ্টেৰে উপস্থিত হোৱা ওৱেব মিলাৰ নামৰ আমেৰিকাবাসী সাংবাদিক এজনে গান্ধীজীৰ অহিংস অভিযানৰ বিষয়ে এনেদৰে বৰ্ণনা দিছে

"পদযাত্ৰা আৰম্ভ হোৱাৰ আগতে শ্ৰীমতী নাইডুৱে প্ৰাৰ্থনা কৰিবলৈ কলে আৰু সমবেত জনমণ্ডলীৰ সকলোৱে আঁঠু ললে। তেওঁ জনতাক সম্বোধন জনালে

"ভাৰতবৰ্ষৰ সন্মান আপোনাসবৰ হাতত আপোনালোকক কোবোৱা হব, কিন্তু আপোনালোকে বাধা দিব নালাগিব। আপোনা-লোকে আনকি আঘাতৰ বিৰুদ্ধে এখন হাতো দাঙিব নালাগিব।" এক—উল্লসিত নিনাদেৰে নাইডুৰ ভাষণৰ সমাপ্তি পৰিছিল।"

লাহে লাহে, মৌনভাবে সমদলটোৱে লোণৰ ভঁৰাল বোৰলৈ আধা মাইল জোৰা পদযাত্ৰা আৰম্ভ কৰিলে লোণৰ ভঁৰালবোৰৰ চাৰিওফালে পানীৰে ভৰি থকা গাত আছিল আৰু তাৰ দাঁতিত ৪০০ জন দেশীয় চুৰাট পুলিচে সেইবোৰক ৰক্ষা কৰি আছিল। ৬ জন বৃটিছ বিষয়াই তেওঁলোকক আদেশ দিছিল। পুলিচ সকলৰ হাতত ৫ ফুট দীঘল আগটো তীখাৰে মেৰোৱা লাঠি আছিল। কাঁইটীয়া তাৰেৰে আগুৰি ৰখা ভঁৰালবোৰৰ ভিতৰফালে ২৫ জন ৰাইফেলধাৰীক সুসজ্জিত কৰি ৰখা হৈছিল।

" সন্থহতে আৰোপ কৰা এখন চিঠি অনুসৰি পুলিচ বিষয়া-সকলে পদযাত্ৰী সকলক শোভাযাত্ৰা ভাঙিবলৈ আদেশ দিছিল।

এই বিধিত যি কোনো ঠাইত পাচজন লোকতকৈ সৰহ লোক গোট খোবাত বাধা দিয়া হৈছিল। এটা বাছকবনীয়া দলে মৌনভাবে সতৰ্কবাণীৰ আওকাণ কৰি আগবাঢ়ি গৈ থাকিল, বহু দেশীয় পুলিচে দৌৰি গৈ আগবাঢ়ি অহা পদযাত্ৰীসকলক আগচি ধৰিলে আৰু তীখা মেৰোবা লাঠিৰে উধাই মূধাই তেওলোকৰ মূৰত কোবাবলৈ ধৰিলে লাঠিৰ কোব প্ৰতিহত কৰিবলৈ এজনো পদযাত্ৰীয়ে এখন হাতো মুঠালে। মই অসহায় মূৰৰ খুলীবোৰৰ ওপৰত লাঠিৰ বেদনাদায়ক খটখটনি শুনিবলৈ পালোঁ। এই নৃশংসতাৰ দৰ্শকসকলে নিজৰ গাতে প্ৰতিটো কোব লগা যেন লগাত সহানুভূতিশীল হৈ উঠিল।

"দুই তিনি মিনিটৰ ভিতৰতে ঠাইডোখৰ কোবত বাগৰি পৰা মানুহবোৰেৰে ভৰি পৰিল। তেওলোকৰ বগা কাপোৰত তেজৰ দাগ বিয়পি গ'ল। যেতিয়া প্ৰথম দলটোৰ সকলোকে বগৰাই পেলোবা হ'ল, সাঙি লৈ অহা লোকবোৰে পুলিচৰ পৰা কোনো বাধা নোপোবাকৈ আহত সকলক দাঙি লৈ গ'ল

"আকৌ এটা দল গঠিত হ'ল। তেওলোকক নেতাসকলে আত্মসংযম ৰক্ষা কৰিবলৈ দঢ়াই দঢ়াই কলে। তেওলোকে যাত্ৰা আৰম্ভ কৰিলে এইবাৰ কোনো গীতৰ উৎসাহ নোহাবাকৈ, কোনো উল্লাসধ্বনি নোহোবাকৈ আৰু গভীৰ আঘাত নোপোবা বা মৃত্যু নোহোবাৰ কোনো সম্ভাবনা নোহোবাকৈ আগবাঢ়ি আহিল পুলিচে দৌৰি আগবাঢ়ি আহিল আৰু শৃঙ্খলাবদ্ধ আৰু যান্ত্ৰিকভাবে দ্বিতীয় দলটোকো কোবাই বগৰাই দিলে। মই একেসময়তে ১৮ জন আহতক কঢ়িযাই লৈ যোবা দেখিলোঁ। ৪২ জন তেতিয়াও তেজেৰে ৰাঙলী হৈ সাঙি লৈ অহা লোক নহালৈকে মাটিতে পৰি থাকিল।"

ইয়াৰ পিচত ভাগি যাবলৈ দিয়া আদেশ অমান্য কৰি মাটিতে বহি থকা জনতাৰ ওপৰত ভাৰতীয় পুলিচে কেনেদৰে জপিয়াই

পৰি কোবাই বগৰাই দিছিল তাৰ বিস্তাৰিত বিৱৰণ আছিল। মিলাৰৰ নিজ প্ৰতিক্ৰিয়া হৈছিল এনে ধৰণৰ

"মাজে মাজে কোনো বাধা নিদি বহি থকা লোকসকলক এমুৰৰ পৰা কোবাই তেজেৰে তুমকলী কৰা দৃশ্যই মোক ইমান অসহ্য কৰি পেলাইছিল যে মই গুচি আহিবলগীয়া হৈছিলোঁ, মই এক বৃজাব নোৱাৰা অসহায় ক্ৰোধ আৰু ঘৃণা অনুভৱ কৰিছিলোঁ৷

অহিংস দলবোৰ বহুসময়ত প্ৰায় ভাগি পৰিছিল। নেতাসকলে অতি উত্তেজিত লোকসকলক গান্ধীৰ উপদেশ সোঁৱৰাই বুজাব-লগীয়া হৈছিল। নিৰস্ত্ৰ জনতাই পুলিচৰ ওপৰত আক্ৰমণ কৰোঁ কৰোঁ হৈছিল গৈ। বৃটিছ পুলিচ অধ্যক্ষজনে ২৫ৰ ৰাইফেলধাৰী লোক সকলক এটা সৰু টিলাৰ ওপৰলৈ নি জনতাৰ ওপৰত গুলী বৰষিবলৈ সাজু হৈছিল। কিন্তু নেতাসকলে স্বেচ্ছাসেৱকসকলক বশীভূত কৰি ৰাখিব পাৰিলে।

পুৱা এঘাৰ বজাৰ লাগেলাগে সেই দিনাখন বৰ গৰম পৰিছিল। তাপমাত্ৰা ১১৬° ডিগ্ৰী ফাৰ্ণহিটলৈ উঠিল আৰু ফলত সেইদিনাৰ কাৰণে প্ৰদৰ্শন শেষ হৈছিল। ৩০০ জন লোক সেইদিনা আহত হৈছিল, দুজনৰ মৃত্যু হৈছিল আৰু আহত সকলক আলপৈচান ধৰিবলৈ মাথোন কেইজন মানহে জাতীয়তাবাদী ডাক্তৰ আছিল। যেতিয়া মিলাৰে বিশ্বৰ বাতৰি কাকতলৈ এই বাতৰি পঠিয়াবলৈ চেষ্টা কৰিলে কৰ্তৃপক্ষই পোনতে ইয়াক বন্ধ কৰিলে আৰু পিচত অংশবিশেষ কাটি চাই দিলে। বহুদিন পিচত যেনিবা মিলাৰে কিতাপৰ আকাৰত ইয়াক প্ৰকাশ কৰিল।

গান্ধীজাক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদ কৰি গোটেই ভাৰতত্তে প্ৰদৰ্শনৰ আয়োজন কৰা হৈছিল। বোম্বাইত লোণৰ ভঁৰাল থকা ভেণ্ডীবাজাৰ আৰু ওবাডালাত মাৰপিট হৈছিল কিন্তু ইউৰোপীয় সকলৰ আবাসস্থানৰ মাজেৰে যোৱা শোভাযাত্ৰাটো হ'লে সম্পূৰ্ণভাবে অহিংস আছিল। মাদ্ৰাজত পুলিচে যথেষ্ট ৰাইজক কোবাইছিল। বঙ্গদেশ, বিহাৰ আৰু উৰিষ্যাত বৃটেইনত তৈয়াৰী বস্ত্ৰৰ বৰ্জন অতি

উচ্চস্তৰ পাইছিল গৈ। উত্তৰ প্ৰদেশত কৃষক আৰু জমীদাৰ সকলক সকলো প্ৰকাৰৰ খাজনা আদায় বন্ধ কৰিবলৈ আহ্বান জনোবা হৈছিল আৰু অক্টোবৰ মাহৰ পৰা জমীদাৰ সকললৈ খাজনা সোধাবলৈ কৃষক সকলক মনা কৰা হৈছিল। মধ্য প্ৰদেশত বনজ সম্পদৰ ওপৰত কৰ লগোবাৰ বিৰুদ্ধে সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰা হৈছিল। কৰ্ণাটকত কৃতকাৰ্যতাৰে কৰ নিদিযা আন্দোলন চলোবা হৈছিল।

আন্দোলনৰ গতি সোনকালে বৃদ্ধি পালে আৰু দেশৰ চুকে কোণে ইযাৰ প্ৰসাৰ হ'ল। উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশৰ পশ্চিমৰ পৰ্ব্বতবোৰত পাঠান জনজাতীয লোক সকলে বৃটিছ শাসনৰ বিৰুদ্ধে সঘনে বিদ্ৰোহ কৰিছিল। ডেৰা ইস্মাইল খাঁ, পেশ্বোবাৰ, বান্ন আৰু কোহাটৰ নদী-উপত্যকাৰ অধিবাসীসকলে স্থানীয মুখিযাল সকলৰ তলত কৃষিক্ষেত্ৰত অপেক্ষাকৃতভাবে অধিক স্থাযী অবস্থাত বসবাস কৰিছিল।

পেশ্বোবাৰৰ ওচৰত উৎমনজাই গাঁবৰ মুখিযাল (প্ৰধান) সকলৰ এজন, খান আব্দুল গফফৰ খাঁই, প্ৰথম পাঠান শিক্ষা সমাজ খুলিছিল। ১৯১৯ চনত হিজৰত আৰু আফগান সকলৰ সপক্ষে হোবা আন্দোলনৰ সমৰ্থনত তেওঁৰ কাৰ্য্যকলাপৰ কাৰণে, তেওক জেলত বন্দী কৰি ৰখা হৈছিল আৰু তাৰ পিচত বহুদিন ধৰি প্ৰদেশখনৰ পৰা আঁতৰলৈ নিৰ্ব্বাসিত কৰা হৈছিল। ১৯২৯ চনৰ ঠিক আগে আগে তেওঁ উভটি আহিছিল। আধুনিক শিক্ষাৰ সা-সুবিধা পোবা তেওৰ ককাযেক ডক্টৰ খান চাহেবৰ সৈতে গফফৰ খাঁই গান্ধীবাদী অহিংস আন্দোলনৰ সমৰ্থনত বহুতো পাঠানক সংগঠিত কৰিছিল। চৰিত্ৰবল আৰু দৃঢতাৰ কাৰণে বিখ্যাত আব্দুল গফফৰ খাঁ 'সীমান্ত গান্ধী' বুলি জনাজাত হ'ল। তেওঁ পোন প্ৰথমতে পাঠান জিৰ্গা নাইবা জনজাতীয পৰিষদৰ এটা জাতীযতাবাদী শাখা সংগঠিত কৰিলে। কংগ্ৰেছ স্বেচ্ছাসেবক সকলৰ গোটবোৰৰ দৰে একে ধৰণৰ এই শাখাক খুদাই খিদমৎগাৰ, অৰ্থাৎ ঈশ্বৰৰ সেবক

বুলি কোৱা হৈছিল। তেওঁলোকে পিন্ধা সাজপাৰৰ কাৰণে ৰাইজৰ মাজত "ৰেড চার্ট" অর্থাৎ "লাল কুৰ্ত্তা" বুলি জনাজাত হৈছিল। তেওঁলোকে পাঠানসকলৰ আঞ্চলিক জাতীয়তাবাদী ঐক্যৰ বাবে হস্তশিল্প কর্মীসকলৰ দুৰবস্থা আৰু সাম্রাজ্যবাদৰ বিৰুদ্ধে আন্দোলনৰ কাৰণে আহ্বান জনাইছিল। তেওঁলোকে দুখীয়া খেতিয়ক ৰাইজ আৰু নগৰৰ হস্তশিল্প কর্মী উভয় শ্রেণীৰ সাধাৰণ ৰাইজৰ সমর্থন লাভ কৰিছিল। ১৯৩০ চনত খুদাই খিদমৎগাৰসকলৰ সংখ্যা ৮০,০০০ হৈছিল গৈ। আব্দুল গফফৰ খাঁই তেওঁৰ অনুগামী সকলৰ উগ্ৰ ক্রোধ নিয়ন্ত্রণ কৰিবলৈ গান্ধীবাদী নেতাসকলে দেশৰ অইন অঞ্চলত পোৱাতকৈ অধিক টান পাইছিল।

পেশ্বোৱাৰত ২০ এপ্রিলৰ দিনা "ঈদ" উৎসৱ উপলক্ষ্যে এক বিৰাট সংখ্যক দুখীয়া খেতিয়ক ৰাইজৰ সমাগম হোৱাত, আইন অমান্য আন্দোলন আৰম্ভ কৰাৰ কথা আছিল। ভেয়ামত অস্থায়ী কাম কৰাৰ পিচত শীঘ্রে ঘৰলৈ উভটি যাবলৈ বৈ থকা বহুতো সামান্তবাসায়ে উৎসৱত অংশগ্রহণ কৰিবলে সিদিনা পেশ্বোৱাৰত উপস্থিত আছিল। যেতিয়া স্থানীয় কংগ্রেছী লোকক গ্রেপ্তাৰ কৰা হ'ল, নগৰৰ জনতাই প্রতিবাদ কৰি উঠিল আৰু পুলিচৰ হাতৰ পৰা তেওঁলোকক মুক্ত কৰিবলৈ চেষ্টা কৰিলে। জনজাতীয় লোকসকলেও যোগ দিলে। অৱস্থা উত্তপ্ত হৈ পৰিল আৰু দুয়ো পক্ষৰ পৰা গুলীয়া গুলী চলিল। এক জনবিদ্রোহ আৰম্ভ হ'ল। পেশ্বোৱাৰ বিদ্রোহ দমাবলৈ বুলি পঠিওৱা বৃটিছৰ অস্ত্র সজ্জিত গাড়ীবোৰৰ বিপক্ষে অৱৰোধ সজা হ'ল। চৰকাৰী বিষয়া আৰু নগৰৰ উচ্চ শ্রেণীৰ লোক সকলে সেনানিবাসত আশ্রয় ললে। ইতিমধ্যে, উগ্ৰ শিখ সংস্কাৰক আৰু জাতীয়তাবাদী আকালী সকলে সৈন্যবাহিনীৰ ভাৰতীয় সৈনিক সকলৰ মাজত বিদ্রোহৰ উচটনি দি আছিল। যেতিয়া "ৰয়েল গাড়ওৱাল ৰাইফলচ"ৰ অভিজ্ঞ পৰ্ব্বতীয়া সৈন্যসকলৰ দুটা "প্লেটুন"ক জনতাৰ ওপৰত গুলীয়াবলৈ আদেশ দিয়া হ'ল, তেওঁলোকে চন্দ্ৰ সিং গাড়ওৱালী বুলি এজন সহকর্মীৰ আবেদনৰ

প্ৰতি সহাঁৰি দি গুলী চলাবলৈ অমান্তি হ'ল আৰু মুছলমান পাঠান ভ্ৰাতৃসকলৰ লগত দল বান্ধিলে। এয়া আছিল “বিভেদ কৰি শাসন কৰা” বৃটিছ নীতিৰ দুৰ্ব্বলতাৰ এটা দৃষ্টান্ত। যদি শোষিত জন-সাধাৰণক ঐক্যবদ্ধ হৈ থাকিবলৈ আগতে শিক্ষা দিব পৰা যায়, তেনেহলে বৃটিছৰ এই নীতি সফল হব নোবাৰে।

সেনা নিবাসৰ পৰা আহি বৃটিছ সৈন্যবাহিনীযে গাডওবালী প্লেটুন-বোৰক আগুৰি ধৰিলে আৰু পিচত সৈনিক আদালতত তেঁওলোকৰ বিচাৰ হ'ল। তেওলোকৰ কেইজনমান নেতাক বিদ্ৰোহ কৰা কাৰণে ফাঁচী দিয়া হৈছিল। ইয়াৰ আগতে অবশ্যে মে মাহত আফ্ৰিদী আৰু মহামন্দ জনজাতীয় লোকে বিদ্ৰোহ কৰিছিল আৰু নগৰৰ বিদ্ৰোহত যোগ দিবলৈ পেশ্বোবাৰলৈ যাত্ৰা কৰিছিল। পঞ্জাবত, বিশেষকৈ আকালীসকলে, স্থানীয় উত্তেজনাকাৰীসকলক সহায় কৰিবলৈ এটা দল পঠিয়াই পেশ্বোবাৰৰ বিদ্ৰোহৰ প্ৰতি ঐক্যতা দেখুবাইছিল। এই দলটোক ঝিলাম নদীৰ পাৰত বৃটিছ সেনা-বাহিনীযে আটক কৰি থৈছিল। শেহত বৃটিছ সৈন্যৰ এক শাস্তি দিবৰ উদ্দেশ্যে কৰা অভিযানে উত্তৰ পশ্চিম সীমান্ত প্ৰদেশত সোমাই জনজাতীয়সকলক খেদি পৰ্ব্বতলৈ ঘূৰাই পঠিযালে।

পূৰ্ব্ব বঙ্গৰ চট্টগ্ৰাম বন্দৰত অভিজ্ঞ সন্ত্ৰাসবাদী সূৰ্য্য সেনৰ নেতৃত্বত নিম্ন মধ্যবিত্তশ্ৰেণীৰ যুবকসকলে সশস্ত্ৰ বিদ্ৰোহ কৰিবলৈ এক প্ৰচেষ্টা চলাইছিল। এওলোকে পূৰ্ব্ববঙ্গত অবস্থিত বৃটিছ অস্ত্ৰাগাৰবোৰৰ ওপৰত একে সময়তে আক্ৰমণ কৰাৰ পৰিকল্পনা কৰিছিল।

সূৰ্য সেন সেনাপতি, স্থানীয় কংগ্ৰেছী অম্বিকা চক্ৰবৰ্ত্তী, লোকনাথ বল আৰু পিচত লেখতলবলগীয়া কমিউনিষ্ট হিচাপে পৰিগণিত হোৱা গণেশ ঘোষে স্থানীয় কলেজ আৰু স্কুলৰ ছাত্ৰসকলক একগোট খুবাইছিল। এই ছাত্ৰছাত্ৰীসকলৰ ভিতৰত আনন্দ গুপ্ত আৰু টেগ্ৰা (টাইগাৰ অৰ্থাৎ বাঘ) বলৰ নিচিনা কমবয়সীয়া লৰা, আৰু কল্পনা দত্ত আৰু প্ৰীতিলতা ওবাদ্দাৰৰ নিচিনা সাহসী যুবতীও আছিল।

ভাৰতীয় গণতান্ত্ৰিক সৈন্যবাহিনীৰ চিটাগঙ্গ (চট্টগ্ৰাম) শাখাৰ

নামত সূৰ্য সেনে উলিওৱা এখন ইস্তাহাৰত ভাৰতবাসীক বৃটিছ শাসনৰ বিৰুদ্ধে মূৰ দাঙি উঠি যুদ্ধ কৰিবলৈ কোৱা হৈছিল। একে নিশাতেই চট্টগ্ৰামৰ চাৰিটা কেন্দ্ৰত তেও আৰু তেওঁৰ অনুগামীসকলে ইউৰোপীয় সকলক আক্ৰমণ কৰিবলৈ যাত্ৰা কৰিলে। পুলিচ অস্ত্ৰাগাৰটো পঞ্চাছজন যুৱকে লুট কৰিছিল। এওঁলোকে বৃটিছ ভাৰতীয় সৈন্যবাহিনীৰ সাজ পাৰ পিন্ধি ছদ্মবেশ ধাৰণ কৰি এই কাম কৰিছিল। এই ঘটনাক "চট্টগ্ৰাম অস্ত্ৰাগাৰ লুণ্ঠন' বুলি কোৱা হয়।

কিন্তু বৰ লৰালৰি কৰাৰ কাৰণে লুণ্ঠনকাৰীসকলে তেওঁলোকে হস্তগত কৰা "লুই গান" নামৰ বন্দুক আৰু ৰাইফল বোৰৰ কাৰণে উপযোগী গুলীবোৰ লব নোৱাৰিলে। পুলিচৰ ডেপুটি ইনস্পেক্টৰ জেনেৰেলৰ নেতৃত্বত এটা সৰু আৰু দুৰ্ব্বলভাৱে সজ্জিত চৰকাৰী বাহিনীয়ে তেওলোকক আক্ৰমণ কৰি নগৰৰ পৰা চিটাগঙৰ সিফালৰ পৰ্ব্বতবোৰলৈ পলাই যাবলৈ বাধ্য কৰিলে। ২ মেৰ দিনাখন এটা বৃটিছ ৰেজিমেণ্টে ( সৈন্যদলে ) ৫৭ জন বিপ্লবীক জালালাবাদ পৰ্ব্বতৰ ওপৰত চাৰিওফালৰ পৰা আগুৰি ধৰিলে। বিপ্লবীসকলৰ কেইজন-মানে তেনে অবস্থাতো পলাই সাৰি পৰিলা যুদ্ধ চলাই যাবলৈ সক্ষম হৈছিল। তাৰ আগতে ৬৪ জন বৃটিছ সৈন্য নিহত হৈছিল। বিপ্লবীসকলৰ ভিতৰত কনিষ্ঠতম টেগ্ৰা বল, প্ৰথম কেইটামান গুলীৰ আঘাততে গুৰুতৰভাৱে আহত হ'ল। মৃত্যুৰ আগতে লোকনাথলৈ তেওঁ শেষ বাণী দিলে "মই যাওঁ দৈ, তোমালোকে শেষলৈকে যুদ্ধ কৰিবা।"

ইয়াৰ পিচত বিপ্লবী সন্ত্ৰাসবাদ বঙ্গদেশত বিয়পি পৰিল। আগষ্ট মাহত ঢাকাৰ মিংফোৰ্ড মেডিকেল স্কুলৰ বিনয় বসু নামৰ এজন ছাত্ৰই এজন উচ্চপদস্থ বৃটিছ পুলিচ বিষয়াক ঢাকাতেই গুলীয়াই মাৰি পলাই সাৰিল। ডিচেম্বৰ মাহত বাদল আৰু দীনেশ এই দুজন বিপ্লবীয়ে কলিকতাৰ ডেলহাউচী স্কোৱাৰত অবস্থিত চৰকাৰী সদৰ কাৰ্য্যালয় থকা "ৰাইটাচ বিল্ডিঙত" প্ৰবেশ কৰিলে। তেওঁলোকে জেলসমূহৰ ইনস্পেক্টৰ জেনেৰেল গবাকীক নিজৰ অফিচ কোঠাতেই

গুলীযাই, পলাই যাওতে বাটত বৃটিছ অফিচাৰ দেখিলেই গুলীয়াই গ'ল। ধৰা পৰাতকৈ শ্ৰেয় বুলি ভাবি বাদলে চায়েনাইড খাই মৃত্যুবৰণ কৰিলে। বিনয় আৰু দীনেশে নিজৰ গাত গুলীযালে। কেইদিনমানৰ ভিতৰত বিনয় বসুৰ মৃত্যু হ'ল কিন্তু দীনেশ আৰোগ্য হ'ল। তেওঁক তেতিয়া বিচাৰ কৰি ডিঙিত চিপজৰী দি মৰা হ'ল।

উত্তৰ ভাৰতত প্ৰবীণ অভিজ্ঞ চন্দ্ৰশেখৰ আজাদে সন্ত্ৰাসবাদক জীয়াই ৰাখিছিল। পুলিচে তেওঁৰ সহযোগীসকলক ধৰা পেলালে আৰু তেওঁৰ অস্ত্ৰ সৰবৰাহৰ গোপন উৎসবো উহ পালে। চন্দ্ৰশেখৰ আজাদ কিন্তু ধৰা নপৰিল। ১৯৩১ চনৰ ফেব্ৰুবাৰী মাহত তেওঁক বিশ্বাসঘাটকতা কৰি পুলিচত খবৰ দিয়া হ'ল। শেহলৈকে যুজি এলাহাবাদৰ আলফ্ৰেড পাৰ্কত চন্দ্ৰশেখৰ আজাদে গুলীত থকা সৰকা হৈ প্ৰাণ এৰিলে। ইযাৰ আগতে ১৯৩০ চনত চৰকাৰে লাহোৰ ষড়যন্ত্ৰকাৰী মোকৰ্দ্দমা অধ্যাদেশৰ বলত কিছুমান আইনক চেৰাই যোৱা ক্ষমতা হাতত লৈছিল। এনে ক্ষমতাৰ সহায়ত তেওঁলোকে সাধাৰণ সাক্ষী লোৱা নিয়ম নোহোৱাকৈ আৰু ৰায়ৰ বিৰুদ্ধে উচ্চ আদালতত আবেদনৰ অধিকাৰ নিদিয়াকৈয়ে ভগৎ সিং আৰু তেওঁৰ সহকৰ্মী সকলৰ বিচাৰ কৰিলে। ৭ অক্টোবৰৰ দিনাখন ভগৎ সিং, সুখদেব আৰু ৰাজগুৰুক মৃত্যু দণ্ডত দণ্ডিত কৰা হ'ল আৰু আনসকলক যাবজ্জীৱন কাৰাদণ্ড বিহা হ'ল। এওঁলোকৰ বহুতকে আন্দামানৰ পোৰ্টব্লেয়াৰত থকা নিৰ্জ্জন কাৰাগাৰত থোৱা হৈছিল। এনে বিপ্লববাদী সন্ত্ৰাসমূলক আক্ৰমণবোৰে পূৰ্ব্ববঙ্গ আৰু উত্তৰ প্ৰদেশৰ নিম্ন মধ্যবিত্ত শ্ৰেণীৰ যুবকসকলৰ স্বদেশ প্ৰেমৰ অনুৰাগক প্ৰতিফলিত কৰে। জাতীয়তাবাদী আন্দোলনৰ গতানুগতিক পথেৰে এই অনুৰাগ প্ৰকাশ পোৱা টান হৈছিল। গান্ধীৰ অহিংস দৰ্শনে এওঁলোকক আকৃষ্ট কৰিব পৰা নাছিল। সেয়েহে তেওঁলোকে সন্ত্ৰাসবাদৰ ফালে ঢাল খাইছিল। হিংসাত্মক কাৰ্যকলাপবোৰৰ মাজেৰে তেওঁলোকে নিজৰ ধ্বংস মাতি আনিছিল। এনে কাৰ্য্যত অংশগ্ৰহণ কৰা লৰা ছোৱালীবোৰৰ অসীম সাহসিকতা সত্বেও,

পুলিচ আৰু চৰকাৰৰ সৈন্যবলৰ আগত, তেওঁলোক বিফল হোৱা নিশ্চিত আছিল। বৃটিছসকলৰ মাজত কোনো প্ৰকৃত ত্ৰাসৰ সঞ্চাৰ হোৱা নাছিল বৰং তেওঁলোকে বিপ্লবী সন্ত্ৰাসবাদীসকলক ধ্বংস কৰি একেবাৰে নিৰ্মূল কৰিবলৈ ভয়ঙ্কৰভাৱে দৃঢ় প্ৰতিজ্ঞহে হৈছিল। ইয়াৰ এটা কাৰণ হ'ল সন্ত্ৰাসবাদীৰ আক্ৰমণৰ লগে লগে জনসাধাৰণৰ ফালৰ পৰা কোনো সহানুভূতিমূলক আন্দোলন হোৱা নাছিল। সাধাৰণ ৰাইজে হিংসাত্মক বিপ্লৱ আনিবলে নাইবা তেনে বিপ্লৱত অংশগ্ৰহণ কৰিবলৈ তেতিয়াও সাজু হোৱা নাছিল, কাৰণ তেওঁ-লোকক বিপ্লবীসকলে ৰাজনৈতিক শিক্ষা দিয়া নাছিল আৰু সংগঠনো কৰা নাছিল।

দক্ষিণ মহাৰাষ্ট্ৰৰ কপাহ খেতি কৰা জিলাবোৰৰ শ্বোলাপুৰ নগৰত শ্ৰমিক সকলৰ মাজত আৰু এটা গণ আন্দোলনৰ অভ্যুদয় হৈছিল। ইয়াতে মে মাহত, স্থানীয় কংগ্ৰেছ কমিটিয়ে স্থাপন কৰা "যুদ্ধ পৰিষদ"এ আইন অমান্য সূচনা কৰিছিল। শ্বোলাপুৰ নগৰত জাতীয় পতাকা উত্তোলন কৰা হ'ল আৰু পুলিচ আৰু অন্যান্য বৃটিছ শাসনৰ প্ৰতি অনুগত চৰকাৰী বিষয়াসকলে ৰেল ষ্টেচনত আশ্ৰয় ল'লে।

বৃটিছ প্ৰশাসনে শ্বোলাপুৰৰ পৰা কোনো বাতৰি বাহিৰলৈ অহা একেবাৰে বন্ধ কৰি পেলালে। ১০০০ বৃটিছ সৈন্যক এই গণ আন্দোলন দমন কৰিবলৈ পঠিওৱা হৈছিল। বিপ্লবী সকলৰ বহুতো'ক ফাঁচী নাইবা কাৰাদণ্ড দিয়া হ'ল।

এনেবোৰ বিপ্লববাদী কাৰ্য্যৰ লগে লগে বহুতো কৃষক আন্দোলনৰো সূত্ৰপাত হৈছিল। ১৯৩০ চনৰ খাজনা নিদিয়া অভিযানৰ পৰা এনেবোৰ আন্দোলনৰ জন্ম হলেও, এইবোৰৰ মূল কাৰণ আছিল জমীদাৰ আৰু মাটিৰ মালিক সকলৰ দ্বাৰা কৃষকসকলৰ শোষণ।

ইতিমধ্যে বিশ্বৰ পুঁজিবাদী সঙ্কটৰ কাৰণে কৃষিজাত দ্ৰব্যৰ আন্ত-ৰাষ্ট্ৰীয় বজাৰৰ মূল্য হ্ৰাস পাইছিল। বয়বস্তু বিক্ৰি কৰি কৃষকসকলে পোৱা লাভৰ অংশ কমি অহাৰ লগে লগে, তেওঁলোকে মাটিৰ

মালিক সকলক ভাড়া হিচাপে আৰু চৰকাৰক মাটিৰ খাজনা আৰু অন্যান্য কৰ সোধাবলৈ ক্ৰমান্বয়ে অপাৰগ হৈ আহিছিল।

১৯৩০ চনৰ মাৰ্চ্চ মাহত উত্তৰ প্ৰদেশ কংগ্ৰেছ কমিটি (ইয়াৰ সভাপতি আছিল জওহৰলাল নেহৰু) যে এখন জাতীয় আঁচনিৰ প্ৰস্তাব গ্ৰহণ কৰিলে। এই আঁচনিত মাটিৰ খাজনা কমোৱা, দীৰ্ঘ-কালীন সকলো ধৰণৰ ঋণৰ আদায় বন্ধ কৰা, মাথোন আংশিকভাবে মাটিৰ মালিকক ক্ষতিপূৰণ দিয়া আৰু মালিকসকলে ৰায়তক যধেমধে উচ্ছেদ কৰা ক্ষমতাৰ হ্ৰাস-আদি ব্যৱস্থা অন্তৰ্ভুক্ত কৰা হৈছিল। কংগ্ৰেছ কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে মাটিৰ মালিক আৰু কৃষক উভয়কে সন্তোষ দিব পৰা, এই আঁচনিৰ প্ৰথম দাবীটোকহে গ্ৰহণ কৰিছিল, আন দফা কেইটা গ্ৰহণ কৰা নাছিল।

এলাহাবাদ জিলাৰ অবধত, খাজনা-নিদিয়া আন্দোলন আৰম্ভ কৰা হৈছিল। ইয়াত এম, এন, ৰয় আৰু তেওঁৰ অনুচৰ সকলেও কংগ্ৰেছত যোগদান কৰি গাঁওবোৰত সমাজবাদী ভাবধাৰা বিস্তাৰ কৰিবলৈ লৈছিল। পূৰ্ব্ববঙ্গৰ অকল মৰাপাট খেতি হোৱা কিশোৰগঞ্জ অঞ্চলত, বিশ্বৰ পুঁজিবাদী অৰ্থনৈতিক সঙ্কটৰ ফলস্বৰূপে মৰাপাটৰ দাম গোটেই পৃথিৱীৰ বজাৰতে কমি যোৱা কাৰণে মৰাপাট খেতি কৰা সকলো খেতিয়কৰে অতি দুৰৱস্থা হ'ল। তেওঁলোকে খাজনা দিয়া বন্ধ কৰিলে আৰু কলিকতাৰ শ্ৰমিকসকলৰ পৰা সহানুভূতি আৰু সমৰ্থন লাভ কৰিলে। কৃষক আন্দোলন সমূলি নিৰ্মূল কৰিবলৈ কিশোৰগঞ্জলৈ সৈন্যবাহিনী পঠিওৱা হ'ল। বেৰাৰৰ বুলডানা জিলাত ডিচেম্বৰ মাহত খেতিয়কসকলে বেপাৰী আৰু ঋণদাৰ মহাজনবোৰৰ নিৰ্ম্মম ব্যৱহাৰত অতি উত্তেজিত হৈ পৰিছিল। এই বেপাৰী আৰু ঋণদাৰ মহাজন সকলে বুলডানাৰ খেতিয়কসকলে প্ৰধানকৈ উৎপাদন কৰা ফচলৰ সমুদায় কপাহখিনি কিনি লৈছিল। স্থানীয় মাটিৰ মালিকসকলে ৰায়ত আৰু কৃষক-বন্ধুৱাসকলৰ ওপৰত কৰা শোষণৰ মাত্ৰা চৰি গৈছিল। এইবোৰ কাৰণত বুলডানাৰ শ্ৰমিক আৰু খেতিয়কসকলে, কৰ, খাজনা আৰু সুদ আদায়

নকৰিবলৈ আহ্বান জনাই এখন কৃষক ইউনিয়ন গঠন কৰিলে। সংগঠিত কৃষক স্বেচ্ছাসেবক সকলে বৃটিছ কৰ-আদাযকাৰী চাকৰিয়ালসকলক প্ৰতিৰোধ কৰিলে, আৰু গাঁৱে গাঁৱে ঢোল কোবাই, মাটিৰ মালিক আৰু ঋণদাৰ মহাজনসকলৰ সম্পত্তি আৰু ফচল বাজেযাপ্ত কৰি শোভাযাত্ৰা কৰি ফুৰিলে এওঁলোকৰ কিছুমানৰ ঘৰত অগ্নি সংযোগো কৰা হৈছিল। এই কামত বিভিন্ন জাতি হিন্দু, মুছলমান নিৰ্ব্বিশেষে সকলোৱে মিলিত হৈছিল আৰু এয়া সঁচাকৈয়ে আছিল দুখীয়া গাঁৱলীয়া ৰাইজৰ আন্দোলন। বুলডানালৈও আকৌ পুলিচ বাহিনীক নতুন শক্তি যোগাবলে আৰু আন্দোলন নিৰ্মূল কৰিবলৈ সৈন্যবাহিনী পঠিয়াবলগীয়া হল। এনে ধৰণৰ কৃষক বিদ্ৰোহবোৰে অবশ্যে গান্ধীৰ দাণ্ডী পদযাত্ৰাই যেনেদৰে সকলোৰে দৃষ্টি আকৰ্ষণ কৰিছিল তেনে ধৰণে বিশ্বৰ ৰাইজ নালাগে আন কি ভাৰতবাসীৰো দৃষ্টি আকৰ্ষণ কৰিব পৰা নাছিল। কিন্তু এইবোৰ আন্দোলনৰ পৰাই সৰ্বভাৰতীয় কিষাণ সভাৰ প্ৰথম উৎপত্তি হৈছিল। পিচত এই কিষাণ সভাই খেতিয়ক ৰাইজক তেওঁলোকৰ শোষিত আৰু নিষ্পেষিত দুৰবস্থাৰ গুৰিত যে সাম্ৰাজ্যবাদহে, সেই চেতনাৰে অনুপ্ৰাণিত কৰিছিল। উগ্ৰপন্থী খেতিয়ক সকলে নিজৰ শ্ৰেণীৰ কাৰণে যুদ্ধ কৰাৰ লগতে গাঁও অঞ্চলত কাম কৰা নগৰৰ সাহসী বিপ্লবীসকলৰ প্ৰতি সহানুভূতিসম্পন্ন আছিল। এইদৰে আমি দেখিবলৈ পাওঁ যে ১৯৩০ চনৰ পৰা আইন অমান্য আন্দোলনৰ যি গণ আন্দোলনৰ ধাৰা বৈ আহিছিল তাত বিভিন্ন শ্ৰেণীৰ চেকা আছিল। এই সকলোবোৰ আন্দোলন গান্ধীৰ অহিংস নীতি অনুসৰি হোৱা নাছিল।

## চৰকাৰৰ প্ৰতিক্ৰিয়া

গণ আন্দোলন বোৰে হিংসাৰকালে ঢাল লোৱাৰ আগতেও চৰকাৰৰ প্ৰতিক্ৰিয়া মুঠেই বুজাপৰা বিধৰ নাছিল। আগতে পূৰ্ব্ববঙ্গত

জিলাৰ ভাৰপ্ৰাপ্ত বিষয়া হৈ থাকোঁতেই অত্যাচাৰৰ কাৰণে কুখ্যাত, আৰু সেই সময়ত দিল্লীত স্বৰাষ্ট্ৰ সচিব হিচাপে কাম কৰা ইমার্টন নামৰ এগৰাকী আই, চি, এচ বিষয়াই আইন অমান্য আন্দোলনক তীব্ৰভাবে দমন কৰিছিল। এপ্ৰিলৰ শেহৰ ফালে, বাতৰি কাকত (আৰু ছপাখানা)ৰ পৰা জমানৎ দাবী কৰি আৰু কংগ্ৰেছ অনুষ্ঠানক বেআইনী বুলি ঘোষণা কৰি এখন অধ্যাদেশ জাৰি কৰা হ'ল। এই অধ্যাদেশৰ দ্বাৰা চৰকাৰক কংগ্ৰেছ অনুষ্ঠানৰ সা-সম্পত্তি বাজেযাপ্ত কৰিবলৈ কৰ্তৃত্বও দিয়া হৈছিল। যিসকলে আইন অমান্য কৰিলে তেওঁলোকক দলে দলে গ্ৰেপ্তাৰ কৰা হ'ল আৰু মে মাহৰ আগভাগত কংগ্ৰেছ নেতাসকলক জেলত সুমুৱাই থোৱা হ'ল। তাৰ পিচত কংগ্ৰেছৰ বিভিন্ন শ্ৰেণীৰ সংগঠকসকলৰ আৰু কংগ্ৰেছৰ প্ৰতি সহানুভূতিসম্পন্ন সকলৰ ওপৰত এক ভয়াবহ অত্যাচাৰৰ শাসন চলিল।

চৰকাৰে এক আতঙ্কৰ শাসন চলোৱা বুলি বিভিন্ন ৰাইজে কৰা অভিযোগৰ অনুসন্ধানৰ কাৰণে কংগ্ৰেছে এখন অনা-চৰকাৰী আয়োগ নিযুক্ত কৰিলে। আয়োগৰ সিদ্ধান্ত "দি কংগ্ৰেছ ইনডিক্টমেণ্ট" ('কংগ্ৰেছৰ গৰিহনা') নামেৰে প্ৰকাশিত হ'ল আৰু ইয়াত ভাৰতৰ বিভিন্ন অঞ্চলত চৰকাৰী অত্যাচাৰৰ উদাহৰণ দাঙি ধৰা হ'ল। এনে ধৰণৰ ঘটনা সাধাৰণ আছিল নগৰবোৰত, জনতাৰ আন্দোলন হোৱাৰ পিচতে পুৰুষ বা নাৰী নিৰ্বিশেষে, বাটৰুৱাৰ ওপৰত বৃটিছ সেনাই কৰা বৰ্বৰ অত্যাচাৰ, পোন প্ৰথমবাৰৰ বাবে মাদ্ৰাজত আমি এনে এটা ব্যৱহাৰৰ দৃষ্টান্ত পাওঁ, পিচলৈ অৱশ্যে গোটেই ভাৰততে এনে ঘটনা হৈছিল।

পুলিচে বেআইনীভাৱে সমাবেশ হোৱা ৰাইজৰ অপৰাধ বিচাৰ কৰিবলৈ এক নতুন পথ ললে। তেওঁলোকে বিভিন্ন কেন্দ্ৰৰ পৰা পিকেটিং কৰি থকা কিছু সংখ্যক লোকক সংগ্ৰহ কৰি, লৰীত ভৰাই, নগৰৰ পৰা বহুদূৰলৈ নি টকা পইচা নোহোৱাকৈ এই লোকসকলক নিজৰ বাট নিজে উলিয়াবলৈ এৰি দিলে।

কৰ্ণাটকৰ আঙ্কোলা আৰু চিদ্দাৰপুৰ তালুকত, ১০০০ জন লোক সংখ্যাৰে ৩৩০টা পৰিয়ালৰ মাটি বাজেযাপ্ত কৰা হৈছিল, ১৬৬টা ঘৰৰ মালিকীস্বত্ব বাতিল আৰু স্থাবৰ সম্পত্তি ক্ৰোক দিয়া হৈছিল। শাস্তি পোৱা মানুহবোৰ সাধাৰণতে বৰ দুখীয়া আছিল আৰু তেওঁলোকৰ মূলধন অতি সীমিত আছিল। চিদ্দাৰপুৰত যি সকলে সম্পত্তি ক্ৰোক কৰাৰ পিচত নীলামত দিয়াত ডাকত কিনি লৈছিল, তেওঁলোকৰ দুৱাৰ মুখত ৩৭ গৰাকী মহিলা সত্যাগ্ৰহী হৈ উপবাস কৰিলে। কিন্তু তেতিয়াও যে এনে সম্পত্তি কিনি লবলে মানুহ সাজু আছিল সেই কথাই ইয়াকে দেখুৱায় যে গান্ধীবাদী দৰ্শন তেতিয়াও গোটেই দেশে মানি লোৱা নাছিল।

বঙ্গদেশত গুলী আৰু লাঠিচালন ঘটি থকা ঘটনা আছিল। পুলিচে কলিকতা বিশ্ববিদ্যালয়ৰ চৌহদত সোমাই নিৰ্মমভাৱে শ্ৰেণীত পঢ়ি থকা নিৰপৰাধ ছাত্ৰছাত্ৰীসকলক কোবাইছিল। গুজৰাটত কৃষকসকলে সীমা পাৰ হৈ বৰোদা ৰাজ্যলৈ (দেশীয় ৰাজ্য) উঠি যাবলৈ ধৰিছিল। এই আচৰিত প্ৰব্ৰজনৰ বিষয় প্ৰতিবেদন এখনত ভাৰতবাসীৰ এজন ইংৰাজ বন্ধু এইচ. এন. ব্ৰেইলচফোৰ্ডে লিখিছিল

"কিছুমানে লগত লৈ যাবলৈ সময় নোহোৱাত ভাল ফচল পুৰি পেলাইছিল। তেওঁলোকে বেৰত কঠ আৰু ছালৰ বাবাণ তালপাত জুৰি অস্থায়ী আশ্ৰয় সাজি লৈছিল। মই এটা ডাঙৰ দলক তেওঁলোকে বাৰু কেলেই নিজৰ ঘৰ বাৰী এৰিলে বুলি সুধিছিলোঁ। মহিলাসকলে তৎক্ষণাৎ সহজ সৰল উত্তৰ দিছিল "কাৰণ মহাত্মা জী জেলত আছে।" পুৰুষসকলে কিন্তু এটা অৰ্থনৈতিক অসন্তোষৰ কথা কৈছিল "খেতি কৰিলে পইচা নাপাওঁ আৰু খাজনাৰ ব্যৱস্থা ন্যায় সংগত নহয়।" এজন দুজনে কৈছিল "স্বৰাজ লাভ কৰিবলৈ।"

ব্ৰেইলচফোৰ্ডে চুৰাট পুলিচে কেনেকৈ উভটি আহিবলৈ বিচৰা লোকসকলক ভয় খুৱাইছিল সেই বিষয় বিশদ বিবৰণ দিছিল।

পশ্চিমবঙ্গৰ মেদিনীপুৰ জিলাত, গোৰ্খা সৈন্য আৰু শাস্তি দিবলৈ

বুলি নিযোগ কৰা পুলিচ বাহিনীযে এনে এক ভযাবহ শাসনৰ সূচনা কৰিলে যে নাৰীৰ মৰ্য্যাদাও বাকী ন ৰল। সৰল খেতিযকসকলৰ পজ াবোৰ ভাঙি ছিঙি দিযা হ'ল আৰু সংসাৰত নিজৰ বুলিবলৈ যি এধানমান বযবস্তু আছিল তাকো সম্পূৰ্ণভাবে নষ্ট কৰা হ'ল। কিন্তু ইমানতো খেতিযকসকলে ৰংমনে এই সকলো কষ্ট স্বীকাৰ কৰি খাজনা দিবলৈ অমান্তি হ'ল।

## প্ৰথম ঘূৰণীয়া মেজ মেল

১৯৩০ চনৰ মাজভাগত এই সকলোবোৰ হাহাকাৰৰ গুৰি চাইমন আযোগে চূড়ান্ত প্ৰতিবেদনখন দাখিল কৰিলে। নভেম্বৰ মাহত বৃটিছ চৰকাৰে ৰামচে মেকডোনাল্ডৰ সভাপতিত্বত, প্ৰথম ঘূৰণীযা মেজ মেল এখন লণ্ডনত আহ্বান কৰিলে। এই মেলখন সৰ্ব্বদলীয প্ৰতিনিধি সভাৰ বৃটিছ নামান্তৰ আছিল মাথোন। কংগ্ৰেছীসকলে স্বাভাবিকতে এই মেলখন বৰ্জন কৰিলে। অইন ভাৰতীয সভ্য আৰু দেশীয ৰজা সকলৰ প্ৰতিনিধি সকলে এই কথাত একমত হ'ল যে দেশীয ৰাজ্য সমূহকে লৈ সংসদী পদ্ধতিৰ চৰকাৰৰে সৈতে এখন ভাৰতীয ফেডাৰেচন গঠিত হব লাগে। কাৰ্য্যপালিকাখন এখন সমূহীযা ভাবে দায়িত্ব লোবা মন্ত্ৰীসভাৰে গঠন কৰি, ডমিনিযন ষ্টেটাচৰ ব্যবস্থা, এই মেলৰ কাৰণে গ্ৰহণ যোগ্য হ'ল।

কিছুদিনৰ পিচতে কংগ্ৰেছ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সভ্যসকলক জেলৰ পৰা মুক্তি দিযা হ'ল। যেতিযা ঘূৰণীযা মেজ মেলৰ প্ৰতিনিধিসকল দিল্লীলৈ উভটি আহিল, তেজ বাহাদুৰ চাপ্ৰুৱে গান্ধীক লগ ধৰি তেওঁক লৰ্ড আৰউইনৰ লগ ধৰি কংগ্ৰেছৰ নামত এটা সমাধানলৈ আহিবলৈ মান্তি কৰালে। ইতিমধ্যে ১৯৩০ চনৰ ডিচেম্বৰ মাহত মুছলীম লীগে এলাহাবাদ অধিবেশনত মুকলিভাবে আইন অমান্য আন্দোলনৰ বিৰোধিতা কৰিলে। ইয়াৰ ফলত লৰ্ড আৰউইনে এই বুলি দাবী কৰিব পাৰিলে যে গান্ধীজীয়ে

এই সকলৰ স্বাৰ্থৰ কাৰণে কোবা নাই আৰু সেয়ে গোটেই ভাৰতৰ তেওঁ প্ৰতিনিধিত্ব কৰিব নোৱাৰে। কংগ্ৰেছে কিন্তু গোটেই ভাৰতকে প্ৰতিনিধিত্ব কৰা বুলি কৈ আছিল।

## গান্ধী আৰউইন চুক্তি

১৭ ফেব্ৰুৱাৰীৰ পৰা ৫ মাৰ্চলৈকে গান্ধীজীয়ে ভাইচৰয়ৰ লগত দিল্লীত এটা নিষ্পত্তিত আহিবলৈ কথা বতৰা হ'ল। কংগ্ৰেছৰ স্বাধীনতা প্ৰস্তাৱ আৰু ২৬ জানুৱাৰীৰ সংকল্প দুয়োটাকে এই আলাপ আলোচনাত আওকাণ কৰা হ'ল। এই কথাত নেহৰু আৰু অন্যান্য বাওপন্থী নেতাসকলে বৰ দুখ পালে। গান্ধীজীয়ে এই কথাত মান্তি হ'ল যে প্ৰথম ঘূৰণীয়া মেজ মেলত হোৱা একমতৰ ভিত্তিত কংগ্ৰেছে আলোচনা চলাব। আইন অমান্য আন্দোলন উঠাই লোৱা হ'ব, কিন্তু যি সকলে এই আন্দোলনত ভূমি সম্পত্তি হেৰুৱালে তাৰ কাৰণে চৰকাৰে ক্ষতিপূৰণ দিয়াৰ প্ৰতিশ্ৰুতি দিব লাগিব। ৩১ চাৰৰ ৰাতি ১-৩০ বজাত যেতিয়া বাৰ্ত্তালাপৰ বিষয় বিবেচনা কৰিবলৈ কাৰ্য্যনিৰ্ব্বাহক সমিতি বহিল—সভাসকলৰ মাজত মতৰ অমিল হ'ল। ভাইচৰয়ে এটা নিষ্পত্তিত আহিবলৈ বাৰ্ত্তালাপ কৰিবলগীয়া হোৱাত বহুতে ইয়াক বিজয় বুলি অভিহিত কৰিলে আন কিছুমান সুখী নহ'ল। মহাত্মাই জওহৰলাল নেহৰুক ব্যক্তিগতভাৱে ব্যাখ্যা দিবলগীয়া হ'ল। নেহৰুৱে পিছত এইদৰে লিখিছিল

> (চৰকাৰৰ গঠন কেনে হ'ব সেই বিষয়ে আলোচনা চলোৱাৰ সম্ভাৱনা মুকলি কৰা চুক্তিৰ দ্বিতীয় দফাটোৰ) ব্যাখ্যা মোৰ মনত হ'লে জোৰ জবৰদস্তিৰ যুক্তি যেন লাগিল। মই পতিয়ন নগ'লো কিন্তু মই কেনেবাকৈ তেওঁৰ কথাৰ দ্বাৰা সন্তুষ্ট হ'লো।
>
> এদিন নে দুদিন মই কি কৰিম নকৰিম ভাবি সেই সময়ত সেই চুক্তিখন বন্ধ কৰাৰ কোনো প্ৰশ্ন নাছিল

প্ৰকৃততে ৫ মাৰ্চ্চৰ দিনাখনেই চুক্তিপত্ৰখনত দুয়ো দলে চহী দিলে আৰু ই গান্ধী-আৰউইন চুক্তি নামে জনাজাত হ'ল।

ভাইচৰযৰ লগত কথা হওতে গান্ধীজীয়ে অইন কিছুমান প্ৰশ্নও উত্থাপিত কৰিছিল। এটা আছিল বিশেষ অধ্যাদেশৰ বলত যি সকল ৰাজনৈতিক বন্দীক "হিংসাত্মক কামৰ কাৰণে" শাস্তি বিহা হৈছে তেওঁলোকক ক্ষমা কৰা। গান্ধীজীয়ে আচলতে এই অধ্যাদেশবোৰ উঠাই দিবলৈ অনুৰোধ জনাইছিল। যি সকলৰ মাটি বাজেয়াপ্ত কৰা হৈছে তেনেলোকক ক্ষতিপূৰণ দিব লাগে বুলিও গান্ধীজীয়ে দাবী কৰিছিল। চৰকাৰে লোণৰ একচেতীয়া বেপাৰৰ ওৰ পেলাব লাগে বুলিও দাবী আগবঢ়ালে। গান্ধীৰ এই সকলোবোৰ প্ৰশ্নৰ প্ৰতি আৰউইন কিন্তু অনমনীয় হৈ ৰ'ল। কিছুমান অঞ্চলত মাটিৰ খাজনা অলপ কমাই দিবলৈ তেও মান্তি হ'ল। কিন্তু ভগৎ সিং, সুখদেৱ আৰু ৰাজগুৰুৰ প্ৰাণদণ্ডৰ আদেশ ৰেহাই দিবলৈ গান্ধীজীয়ে জনোৱা প্ৰধান আবেদন ভাইচৰয়ে অকল যে নাকচ কৰিলে এনে নহয়, প্ৰাণদণ্ড স্থগিত ৰাখিবলৈও মান্তি নহ'ল। এওঁলোকক ২৩ মাৰ্চ্চৰ দিনাখন ফাঁচী দিয়া হ'ল। আন কিছুমান কথাতো চৰকাৰৰ দমননীতি আৰু অত্যাচাৰৰ একো লাঘৱ নহ'ল। গান্ধীজীয়ে যিখিনি ৰেহাই পাব বুলি ভাবিছিল সেইখিনি পোৱাত সফল নহ'ল।

## কংগ্ৰেছৰ কৰাচী অধিবেশন

লাহোৰৰ পিচত কংগ্ৰেছে পোন প্ৰথমবাৰৰ বাবে কৰাচীত অধিবেশন পাতিলে। ভগৎসিং, সুখদেৱ আৰু ৰাজগুৰুৰ ফাঁচীৰ ছ দিন পিচত ২৯ মাৰ্চ্চৰ দিনাখন এই সভা বহিল। কংগ্ৰেছৰ চৰকাৰী বুৰঞ্জীবিদ পট্টভাই সীতাৰাম্যায়াৰ মতে "সেই মুহূৰ্তত, ভগৎ সিঙৰ নাম গোটেই ভাৰতত গান্ধীজীৰ দৰেই জনাজাত হৈছিল আৰু তেওঁৰ জনপ্ৰিয়তাও গান্ধীৰ দৰেই হৈছিলগৈ।" প্ৰকৃততে গান্ধীজীয়ে যেতিয়া কৰাচী অধিবেশনৰ কাৰণে আহিছিল, তেওঁৰ বিৰুদ্ধে

বিক্ষোভ প্ৰদৰ্শন কৰা হৈছিল আৰু সন্ত্ৰাসবাদীসকলৰ সাহসিকতা আৰু আত্মত্যাগৰ শলাগ লৈ এটা প্ৰস্তাব অধিবেশনত গ্ৰহণ কৰাৰ কথা উঠিছিল। এনে প্ৰস্তাব কংগ্ৰেছদলৰ অহিংস গোড়ামীৰ বিপৰীত আছিল আৰু গান্ধীজীয়ে এই প্ৰস্তাবটোৰ লগত এটা প্ৰাথমিক দফা জুৰি দিয়াৰ পিচতহে তাক গ্ৰহণ কৰিছিল। সংশোধিত প্ৰস্তাবটোৰ পাঠ এই প্ৰকাৰৰ আছিল

**"যি কোনো ধৰণৰ ৰাজনৈতিক হিংসাত্মক কাৰ্য্যৰ পৰা নিজক সম্পূৰ্ণৰূপে আঁতৰাই ৰখা আৰু এনে কাৰ্য্য একোপধ্যেই অনুমোদন নকৰা** কংগ্ৰেছ অনুষ্ঠানে ত্যাগ আৰু বীৰত্বৰ প্ৰতি শলাগ লিপিবদ্ধ কৰে।"

যুবক স্বেচ্ছাসেবকসকলে এই সংশোধনাৰ বিৰোধিতা কৰিছিল। তেওঁলোকক সুভাষ বসুৱে সমৰ্থন কৰিছিল কিন্তু কম সংখ্যক ভোটৰ ব্যবধানত হলেও তেওঁলোক বিফল হ'ল।

সাধাৰণভাবে কবলৈ হলে কৰাচী অধিবেশনত গ্ৰহণ কৰা ঘাই ৰাজনৈতিক প্ৰস্তাবটো মাদ্ৰাজ আৰু কলিকতা অধিবেশনত কংগ্ৰেছে লোৱা আপোচ-মূলক সূত্ৰলৈ আকৌ উভটি যোৱা যেন হ'ল। ইয়াত পূৰ্ণ স্বৰাজৰ বাবে আহ্বান আছিল যদিও কংগ্ৰেছৰ লক্ষ্যবোৰ পুনৰ্বিবেচনা কৰি চোৱাৰ বাট মুকলি কৰা গান্ধী-আৰউইন চুক্তিখনো গ্ৰহণ কৰা হৈছিল। ফলত ১৯৩০ চনৰ জানুৱাৰী মাহত পৰিলক্ষিত উৎসাহ উদ্দীপনা হ্ৰাস পাই অহা একো অস্বাভাবিক নাছিল, এনে পৰিস্থিতিত ৰাজনৈতিক কাৰ্য্যত অংশগ্ৰহণ কৰিবলৈ, সাধাৰণ ৰাইজৰ কোনো সুবিধা নাছিল। ইয়াৰ পিচত কি কৰা হব তাৰ সিদ্ধান্তৰ ভাৰ আছিল নেতাসকলৰ ওপৰত।

কিন্তু এটা বিষয়ত হ'লে কৰাচী কংগ্ৰেছ ১৯৩ চনৰ জানুৱাৰী মাহতকৈ এখোজ আগবাঢ়িছিল। ইয়াত ৰাইজৰ মৌলিক অধিকাৰ আৰু অৰ্থনৈতিক নীতি সম্পৰ্কীয় এটা প্ৰস্তাব গ্ৰহণ কৰা হৈছিল। এই প্ৰস্তাবত ভবিষ্যতৰ কাৰণে গণতন্ত্ৰৰ ভেটিত কংগ্ৰেছ দলৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক কাৰ্য্যসূচী প্ৰতিফলিত

হৈছিল, ইযাৰ আগতে স্পষ্টভাষাত এইবোৰ এনেদৰে বান্ধি দিযা হোবা নাছিল, প্ৰস্তাবৰ ঘাই কথাবোৰ এনে আছিল

(১) সাধাৰণ মৌলিক অধিকাৰৰ প্ৰতিশ্ৰুতি

(২) জাত আৰু ধৰ্ম্মজনিত সকলো ধৰণৰ বৈষম্যৰ বিলোপ সাধন,

(৩) আঞ্চলিক জাতীয ভাষা সমূহৰ বিকাশ আৰু ভাষাৰ ভিত্তিত ভাৰতৰ প্ৰদেশবোৰৰ পুনৰ্গঠন,

(৪) কৰৰ হ্ৰাস,

(৫) পিচপৰা অঞ্চল আৰু বহুতো দেশীয ৰাজ্যত চলি থকা "বেগাৰ" অৰ্থাৎ বাধ্যতামূলক শ্ৰম প্ৰথাৰ নিষিদ্ধ কৰণ,

(৬) লোণৰ কৰৰ বিলোপ সাধন,

(৭) শ্ৰমিকসকলৰ কাৰণে স্বাস্থ্যকৰ কমপৰিবেশ, ন্যুনতম জীবন ধাৰণৰ মজুৰী, নিবনুৱা বীমাৰ ব্যবস্থা, দিনে ৮ ঘণ্টাকৈ কামৰ সময আৰু দৰমহাৰে সৈতে ছুটিৰ ব্যবস্থা কৰা আদি এনেধৰণৰ কেতবোৰ বিশেষ অধিকাৰ ৰক্ষা।

কৰাচী কংগ্ৰেছে অৰ্দ্ধ-সামন্তবাদী মাটিৰ মালিকসকলৰ বিশাল সম্পত্তিৰ বিলোপ সাধন দাবী কৰিবলৈ সমৰ্থ নহলেও, কংগ্ৰেছে নিজেই কৃষি বিষযক আঁচনি এখন তৈযাৰ কৰিবলৈ আৰম্ভ কৰিলে। এই মনোবৃত্তিৰ পৰা দেখা যায যে ১৯৩০ চনৰ ঘটনাবোৰত বাওপন্থী বিপ্লবী মনোবৃত্তিৰ সম্পূৰ্ণ পৰাজয ঘটিছিল যদিও জাতীয নেতাসকলে আগৰ 8 বছৰত হোবা গণ আন্দোলনৰ ফলত, বিপ্লবীসকলৰ কিছুমান নীতি বিশেষকৈ এক নব্যপন্থী গণতন্ত্ৰৰ নীতি গ্ৰহণ কৰিবলগীযা হৈছিল। এতিযাৰে পৰা স্বাধীনতা যুঁজৰ বাকী কালডোখৰলৈ জাতীযতাবাদী নেতৃত্বই এই গণতান্ত্ৰিক মূলনীতিবোৰৰ পতাকাৰ তললৈ আহিবলগীযা হ'ল। এনেদৰে কৰাচী অধিবেশনে সৈমান নিওবা যুক্তিৰ মাজেৰে আভ্যন্তৰীণ আৰু বহিৰ্জগতৰ সংঘৰ্ষ নাইকীযা কৰা গান্ধীবাদী নীতিৰ প্ৰতিনিধিত্ব কৰাৰ লগতে কংগ্ৰেছৰ কাৰ্য্য-

সূচীত এক ঘাই উপাদান হিচাবে নব্যপন্থী আৰু সাম্ৰাজ্যবাদী মনোবৃত্তিৰ সূচনা কৰিছিল।

## দ্বিতীয় ঘূৰণীয়া মেজ মেল আৰু সাম্প্ৰদায়িক প্ৰশ্ন

কংগ্ৰেছ অধিবেশনৰ সময়তে কৰাচীত শ্ৰমিক আৰু কৃষক দল আৰু সদৌ ভাৰতীয় যুবক লীগৰ অধিবেশনো বহিছিল। শ্ৰমিক আৰু কৃষকদলে, শ্ৰম আৰু কৃষিক্ষেত্ৰত এনে এখন আঁচনি গ্ৰহণ কৰিলে যে কংগ্ৰেছৰ মৌলিক অধিকাৰ আৰু অৰ্থনৈতিক নীতিৰ প্ৰস্তাবতকৈ ই বহু আগবঢ়া বিধৰ হ'ল। যুবক লীগে পূৰ্ণ স্বৰাজৰ বাবে যুঁজ চলাই যাবলৈ আহ্বান জনালে। ই গান্ধী আৰউইন চুক্তিক আৰু দ্বিতীয় ঘূৰণীয়া মেজ মেলত কংগ্ৰেছৰ অংশগ্ৰহণৰ সিদ্ধান্তকো গৰিহনা দিলে।

ইফালে, দেশত সাম্প্ৰদায়িক সমস্যা গভীৰভাবে বৃদ্ধি পাবলৈ ধৰিলে, ইতিমধ্যে ২৪ আৰু ২৫ মাৰ্চ তাৰিখে কানপুৰত হোৱা এক হিংসাত্মক সাম্প্ৰদায়িক সংঘৰ্ষৰ ফলত ন্যূনপক্ষেও বিছু লোক নিহত হৈছিল। সাম্প্ৰদায়িক মাৰপিটৰ আৰু এনে ধুম চলাৰ পিচত, জিনা আৰু প্ৰতিক্ৰিয়াশীল মুছলমান দলবোৰে কংগ্ৰেছৰ ৰাজনৈতিক আঁচনিৰ লগত তেওলোকৰ মতানৈক্যৰ কথা ঘোষণা কৰিলে।

১৯৩১ চনৰ এপ্ৰিলৰ পৰা জুন মাহলৈ কংগ্ৰেছ দ্বিতীয় ঘূৰণীয়া মেজ মেলত নিজৰ মতামত কেনেধৰণে ব্যক্ত কৰিব তাৰে বাক-বিতণ্ডা কৰিলে। চৰকাৰে গ্ৰহণ কৰিবলৈ ইচ্ছুক হোৱা সত্বেও, কিছু বেছি সংখ্যক প্ৰতিনিধি দল এটাৰ পৰিবৰ্তে, কংগ্ৰেছৰ প্ৰতিনিধিত্ব কৰিবলৈ অকল গান্ধীজীকহে বাচি লোৱা হ'ল। ডক্টৰ আন্সাৰীৰ দৰে জাতীয়তাবাদী মুছলমান নেতাই কংগ্ৰেছী সভ্য হিচাপে গান্ধীজীৰ লগত লণ্ডনলৈ যোৱাহেঁতেন, বৃটিছ জনমতে কংগ্ৰেছে যে প্ৰগতিবাদী মুছলমান সকলৰো মতৰ প্ৰতিনিধিত্ব কৰে, সেই বিষয়ে কিজানি পতিয়ন গলহেঁতেন। কিন্তু ইয়াৰ সলনি

কংগ্ৰেছে আশা কৰিলে যে নিজৰ অধিকাৰৰ ভিত্তিতেই আন্সাৰী মেজমেললৈ মনোনীত হব। সুভাষ বসুবে কোবাৰ দৰে, আৰু এটা কথাও আছিল। গান্ধীজীয়ে কবলৈ আৰম্ভ কৰিছিল "নতুন সংবিধানত যদি মুছলমান সকলে প্ৰতিনিধিত্ব, নিৰ্ব্বাচকমণ্ডলী আদি বিষযবোৰ ঐক্যবদ্ধভাবে দাবী কৰে, তেও সেই দাবী মানি লব।" এই কথাই প্ৰতিক্ৰিযাশীল মুছলমান সকলৰ" সংকল্পক শক্তি জোগালে। পিচত সুকীযা নিৰ্ব্বাচকমণ্ডলীৰ দাবী মানি নলয বুলি পোনপতীযা ভাবে গান্ধীজীয়ে কোবাৰ মূলত আছিল সুভাষ বসুৰ দৃঢতা আৰু জাতীযতাবাদী মুছলমান সকলৰ এষাৰ উক্তি

যদি কিবা কাৰণে মহাত্মাই হিন্দু আৰু মুছলমান উভযৰে কাৰণে এক উমৈহতীযা নিৰ্ব্বাচকমণ্ডলীৰ দাবী এৰি পেলায আৰু প্ৰত্যেক সম্প্ৰদাযৰ বাবে সুকীযা নিৰ্ব্বাচকমণ্ডলী হব লাগে বুলি প্ৰতিক্ৰিযা-শীলসকলে কৰা দাবী মানি লয, তেনেহলে তেওলোকে (অৰ্থাৎ জাতীযতাবাদী মুছলমানসকলে) প্ৰতিক্ৰিযাশীল মুছলমানসকলৰ আৰু মহাত্মাকো বিৰোধিতা কৰিব, কাৰণ সুকীযা নিৰ্ব্বাচকমণ্ডলী অকল যে সমগ্ৰ দেশৰ কাৰণেই নহয, বিভিন্ন সম্প্ৰদাযৰ কাৰণেও বেয়া সেই বিষয়ে তেওলোক পতিযন গৈছিল।

আগষ্ট মাহত লৰ্ড আৰউইনৰ পিচত লৰ্ড উইলিংডন ভাৰতৰ 'ভাইচৰয' হিচাপে আহিছিল। নতুন ভাইচৰয় গৰাকী মূলতেই উদাৰ মনোভাব লবলৈ সাজু থকা বিধৰ লোক নাছিল। প্ৰাদেশিক চৰকাৰবোৰে ৰাজনৈতিক অপৰাধীক শাস্তি নিদিযা সম্পৰ্কে গান্ধী-আৰউইন চুক্তিৰ দফা ভঙ্গ কৰিছে বুলি গান্ধীজীয়ে কৰা অভিযোগ তেওঁ প্ৰত্যাখান কৰিলে। অমিল বোৰৰ সমাধান কৰিবলৈ চালিচী বোৰ্ড এখন পতাৰ বাবে গান্ধীজীয়ে কৰা অনুৰোধ তেও অগ্ৰাহ্য কৰিলে। ভাইচৰযৰ কৰ্মচাৰীসকলে এনে কৰিলে কংগ্ৰেছৰ সামন্তৰাল কৰ্তৃত্বক স্বীকাৰ কৰি লোবা হব বুলি ভাবিলে। ইতিমধ্যে উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ আৰু উত্তৰ প্ৰদেশত, খুদাই খিদমৎগাৰ, আৰু খাজনা নিদিযা আন্দোলনকাৰী সকলক ভীষণভাবে শাস্তি

দিযাৰ ব্যবস্থা চলি থাকিল। আগষ্ট মাহত গান্ধীজীয়ে লণ্ডনলৈ যাবলৈ অমান্তি হৈ সমস্যাটো সমাধান কৰিবলৈ বিচাৰিলে কিন্তু উইলি ডন অটলহৈ থাকিল। ঘূৰণীয়া মেজ মেললৈ ডা আন্সাৰীক মনোনীত নকৰাৰ সিদ্ধান্তকো তেও বহাল ৰাখিলে, কাৰণ আন্সাৰী কংগ্ৰেছৰ এজন সভ্য বুলি অইন মুছলমান প্ৰতিনিধি সকলে তেওঁৰ স্বকীয়া প্ৰতিনিধিত্বৰ বিৰোধিতা কৰিলে। আচলতে বৃটিছ চৰকাৰে "বিভেদ কৰি শাসন কৰা" নীতিৰ পৰিকল্পনা অনুসৰি হিন্দু আৰু মুছলমান সাম্প্ৰদায়িকতাবাদীসকলৰ হাত শক্তিশালী কৰিলে। আন্সাৰীৰ দৰে জাতীয়তাবাদীসকলৰ মনোনয়ন প্ৰত্যাখ্যাত হ'ল অথচ হিন্দু শিখ আৰু মুছলমান সাম্প্ৰদায়িকতাবাদীসকলক দেশত এই সম্প্ৰদায়বোৰৰ ৰাজনৈতিক প্ৰভাৱলৈ চাই, একেবাৰে সকলো অনুপাত চেৰাই যোৱাকৈ প্ৰতিনিধিত্ব দিয়া হ'ল। গান্ধীজীয়ে শেষত যেনিবা চিমলাত বল্লভভাই পেটেল প্ৰভাশঙ্কৰ পাঠানী আৰু জওহৰলাল নেহৰুৰে সৈতে ভাইচৰয়ক লগ ধৰাৰ পিচত মেজমেললৈ যোৱাৰ সম্মতি দিলে। তেও চুৰাটৰ কেইখনমান গাঁৱত জোৰজুলুম কৰি মাটিৰ খাজনা সংগ্ৰহ কৰাৰ বিষয়ে এটা চৰকাৰী অনুসন্ধানৰ প্ৰতিশ্ৰুতি পালে যদিও "কংগ্ৰেছে উত্থাপন কৰা অইন কোনো কথা"ত কোনো প্ৰতিশ্ৰুতি নাপালে। অৱশ্যে মহাত্মাই অনুসন্ধান বিফল হ'লে, আত্মৰক্ষাৰ কাৰণে প্ৰত্যক্ষ সংগ্ৰাম কৰিবলৈ, কংগ্ৰেছে ব্যবস্থা লব পাৰে বুলি সকিয়াই থৈছিল। কিন্তু ১৯৩১ চনৰ ১৫ আগষ্টৰ দিনা তেওঁৰ লণ্ডন যাত্ৰাক স্বাভাৱিকতে দুৰ্ব্বলতাৰ চিন বুলি ধাৰণা কৰা হৈছিল।

এই সকলোবোৰে পূৰ্ব্বেই ১৯৩১ চনৰ চেপ্তেম্বৰ মাহৰ পৰা ডিচেম্বৰ মাহলৈ বহা দ্বিতীয় ঘূৰণীয়া মেজ মেলত কংগ্ৰেছৰ বিফলতা সূচাইছিল। মেল আৰম্ভ হোৱাৰ এদিন আগতে অইন সকলোবোৰ প্ৰতিনিধি গৈ পোৱাৰ পিচতহে গান্ধীজীয়ে লণ্ডন পাইছিলগৈ। বৃটেইনৰ বহুবা শ্ৰেণীয়ে তেওঁক স্বাগত সাদৰ জনাইছিল। তেওঁ লণ্ডনৰ ইষ্ট এণ্ড অঞ্চলত আছিল আৰু লাঙ্কাশ্বায়াৰ

ভ্ৰমণ কৰিছিল। সেই অঞ্চলটো কংগ্ৰেছৰ বৃটেইনত তৈয়াৰী বস্ত্ৰ বৰ্জ্জন কৰা নীতিৰ ফলত যথেষ্ট ক্ষতিগ্ৰস্ত হোৱা সত্বেও বস্ত্ৰবাসকলে ভাৰতীয ৰাইজৰ সাম্ৰাজ্যবাদ বিৰোধী আন্দোলনৰ প্ৰতি সহানুভূতি দেখুৱাইছিল। কিন্তু হ'লে কি হব? বৃটিছ মন্ত্ৰীবৰ্গ আৰু কেইবাগৰাকী সাম্প্ৰদাযিক নেতাই ইতিমধ্যে জাতীযতাবাদীসকলক জালত পেলাবলৈ এক ফন্দী উলিযাইছিল। তেওলোকে গান্ধীজীযে আগশাৰীত ঠাই দিযা সা বিধানিক সংস্কাৰৰ বিষযে ঐক্যমতৰ সমস্যাৰ সলনি সাম্প্ৰদাযিক মিলাপ্ৰীতিৰ সমস্যাটোকহে আগ কৰিবলৈ টানি ধৰিলে। এই সমস্যাটো লৈযেই সংখ্যালঘিষ্ঠ কমিটিত একো সমাধান নোহোৱা হৈছিল। এই কমিটিৰ সভাপতিত্ব কৰিছিল বৃটেইনৰ প্ৰধান মন্ত্ৰীযে। তেও সভ্যসকলক এখন যুটীযা অনুৰোধত স্বাক্ষৰ কৰি সাম্প্ৰদাযিক সমস্যাটো তেওকেই সমাধান কৰিবলৈ আৰু তেওৰ সিদ্ধান্তকে সকলোৱে মানি লব বুলি প্ৰতিজ্ঞা কৰিবলৈ কলে। সকলোৱে এনে কথাত একমত নহ'ল, অবশ্যে হবৰো উপায নাছিল। বৃটিছ সকলে জানিছিল যে বিভিন্ন সাম্প্ৰদাযিকতাবাদী নেতাসকলে এজনে আনজনক সদায ভেটিব। কমিটিত গান্ধীজীযে যুক্তিপূৰ্ণ আবেদন জনাই কৈছিল—

সমাধান হ'লে স্বৰাজ সংবিধানখনৰ মস্তকৰ মুকুট হব, ইযাৰ প্ৰাথমিক ভেটিত নহয়, আমাৰ মতৰ অমিল বৰ কঠিনভাৱে গোট মাৰিছে আৰু তাৰ মূল কাৰণ হ'ল বিদেশী শাসন। সাম্প্ৰদাযিক ভেদাভেদৰ গোট মৰা এই বৰফশিলা যে স্বাধীনতাৰ কিৰণত উত্তপ্ত হৈ গলি নাইকীযা হৈ যাব—সেই বিষয মই নিশ্চিত।

কিন্তু মেজমেলত আগা খাঁৰ দৰে মুছলমান সাম্প্ৰদাযিকতাবাদী-সকলে বৃটিছ সাম্ৰাজ্যবাদৰ নিৰাপত্তাৰ তলত নিজক বচাই ৰাখিবলৈ অতি প্ৰতিক্ৰিযাশীল স্বাৰ্থৰ কাৰণে থিয দিলে। হিন্দু আৰু শিখ সাম্প্ৰদাযিকতাবাদীসকলেও সাম্ৰাজ্যবাদৰ হাতৰ পুতলা হৈ

খেলিবলৈ ইচ্ছুক আছিল। নিজৰ নিজৰ স্বকীয়া পন্থাৰে এওঁলোক সকলোৰ মেজ মেলত এক সম্মিলিত যুক্ত দিবলৈ গান্ধীজীয়ে কৰা প্ৰচেষ্টা বিফল কৰাত গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছিল।

সৰ্ব্বশেষত ১৯৩১ চনৰ ডিচেম্বৰ মাহত মেকডোনাল্ডে ১৯৩০ চনৰ চুক্তিৰ দফা অনুসৰি চলিবলৈ প্ৰস্তাব কৰিলে। তেওঁ উইলিংডনৰ নীতি সমৰ্থন কৰি এখন প্ৰস্তাবিত গৱৰ্ণমেণ্ট অব ইণ্ডিয়া এক্ট (ভাৰত চৰকাৰ বিধি)ৰ মূল বিষয়বোৰ খচৰা তৈয়াৰ কৰিলে। এই বিধানখনত কেন্দ্ৰত এটা ক্ষমতাশালী ফেডাৰেল চৰকাৰ আৰু প্ৰদেশবোৰক কিছু পৰিমাণে স্বায়ত্তশাসনৰ ভাৰ দি প্ৰাদেশিক স্বাধীনতাৰ ব্যৱস্থা ৰখা হ'ল। কেন্দ্ৰীয় বিষয়বোৰৰ ভিতৰত বিত্ত বিদেশী সম্পৰ্ক (যুদ্ধ কৰাৰ সিদ্ধান্তকে লৈ) আৰু প্ৰতিৰক্ষাৰ ক্ষেত্ৰত ভাইচৰয, আৰু ওৱেষ্ট মিনিষ্টাৰৰ পাৰ্লিয়ামেণ্টৰ হাতত বিশেষ অধিকাৰ ৰখা হ'ল। বিৰক্ত হৈ গান্ধীজীয়ে ভাৰতলৈ উভটিল।

## চৰকাৰী দমনব্যৱস্থাৰ পুনৰাবৃত্তি

উইলিংডন চৰকাৰে এইবাৰ সমগ্ৰ জাতীয়তাবাদী আন্দোলনৰ বিৰুদ্ধে ১৯৩০ চনত আৰউইনে লোৱা ব্যৱস্থাতকৈও বেছি কঠোৰ ব্যৱস্থা লবলৈ সিদ্ধান্ত কৰিলে। যেতিয়া চৰকাৰৰ লগত বাৰ্ত্তালাপ নোহোৱালৈকে, উত্তৰ প্ৰদেশৰ কংগ্ৰেছী লোকসকলে কৃষকসকলক খাজনা দিয়া বন্ধ কৰিবলৈ উপদেশ দিলে, তেওঁলোক সকলোকে নেহৰু, পুৰুষোত্তমদাস টেণ্ডন আদি নেতৃবৃন্দৰ সৈতে, গান্ধী লণ্ডনৰ পৰা ঘূৰি আহিবলৈ অইন কি পাঁচ দিন থাকোঁতেও, গ্ৰেপ্তাৰ কৰিলে। উত্তৰ পশ্চিম সীমান্ত প্ৰদেশত আব্দুল গফফৰ খাঁ, তেওঁৰ ককায়েক ডা খান চাহেব আৰু অন্যান্য জাতীয়তাবাদী নেতাসকলক জেলত সুমাই থোৱা হ'ল। বঙ্গদেশত চট্টগ্ৰাম (চিটাগঞ্জ) নগৰখনক তিনিদিনৰ কাৰণে অনা-চৰকাৰী ইউৰোপীয়সকলৰ দয়াৰ ওপৰত এৰি দিয়া হ'ল। এওঁলোকে কিছুমান গুণ্ডাৰ দলেৰে সৈতে

পুলিচৰ হস্তক্ষেপ নোহোবাকৈ জাতীযতাবাদীসকলৰ ঘৰ বাৰী লুটপাত কৰিলে। আন কি খড়গপুৰৰ ওচৰৰ কুখ্যাত হিজলী জেলৰ ফাটেকিযাল (কযদী) সকলকো ১৯৩১ চনত জেলদাৰ সকলে উবাই ঘূৰাই কোবালে আৰু পিচত গুলী চলাই দুজন ফাটেকিযালক মাৰিলে।

## ব্যক্তিৰ আইন অমান্য আন্দোলন

লণ্ডনৰ পৰা উভটি অহাৰ পিচত গান্ধীজীযে যেতিযা উইলিংডনৰ আগত এইবোৰ কথাৰ কাৰণে প্ৰতিবাদ কৰিলে, তেও ভাইচৰযৰ আকোৰ গোঁজ মনোভাব দেখিবলৈ পালে। কংগ্ৰেছে কিন্তু, ভাইচৰযে অধ্যাদেশবোৰ উঠাই দিলে আৰু পূৰ্ণস্বৰাজৰ কাৰণে অভিযান চলাই থাকিবলৈ দিলে এতিযাও চৰকাৰৰ লগত সহযোগিতা কৰিবলৈ সাজু আছিল বুলি কোবা এই দৃষ্টিভঙ্গী লাহোৰ কংগ্ৰেছৰ মনোভাবৰ পৰা যথেষ্ট আঁতৰি অহা বিধৰ আছিল। ই তেতিযাও আইন অমান্য আন্দোলনৰ ভাবুকী দিছিল। চৰকাৰে এই ভাবুকীক কোনো গুৰুত্ব নিদিলে। ১৯৩২ চনৰ ৪ জানুৱাৰীৰ দিনাখন গান্ধী আৰু বল্লভভাইকে ধৰি কংগ্ৰেছ নেতাসকলৰ নতুন দল এটা গ্ৰেপ্তাৰ হ'ল। এতিয়া ৰাজনৈতিক বন্দীসকলৰ ওপৰত মাৰপিটৰ মাত্ৰা চৰিল আৰু তেওঁলোকক আগতকৈ বেছিকৈ সাধাৰণ অপৰাধীৰ দৰে ব্যবহাৰ কৰাৰ চেষ্টা চলিল। চৰকাৰৰ অন্যায-অত্যাচাৰৰ বিৰুদ্ধে সন্ত্ৰাসবাদীসকলৰ প্ৰতিশোধ লোবাৰ মাত্ৰাও ১৯৩২ চনত উৰ্দ্ধগামী হ'ল। গান্ধীজীযে আইন অমান্য আন্দোলন দলে দলে নকৰি ব্যক্তিগতভাবে বিশেষ কাৰ্য্যসূচীৰ দ্বাৰা কৰিব লাগে বুলি ইচ্ছা প্ৰকাশ কৰিলে। তেওৰ যুক্তি আছিল—অহিংস পুৰুষে অকলে থিয হবলৈ সাহ কৰিব লাগে, কিন্তু তেওঁৰ প্ৰকৃত কাৰণ বোধহয়, চৰকাৰৰ উচটনিত আৰু আন্দোলনৰ বিফলতাত হতাশ হৈ কিজানি জন-আন্দোলন হিংস্ৰ হৈ পৰে সেই ভযহে আছিল। যেতিয়া ২৪

এপ্ৰিল তাৰিখে দিল্লীত মদনমোহন মালব্যৰ অস্থায়ী সভাপতিত্বত বছৰেকীয়া কংগ্ৰেছ অধিবেশন পাতিবলৈ লোৱা হৈছিল তেতিয়া প্ৰায় আটাইবোৰ নেতৃস্থানীয় সভ্য অধ্যাদেশৰ অজুহাতত গ্ৰেপ্তাৰ হৈছিল। অইন নেতাসকলে দিল্লীৰ চাঁদনী চোকৰ "ঘড়ী স্তম্ভৰ" (ক্লক টাওযাৰ)ৰ ওচৰতে আহমেদাবাদৰ পৰা অহা প্ৰতিনিধি চেঠ ৰাঞ্চোদ্দাচৰ সভাপতিত্বত এখন সভ পাতিলে। তেওঁলোকক গ্ৰেপ্তাৰ কৰা হ'ল, কিন্তু পহিলা মেৰ দিন এৰি দিয় হ'ল।

জন আন্দোলনৰ পৰা আঁতৰ আৰ এটা নতুন মনোভাৱ আছিল হৰিজন। অনুসূচিত জাতি আৰু জনজাতিসকলৰ সমৰ্থন লাভ কৰিবলৈ গান্ধীজীৰ আগৰ অনুৰাগৰ পুনৰ্জীবিতকৰণ ১৯৩১ চনৰ আগভাগত ৰামচে মেকডোনাল্ডে ঘোষণা কৰা চৰকাৰী সাম্প্ৰদায়িক চালিচত প্ৰকাশ পোৱা "বিভেদ জগাই শাসন কৰা" বৃটিছ নীতিৰ প্ৰত্যুত্তৰ, গান্ধীজীয়ে এই নতুন আন্দোলনৰে দিবলৈ ওলাইছিল। এই চালিচত নতুন কেন্দ্ৰীয় বিধান সভাৰ কাৰণে হিন্দু হৰিজন আৰু মুছলমানসকলৰ আচুতীয়া নিৰ্ব্বাচক মণ্ডলীৰ ব্যৱস্থা আছিল। এনে ব্যৱস্থাতে হিন্দু আৰু হৰিজনসকলক দুটা সুকীয়া ৰাজনৈতিক গোট হিচাপে ধৰা হৈছিল। গান্ধীজীয়ে এইটো তেওঁৰ প্ৰতি চৰকাৰৰ প্ৰত্যাহ্বান বুলি ধৰিলে। এম চি ৰাজাৰ দৰে বহুতো অস্পৃশ্যই গান্ধীজীক সমৰ্থন কৰিলে। তেওঁলোকে অস্পৃশ্যসকলৰ কাৰণে সংৰক্ষিত আসনৰ ব্যৱস্থা কৰি উমৈহতীয়া নিৰ্ব্বাচকমণ্ডলী বিচাৰিছিল। কিন্তু তেওঁলোকৰ কিছুমানে ডক্টৰ আম্বেদকাৰৰ নেতৃত্বত অস্পৃশ্য প্ৰথাৰ বিলোপ নকৰি হৰিজনসকলক হিন্দু বুলি কোৱা নীতি, মানিবলৈ অমান্তি হ'ল। উইলিংডনে এইবোৰ সুযোগ গ্ৰহণ কৰি 'সাম্প্ৰদায়িক চালিচ' গ্ৰহণ কৰিবই লাগিব বুলি টানি ধৰিলে। ফলত সেই সময়ত পুণাৰ ওচৰৰ যাৰবদা জেলত অন্তৰীণ হৈ থকা গান্ধীজীয়ে চেপ্তেম্বৰ মাহত আমৰণ অনশন আৰম্ভ কৰিলে। তেওঁ 'চালিচৰ' বিৰোধিতা কৰিলে কিন্তু হৰিজনসকলৰ কাৰণে হিন্দু নিৰ্ব্বাচকমণ্ডলীৰ ভিতৰতে 'চালিচ অনুসৰি থোৱা আসনতকৈ বহু

বেছি সংখ্যক আসন সংৰক্ষিত কৰি ৰখাৰ দাবী কৰিলে। আম্বেদ-কাৰে গান্ধীজীৰ মত সমৰ্থন কৰিলে। চৰকাৰে পুণা চুক্তিখন 'সাম্প্ৰদাযিক চালিচৰ' সংশোধন হিচাপে গ্ৰহণ কৰিলে।

এই কথাই, সদৌ ভাৰত অস্পৃশ্য লীগ আৰু অস্পৃশ্য সমাজৰ সেবক সঙ্ঘ আদিৰ দৰে অনুষ্ঠানৰ জৰিযতে কংগ্ৰেছৰ প্ৰভাব বৃদ্ধি কৰিলে। মধ্য ভাৰত, দক্ষিণ বিহাৰ আৰু উৰিষ্যাৰ পাৰ্ব্বত্য অঞ্চলৰ পিচ পৰা অনুসূচিত জনজাতিৰ লোকৰ মাজত কংগ্ৰেছ প্ৰচাৰে, আগতে কেতিযাও ভাৰতীয জাতীযতাবাদে ঢুকি নোপোৱা ৰাইজৰ মাজত গণতন্ত্ৰ আৰু জাতীযতাবাদৰ ভাবধাৰা বিস্তাৰ কৰিলে। এই অঞ্চলবোৰত ভেৰীযাৰ এলউইন আৰু শ্বামৰাও হিবেইলৰ দৰে কংগ্ৰেছৰ প্ৰতি সহানুভূতিসম্পন্ন ভূতপূৰ্ব্ব ইৰাজী মিছনেৰী সকলে নিজকে উছৰ্গা কৰি স্থানীয ৰাইজৰ হকে কাম কৰিছিল। এই আন্দোলনত হৰিজন সকললৈ সকলো মন্দিৰ মুকলি কৰি দিযা অভিযানো লেখতলবলগীযা কথা। ১৯৩৩ চনৰ ৮ জানুবাৰীৰ দিনটোক মন্দিৰ প্ৰবেশ দিবস হিচাপে পালন কৰা হ'ল। বহুজাতি, শ্ৰেণী আৰু আঞ্চলিক ভাষাভাষী হিন্দু সকলে দৰ্শন কৰিবলৈ অহা ভাৰতৰ বহুতো তীৰ্থক্ষেত্ৰত দলিত জনৰ উদ্ধাৰ কাৰ্য্য জাতীযতাবাদৰ লগত সংযোগিত হল আৰু এনেদৰে জাতীযতাবাদৰ আকৰ্ষণ শক্তিশালী হল।

ইতিমধ্যে, দ্বিতীয আইন অমান্য আন্দোলন বা "ব্যক্তিগত আইন অমান্য" আন্দোলন, প্ৰকৃততে কবলৈ গ'লে সাধাৰণ ৰাইজৰ ওপৰত প্ৰভাবৰ ফালৰ পৰা ১৯৩০ চনৰ আন্দোলনতকৈ দুৰ্ব্বল হৈছিল, অবশ্যে কৃষকসকলৰ মাজত কংগ্ৰেছ প্ৰাধান্য বৈ গৈছিল। উত্তৰ প্ৰদেশ আৰু উত্তৰ পশ্চিম সীমান্ত প্ৰদেশত কৰ নিদিযা আৰু খাজনা-নিদিযা আন্দোলন চলি আছিল।

১৯৩২-৩৩ চনটোবে বোধহয়, বৃটিছ শাসনৰ বিৰুদ্ধে গোড়া সন্ত্ৰাসবাদ (অহিংস আইন অমান্য আন্দোলন আৰু নাগৰিক বিৰোধিতাৰ বিপৰীত অৰ্থত) জুই জ্বলি উঠাৰ শেষ বছৰ। পিচত সন্ত্ৰাসবাদৰ

জুই বিশেষকৈ বঙ্গদেশত দমননীতিৰ নিষ্পেষণৰ ফলত একপ্ৰকাৰ নুমাই যোৱা বুলিযেই কব পাৰি। এইকাল চাবাত কইবাটাও সন্ত্ৰাসবাদী কাৰ্য্য ঘটিছিল আৰু এজন বা দুজন ভাৰতীয়কে ধৰি ভালে কেইজনমান কুখ্যাত বিষয়াক হত্যা কৰা হৈছিল। কলিকতা বিশ্ববিদ্যালয়ৰ এখন সভাত, বঙ্গদেশৰ নতুন গবৰ্ণৰ চাৰ ষ্টেনলি জেকচনে সভাপতিত্ব কৰি থকা সময়ত প্ৰকাশ্যভাৱে তেওঁক বীণা দাস নামৰ ডাইওচেচান উইমেনচ কলেজৰ প্ৰতিভাশালী ছাত্ৰী এগৰাকীয়ে গুলী কৰে গুলীটো কিন্তু তেওৰ পকেটৰ নোট-বুক এখনতহে লাগিল আৰু গৱৰ্ণৰৰ প্ৰাণ বাচিল। বীণা দাসক যাবজ্জীৱন কাৰাদণ্ড দিয়া হৈছিল আৰু স্বাধীনতাৰ পাচতহে তেওক মুক্তি দিয়া হৈছিল।

১৯৩২ চনৰ জুন মাহত চট্টগ্ৰামৰ ওচৰৰে এখন গাঁও সৈন্যবাহিনীয়ে আগুৰি ধৰিছিল। সূৰ্য্য সেন আৰু তেওৰ ৪ জন গৰিলা সহকৰ্মী এই গাঁৱৰে এটা ঘৰত লুকাই আছিল। গুলীযাগুলীত সৈন্য বাহিনীৰ নায়ক, কেপ্তেইন কেমেৰনৰ মৃত্যু হৈছিল আৰু কেউদিশে হুলস্থূল লাগি পৰাত প্ৰীতিলতা ওৱাদ্দাৰ আৰু কল্পনা দত্ত নামৰ, দুগৰাকী ছোৱালী সহকৰ্মীৰে সৈতে সূৰ্য্য সেন পলাই সাৰিছিল। অৱশেষত ১৯৩৩ চনৰ আগভাগত এজন গাঁৱৰীয়াৰ বিশ্বাসঘাটকতা কৰাত এটা গুৰ্খা সৈন্যবাহিনীয়ে গৈৰালা গাঁও অৱৰোধ কৰি সূৰ্য্য সেনক গ্ৰেপ্তাৰ কৰা হৈছিল। সৈন্যবাহিনীয়ে তেওৰ প্ৰতি সন্মানেৰে ব্যৱহাৰ কৰিছিল—কিন্তু শেহত ঢাকাত তেওক ডিঙিত চিপজৰী দি মৰা হৈছিল। আজিও বাঙ্গলা দেশৰ নেতা আৰু ৰাইজে এজন জাতীয় বীৰ হিচাপে তেখেতৰ স্মৃতি শ্ৰদ্ধাৰে সোঁৱৰে। এই আন্দোলনৰ পতনৰ কাৰণ আছিল প্ৰধানকৈ নগৰৰ স্কুল আৰু কলেজৰ ছাত্ৰৰে গঠিত সন্ত্ৰাসবাদী সকলৰ নিসঙ্গতা। তেওঁলোক নিজৰ নাগৰিক পৰিবেশৰ পৰা বিচ্ছিন্ন হৈ পৰিছিল। তাৰোপৰি উত্তৰপ্ৰদেশ আৰু অন্যান্য ঠাইত আৰম্ভ কৰাৰ দাবে কৃষকসকলৰ

কাৰণে এক নব্যপন্থী কৃষি কাৰ্যসূচীৰ প্ৰযোজনীযতা সম্পৰ্কে উপলব্ধি কৰাত ব্যৰ্থ হৈছিল।

১৯৩৩ চনৰ স্বাধীনতা দিবসটো অভূতপূৰ্ব্ব উদ্দীপনাৰে পালন কৰা হৈছিল। বঙ্গদেশৰ হুগলী জিলাৰ বদনগঞ্জত এটা কংগ্ৰেছী শোভাযাত্ৰাৰ ওপৰত পুলিচে গুলীযাই জনতাক ছত্ৰভঙ্গ কৰিছিল। ফেব্ৰুবাৰী মাহত গুজৰাটৰ বৰ্সাদত অইন এটা কংগ্ৰেছী শোভাযাত্ৰাৰ নেতৃত্ব কৰোঁতে কস্তুৰবা গান্ধীক গ্ৰেপ্তাৰ কৰি ছমাহৰ কাৰাদণ্ডেৰে দণ্ডিত কৰা হৈছিল। ১৯৩৩ চনৰ মাৰ্চ্চ মাহত আকৌ মদন মোহন মালব্যক হবলগীযা সভাপতি হিচাবে লৈ কলিকতাত কংগ্ৰেছ অধিবেশন পতা হৈছিল। অধিবেশনত উপস্থিত হোবাৰ আগতে এহেজাৰ প্ৰতিনিধিক গ্ৰেপ্তাৰ কৰা হৈছিল। আন এহেজাৰ প্ৰতিনিধিক অধিবেশনত অংশ গ্ৰহণ কৰি থাকোতে পুলিচে লাঠিৰে কোবাইছিল। পুলিচে সভা ভাঙি দিবলৈ চেষ্টা কৰি থকা সমযতে প্ৰতিনিধিসকলে জনতাৰ মাজত জে, এম, সেনগুপ্তৰ সভাপতিত্বত অধিবেশন পাতি পূৰ্ণ স্বৰাজকে লক্ষ্য বুলি, আইন অমান্য আন্দোলনকে পন্থা বুলি আৰু বৃটিছ বযবস্তু আৰু বিদেশী বস্ত্ৰ বৰ্জনৰ কাৰণে আকৌ সংকল্প লৈছিল।

এই কাল চোবাত কেইবা হাজাৰো মহিলা আৰু ভালেমান লৰাছোবালীকে ধৰি প্ৰায ১,২০,০০০ মানুহক গ্ৰেপ্তাৰ কৰি কাৰাদণ্ড দিহা হৈছিল। সাধাৰণ ৰাইজৰ যে আইন অমান্য আন্দোলন চলাই যাবলৈ ইচ্ছা আছিল এযা তাৰেই প্ৰমাণ। কিন্তু গান্ধীজীযে মাথোন হৰিজন সমস্যাতে ধ্যান দিছিল। মে মাহত তেওৰ আৰু সহযোগীসকলৰ মনৰ শুদ্ধিকৰণ আৰু হৰিজন স্বাৰ্থৰ কাৰণে একাগ্ৰতাৰে কাম কৰিবলৈ বুলি গান্ধীজীযে ২১ দিনীযা উপবাসৰ কথা ঘোষণা কৰিলে। চৰকাৰে তেওক তৎকালে মুকলি কৰি দিলে। তেওঁ তেতিযা কংগ্ৰেছে সামযিকভাবে আইন অমান্য আন্দোলন বন্ধ কৰিব লাগে বুলি অনুমোদন কৰি এটা উক্তি প্ৰকাশ কৰিলে। এবছৰ পিচত ১৯৩৪ চনৰ এপ্ৰিল মাহত আন্দোলন একেবাৰে বন্ধ হ'ল।

ইতিমধ্যে, বৃটিছ চৰকাৰে ১৯৩২ চনৰ নৱেম্বৰ মাহত লণ্ডনত তৃতীয ঘূৰণীয়া মেজ মেল মাতিলে। চৰকাৰে যি মনোবৃত্তি লৈছে তাৰ ফলত এনে মেলৰ দ্বাৰা একো সুফল নহব বুলি যুক্তি দৰ্শাই কংগ্ৰেছে মেলৰ নিমন্ত্ৰণ গ্ৰহণ নকৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিলে। ফলত এই মেলত কংগ্ৰেছৰ প্ৰতিনিধিত্ব নাথাকিল। মেলত হোৱা আলোচনাৰ ফলত কিন্তু, আৰু কিছুমান সংস্কাৰ প্ৰচলন কৰি বৃটিছ চৰকাৰে ১৯৩৫ চনৰ ভাৰত বিধি (ইণ্ডিয়া এক্ট অফ ১৯৩৫) পাচ কৰিবলৈ সিদ্ধান্ত কৰিলে। নতুন বিধানখনত কেন্দ্ৰত এটা ফেডাৰেল চৰকাৰ গঠন কৰা আৰু প্ৰাদেশিক চৰকাৰবোৰক বেছি স্বায়ত্ততা দিয়াৰ প্ৰস্তাৱ কৰা হ'ল। প্ৰথমবাৰৰ বাবে দেশীয়ৰাজ্য বোৰক প্ৰত্যক্ষভাবে হেঁচৰ চপাই অনা হ'ল, কাৰণ এই বিধান অনুসৰি ফেডাৰেল গোটটো বৃটিছ ভাৰতৰ প্ৰদেশবোৰ আৰু দেশীয়ৰাজ্যবোৰ মিলি গঠিত হবলগীয়া আছিল। বিধানৰ এই ব্যৱস্থা ভাৰত যে এখন দেশ আৰু ভাৰতীয়সকল যে এটা জাতি, সেই নীতিৰ লগত মিলি যোৱা যেন বোধ হ'ল। প্ৰকৃততে কিন্তু জাতীয়তাবাদী নেতা সকলৰ সাম্ৰাজ্যবাদ বিৰোধী মত আৰু কাৰ্য্যসূচীৰ বিৰুদ্ধে দেশীয় ৰজাসকলক ব্যৱহাৰ কৰি সমতা ৰক্ষা কৰাহে বৃটিছসকলৰ উদ্দেশ্য আছিল। সেই কাৰণে দেশীয় ৰাজ্যবোৰক কেন্দ্ৰৰ দুই খলপীয়া ফেডাৰেল বিধান সভাত অসমান প্ৰতিনিধিত্ব দিয়াৰ ব্যৱস্থা কৰা হৈছিল। অকল সেয়াই নহয়, দেশীয় ৰাজ্যসমূহৰ প্ৰতিনিধিসকলক ৰাইজে ভোট দি নিৰ্ব্বাচিত কৰিব নালাগিছিল। এওঁলোকক শাসক-বৰ্গই মনোনীত কৰাৰ ব্যৱস্থা আছিল। দেশৰ বাকী অঞ্চলতো ভোট দানৰ অধিকাৰৰ ওপৰত অতি বেজাৰলগাকৈ বাধা নিষেধ আছিল।

বৃটিছ ভাৰতৰ জনসংখ্যাৰ শতকৰা চৈধ্যজনতকৈ সৰহ সংখ্যক লোকৰ ভোটদানৰ অধিকাৰ নাছিল। আনকি এনেদৰে নিৰাপদ ভাবে গঠিত বিধান সভাৰো আকৌ সম্পূৰ্ণ ক্ষমতা নাছিল। প্ৰতিৰক্ষা আৰু বিদেশী সম্পৰ্কৰ ওপৰত ইয়াৰ কোনো নিয়ন্ত্ৰণ নাছিল আৰু আনকি নিয়ন্ত্ৰণ থকা বিষয়বোৰৰ ওপৰতো গৱৰ্ণৰ জেনেৰেলে বিশেষ

নিযন্ত্ৰণৰ ক্ষমতা ৰাখিছিল। এই বিধান অনুসৰি বৃটিছ চৰকাৰে গবর্ণৰ জেনেৰেল আৰু গবৰ্ণৰসকলক নিযোগ কৰাৰ ব্যবস্থা চলাই থকাৰ কথা আছিল আৰু এওলোক প্ৰত্যক্ষভাবে বৃটিছ চৰকাৰৰ ওচৰতহে উত্তৰ দাযী আছিল।

প্ৰদেশবোৰত স্বাযত্ত্বতাৰ যি ব্যবস্থা কৰা হৈছিল গবৰ্ণৰসকলৰ ওপৰত বিশেষ ক্ষমতা অর্পণ কৰি তাক সম্পূর্ণভাবে নুই কৰা হৈছিল। তেওলোকৰ অকল যে ৰাইজৰ নির্বাচিত প্রতিনিধিসকলে প্রস্তাব কৰা বিধানবোৰক নুই কৰিব পৰা ক্ষমতাহে আছিল এনে নহয, নিজেই আইন প্ৰণযণ কৰা আৰু অধ্যাদেশ জাৰী কৰিব পৰা ক্ষমতাও আছিল। অসামৰিক কৰ্মচাৰী আৰু পুলিচৰ ওপৰত সম্পূর্ণ নিযন্ত্ৰণ গবর্ণৰৰ হাতত আছিল।

১৯৩৫ চনৰ ভাৰত বিধানে অতি কমসংখ্যক লোককহে সন্তুষ্ট কৰিলে। কংগ্ৰেছে ইযাক "সম্পূর্ণভাবে নিৰাশজনক" দেখিলে। আনেও কম বেছি পৰিমাণে ইযাক অনুপযুক্ত বুলি ভাবিলে। ভাৰতবাসীৰ ওপৰত চলোৱা ৰাজনৈতিক আৰু অর্থনৈতিক ক্ষমতা বৃটিছ চৰকাৰে আচলতে এৰি দিযা নাছিল। মাথোন চৰকাৰৰ গাঁথনিৰহে অলপ পৰিবর্তন কৰা হৈছিল। ভাৰতৰ বৃটিছ শাসনত ৰাইজৰ দ্বাৰা নির্বাচিত মন্ত্রীসকলক অনা হ'ল যদিও প্রকৃত শাসনভাৰ বিদেশীৰ হাততহে থাকিল।

বিধানখনৰ প্ৰাদেশিক খণ্ডটো তৎকালে কার্য্যকৰী কৰাৰ ব্যবস্থা হৈছিল। ফেডাৰেল খণ্ডটোলৈ পিচতহে অহাৰ কথা হৈছিল। বিধানৰ দফাসমূহৰ সম্পূৰ্ণ বিৰোধী হলেও, কংগ্ৰেছে নিৰ্ব্বাচনত অংশগ্ৰহণ কৰিবলৈ সিদ্ধান্ত কৰিছিল। তেওলোকে বিধানখন কার্য্যকৰী কৰাত সহযোগিতা কৰাতকৈ বৃটিছ চৰকাৰক দেশত কংগ্ৰেছ দলৰ পিছত কিমান শক্তিশালী সমর্থন আছে তাকে প্ৰমাণ কৰিবলৈ সিদ্ধান্ত লৈছিল।

এই উদ্দেশ্য সম্পূৰ্ণৰূপে সফল হৈছিল। বেছি সংখ্যক প্ৰদেশতেই কংগ্ৰেছে নিৰ্ব্বাচনত জযী হৈছিল। ভাৰতীয ৰাইজৰ এক বিশাল

সংখ্যাই যে ইয়াক সমৰ্থন কৰে সেই সম্পৰ্কে সন্দেহৰ কোনো থল নাথাকিল। বহুতে যুক্তি প্ৰদৰ্শন কৰিছিল যে নিৰ্বাচনত জয় হোৱাৰ পিছত ক্ষমতা গ্ৰহণ কৰিবলৈ অস্বীকাৰ কৰাৰ কোনো যুক্তি থাকিব নোৱাৰে। নেহৰু আৰু অইন বাওপন্থীসকলে ক্ষমতা গ্ৰহণ কৰাৰ বিৰোধী আছিল, তেওঁলোকৰ মতে এনে কৰিলে স্বাধীনতা যুদ্ধত বাধাৰ সৃষ্টি হব। কিন্তু সৰহ সংখ্যক কংগ্ৰেছ নেতা হলে ক্ষমতা গ্ৰহণৰ সপক্ষে আছিল। ১৯৩৭ চনৰ জুলাই মাহত এঘাৰখন প্ৰদেশৰ সাতখনত কংগ্ৰেছ মন্ত্ৰীমণ্ডলাই শাসনভাৰ লৈছিল। কিছুদিন পিছত কংগ্ৰেছে আৰু দুখন প্ৰদেশত সংযুক্ত মন্ত্ৰীমণ্ডলা গঠন কৰিছিল। অকল বঙ্গদেশ আৰু পঞ্জাবতহে অকংগ্ৰেছী মন্ত্ৰীসভাৰ শাসন আছিল।

প্ৰাদেশিক চৰকাৰবোৰৰ ক্ষমতাৰ পৰিধি বৰ সীমাবদ্ধ। [illegible] আৰু কংগ্ৰেছৰ সামাজিক ভেটিয়ে শ্ৰমিক আৰু কৃষকৰ পৰা পুঁজিপতি আৰু মাটিৰ মালিকসকলক সাঙুৰি লোৱাত আৰু কংগ্ৰেছ নেতাসকলক সৰহ সংখ্যাৰ মনোবৃত্তি ৰক্ষণশীল হোৱা কাৰণে কংগ্ৰেছ মন্ত্ৰীসভাবোৰে প্ৰশাসনৰ মূল গাঁথনিৰ সালসলনি কৰিবলৈ লোৱা নাছিল তেওঁলোকে কোনো বৈপ্লৱিক পৰিবৰ্তন আনিব নোৱাৰিলে। কিন্তু এই ঠেক গণ্ডীৰ ভিতৰতে তেওঁলোকে জনসাধাৰণৰ অৱস্থা উন্নত কৰিবলৈ চেষ্টা কৰিছিল। তেওঁলোকে শাসিতসকলৰ প্ৰতি এক নতুন মনোবৃত্তিৰ প্ৰচলন কৰিছিল আৰু সততা আৰু সেৱাৰ প্ৰশংসনীয় মান স্থাপন কৰিছিল। প্ৰাথমিক, কাৰিগৰী আৰু উচ্চ শিক্ষা আৰু জনস্বাস্থ্য সেৱা সমূহৰ প্ৰতি অধিক মনোযোগ দি এইবোৰৰ উন্নতি কৰিবলৈ চেষ্টা কৰা হৈছিল। কৃষকসকলক সহায় কৰিবলৈ ভূমিৰ পট্টনৰ আৰু ঋণৰ ৰেহাই সম্পৰ্কীয় নতুন আইন পাছ কৰা হৈছিল। অৱশ্যে এনে আইনবোৰ, মাটিৰ মালিক আৰু জমিদাৰসকলৰ অনুমতি লৈহে পাছ কৰা কাৰণে, বেছিভাগেই কোনোমতে মিলাই থোৱা আৰু আপোচ কৰা বিধৰ আছিল।

ট্ৰেড ইউনিয়নবোৰে শ্ৰমিকসকলৰ বাবে উন্নত কৰ্ম পৰিবেশৰ ব্যৱস্থা আৰু উচ্চতৰ মজুৰীৰ কাৰণে অধিক মুক্তভাবে কথাবতৰা হবলৈ সুবিধা পাইছিল। অৱশ্যে কেইখনমান প্ৰদেশত তেওলোকে তুমুল আন্দোলন চলাবলগীয়া হৈছিল। নাগৰিক স্বাধীনতাৰ ওপৰত নিয়ন্ত্ৰণ ঢিলাই দিয়া হৈছিল, বাতৰি কাকতৰ স্বাধীনতা বঢ়াই দিয়া হৈছিল। কিন্তু জনসাধাৰণৰ মাজত হলে পুলিচ আৰু প্ৰশাসন কৰ্তৃপক্ষৰ প্ৰতি ত্ৰাস আৰু ঘৃণাৰ মনোভাব আঁতৰা নাছিল।

পিচে আটাইতকৈ লেখতলবলগীয়া সুফল আছিল মানসিক। মানুহৰ মনত এটা বেলেগ ভাব হৈছিল। জেলৰ বন্দী বুলি জনাজাত হোৱা লোকসকলক শাসনত অধিষ্ঠিত দেখি ৰাইজে বিজয়ৰ সোৱাদ লভিছিল। দেশৰ বতাহত ভাৱষ্যতৰ প্ৰতি আশা আৰু আত্মবিশ্বাসৰ মনোভাব ফুটি ওলাইছিল। মানুহে ভাবিছিল— এইযাই তেনেহলে স্বাধীনতাৰ প্ৰথম হাতবাউলী।

## ৬ স্বাধীনতা অর্জ্জন

দ্বিতীয় মহাযুদ্ধৰ আগৰ পাঁচ বছৰ ভাৰতবৰ্ষত সকলো শ্ৰেণীৰ ৰাইজ আৰু সেওঁলোকৰ নেতাসকলৰ মাজত যথেষ্ট নতুন ভাবধাৰাৰ আদানপ্ৰদান ঘটিছিল। এওঁলোক আটাইবোৰ জাতীয়তাবাদী আৰু সাম্ৰাজ্যবাদৰ বিৰোধী আছিল আৰু সকলোৰে লক্ষ্য আছিল স্বাধীনতা লাভ। কিন্তু এওঁলোক সকলোৱে কংগ্ৰেছৰ কাৰ্য্যসূচী নাইবা পন্থা গ্ৰহণ কৰা নাছিল আৰু ভাবধাৰাবোৰে দুটা স্পষ্ট মতবাদৰ আকাৰো লোৱা নাছিল। অকল অক গ্ৰেছী নেতা আৰু দলবোৰেহে যে সুকীয়া মতবাদ আৰু কাৰ্য্যসূচী অনুসৰণ কৰিছিল এনে নহয়, কংগ্ৰেছৰ ভিতৰতো দুটা সমান্তৰাল ৰাজনৈতিক মতবাদৰ বিকাশ হৈছিল আৰু দুয়োটাৰে শক্তি বৃদ্ধি পাইছিল।

এটা অৰ্থত এই নতুন ভাবধাৰাৰ প্ৰাথমিক ফলাফল স্বাভাৱিকতে 'নেতিবাচক' আছিল। বিপ্লৱী শক্তি হিচাপে সন্ত্ৰাসবাদ যে শেষ হৈ গৈছে,—তাক উপলব্ধি কৰা হৈছিল। বৃটিছ শাসন ওফৰাই পেলাবলৈ জনসাধাৰণক এটা জাতীয় বিদ্ৰোহৰ বাবে জগাই তুলিবলৈ ই (সন্ত্ৰাসবাদ) কৃতকাৰ্য্য নহ'ল। প্ৰাণদণ্ড, কাৰাদণ্ড আদিৰে সৰহভাগ সন্ত্ৰাসবাদীকে নাইকীয়া কৰাত আৰু কিছুমানে কমিউনিষ্ট আৰু অন্যান্য আন্দোলনৰ মাজত সোমাই পৰাৰ পিচত, বিপ্লৱী সন্ত্ৰাসবাদ নোহোৱা হৈছিল বুলিবই লাগিব।

যোগাত্মক দিশৰ পৰা চালে তিনিটা স্পষ্ট দৃষ্টিভঙ্গী এই সময়ৰ ৰাজনৈতিক বতাহত দেখা গৈছিল। প্ৰথমতঃ কংগ্ৰেছৰ ভিতৰে আৰু বাহিৰে সমাজবাদী ভাবধাৰাৰ বিস্তাৰ হৈছিল। দ্বিতীয়তে জাতীয়তাবাদী স্বাধীনতা আন্দোলনৰ ওপৰত নিৰ্ভৰ নকৰাকৈ সুকীয়া

ভাবেও শ্ৰমিক আন্দোলনবোৰ সংগঠিত হৈছিল, অবশ্যে কেতিযাবা এনে আন্দোলন জাতীযতা আন্দোলনৰ সহযোগিতাতো হৈছিল। শেহত—কৃষকসকলৰ আন্দোলনৰ বিকাশ হৈছিল।

১৯২৯ চনত আমেৰিকা যুক্তৰাষ্ট্ৰত এটা ডাঙৰ অৰ্থনৈতিক বিপৰ্য্যয ঘটিছিল। এই বিপৰ্য্যয, অনিবাৰ্য্যৰূপে আন আন পুঁজিবাদী দেশলৈকো বিযপি পৰিছিল। উৎপাদন অতি মাত্ৰাই হ্ৰাস পাইছিল আৰু বিদেশী বেপাৰৰ লেনদেন ভযাবহভাবে কমি গৈছিল। ফলত এক প্ৰবল অৰ্থনৈতিক হাহাকাৰৰ সূত্ৰপাত হৈছিল আৰু নিবনুবাৰ সংখ্যাৰ অতিবৃদ্ধি ঘটিছিল। চোভিযেট ৰুচিযাত কিন্তু এনে অবস্থাৰ সম্পূৰ্ণ বিপৰীত এক উজ্জ্বল অবস্থা দেখা গৈছিল। ৰুচিযাত নিবনুবা সমস্যা বা অৰ্থনৈতিক সংকট হোবা নাছিল। তুখন পাঁচ বছৰীযা পৰিকল্পনাৰ অন্তত উৎপাদন আগতকৈ চাৰিগুণ বৃদ্ধি পাইছিল। অবস্থাৰ এই পাৰ্থক্য জ্বলজ্বল পটপটকৈ দেখা গৈছিল আৰু কমিউনিষ্ট আৰ্হি, সমাজবাদ আৰু অৰ্থনৈতিক পৰিকল্পনাৰ সুফল আদি কথাৰ প্ৰতি বাইজৰ দৃষ্টি পৰিছিল।

বাহিৰৰ জগতৰ এই ঘটনাবোৰে ভাৰতবৰ্ষতো ৰাইজৰ দৃষ্টি আকৰ্ষণ কৰিছিল। ফলত নেতা আৰু জনসাধাৰণ উভযৰে মাজত সমাজবাদী ভাবধাৰাই বহুতো নতুন চিন্তাৰ খোৰাক জোগাইছিল। বিশেষকৈ যুবক, শ্ৰমিক আৰু কৃষকসকলে এই নতুন মতবাদৰ প্ৰতি আকৃষ্ট হৈছিল।

কংগ্ৰেছৰ ভিতৰত এই বাওপন্থী মনোভাবৰ ফলত ১৯৩৬ আৰু ১৯৩৭ চনত একেলেঠাৰীযে তুবাৰ কংগ্ৰেছৰ সভাপতি হিচাবে জওহৰলাল নেহৰু নিৰ্ব্বাচিত হৈছিল। নেহৰুৰ পিচতে আছিল নব্য ধাৰাৰ বাবে জনাজাত সুভাষ চন্দ্ৰ বসু। ১৯৩৮ চনত তেওঁ কংগ্ৰেছৰ সভাপতি নিৰ্ব্বাচিত হৈছিল আৰু গান্ধীজীযে নিজে আৰু তেওঁৰ কেইবাজনো অনুসৰণকাৰীযে বিৰোধিতা কৰা সত্ত্বেও, ১৯৩৯ চনত তেওঁ আকৌ সভাপতি নিৰ্ব্বাচিত হৈছিল। ১৯৩৬ চনত

লক্ষ্ণৌত বহা কংগ্ৰেছ অধিবেশনত নেহৰুৱে মুক্তভাবে সমাজবাদক কংগ্ৰেছৰ লক্ষ্য হিচাপে গ্ৰহণ কৰিবলৈ যুক্তি দেখুৱাইছিল। তেওঁ বিচাৰিছিল যে কংগ্ৰেছে কৃষক আৰু নগৰৰ শ্ৰমিক শ্ৰেণী উভয়ৰে ওচৰ চাপক। সাম্প্ৰদায়িকতাৰ পৰা বাইজক আঁতৰাই নিবলৈ এইটোৱে উৎকৃষ্ট পন্থা বুলিও তেওঁ আঙুলিয়াই দিছিল। সভাপতিৰ ভাষণত তেওঁ কৈছিল

"বিশ্বৰ সমস্যা আৰু ভাৰতৰো সমস্যাৰ সমাধানৰ চাবিকাঠি যে সমাজবাদতে মাথোন আছে সেই বিষয়ে নিশ্চিত হৈছোঁ। সমাজবাদ বোলোতে মই কিবা অস্পষ্ট, মানৱীয় অনুভূতিসম্পন্ন পন্থাৰ কথা হে কৈছোঁ এনে নহয়, এই বিজ্ঞান সম্মত আৰু অৰ্থ নৈতিক অৰ্থতহে কৈছোঁ ইয়াৰ লগত অৰ্থ নৈতিক আৰু সামাজিক গাঁথনিত বিশাল আৰু বৈপ্লৱিক পৰিবৰ্তন, মাটি আৰু উদ্যোগত স্বাৰ্থান্বেষী সকলৰ আৰু সামন্তবাদী আৰু স্বেচ্ছাচাৰী ভাৰতীয় দেশীয় ৰাজ্য ব্যৱস্থাৰ বিলোপ সাধন জড়িত আছে। তাৰ অৰ্থ হ'ল নিচেই সীমিত অৰ্থৰ বাহিৰে ব্যক্তিগত সম্পত্তিৰ বিলোপ সাধন আৰু বৰ্তমানৰ মুনাফা প্ৰথাৰ ঠাইত এক উচ্চ আদৰ্শৰ সমবায় সেৱা প্ৰবৰ্তন কৰা। ইয়াৰ অৰ্থ আমাৰ প্ৰবৃত্তি, অভ্যাস আৰু ভোগেচ্ছাৰ পৰিবৰ্তন। মুঠতে বৰ্তমানৰ পুঁজিবাদী ব্যৱস্থাতকৈ ভিন্ন এক নতুন সভ্যতা।

কংগ্ৰেছৰ বাহিৰতো, সমাজবাদী মনোভাব অইন দলৰ নেতা সকলৰ মাজতো প্ৰকট হৈ পৰিছিল। ইয়াৰ ফলত কমিউনিষ্ট দলৰ অভ্যুদয় হৈছিল আৰু কংগ্ৰেছ সমাজবাদী দল স্থাপিত হৈছিল। পোন প্ৰথমতে পি, চি, জোচাৰ নেতৃত্বত কমিউনিষ্ট দলে কাম কৰিছিল। ১৯৩৪ চনত কংগ্ৰেছ সমাজবাদী দল স্থাপন কৰিছিল আচাৰ্য্য নৰেন্দ্ৰ দেৱ আৰু জয়প্ৰকাশ নাৰায়ণে। এই দলটোৰ এটা সংগঠন, এখন কাকত আৰু পূৰ্ণ স্বৰাজৰ বাবে স্পষ্টভাবে প্ৰকাশিত লক্ষ্য আছিল। ই কংগ্ৰেছক সমাজবাদী মূল নীতি গ্ৰহণ কৰিবলৈ বাধ্য কৰিব লাগিব বুলি সংকল্প

লৈছিল। কেৰালা, অন্ধ্ৰ আৰু তামিলনাডুত কংগ্ৰেছ সমাজবাদী সকলে উত্তৰ ভাৰতৰ তেনে সমাজবাদী সকলতকৈ মাৰ্কসবাদৰ ফালে বেছিকৈ ঢাল খাইছিল।

দমন আৰু অত্যাচাৰৰ ফলত ট্ৰেড ইউনিযন আন্দোলনো পঙ্গু হৈ পৰিছিল। (কমিউনিষ্ট দলৰ ওপৰত চৰকাৰী নিষেধাজ্ঞাৰ পিচত ১৯৩৪ চনৰ শেহৰ ফালে লাল নিচান ট্ৰেড ইউনিযন ফেডাৰেচন বে-আইনী ঘোষণা কৰা হ'ল।)

এইদৰে মীৰাটৰ মোকৰ্দ্দমাৰ পিচত মুক্ত হোৱা কমিউনিষ্ট সকলে আকৌ সদৌ ভাৰত ট্ৰেড ইউনিযন কংগ্ৰেছৰ সভ্য ভৰ্ত্তি হৈ কাম কৰাৰ বাহিৰে আন কোনো গত্যন্তৰ নাইকীয়া হ'ল। কংগ্ৰেছ আৰু এম, এন, ৰাযবাদীসকলে প্ৰধান ভাগ লোৱা সদৌ ভাৰত ট্ৰেড ইউনিযন কংগ্ৰেছত এওলোক সংখ্যা লঘিষ্ঠ দল আছিল। ইতিমধ্যে জোছী, চমন লাল আৰু মৃণাল কান্তি বসুৱে নেতৃত্ব কৰা সদৌ ভাৰত জাতীয ট্ৰেড ইউনিযন ফেডাৰেচনে ভি, ভি গিৰীয়ে নেতৃত্ব কৰা সদৌ ভাৰতীয ৰেইলকৰ্মী ফেডাৰেচনৰ লগত মিলি গ'ল। গিৰী আৰু মৃণাল কান্তিৰ মতবাদ কংগ্ৰেছ অনুষ্ঠানৰ মাজত প্ৰচলিত জাতীযতাবাদী ভাবধাৰাৰ ওচৰ আছিল। বিভিন্ন শ্ৰমিক অনুষ্ঠানেৰ গঠিত এক সামূহিক অনুষ্ঠান খোলা হ'ল। ইযাৰ নাম দিযা হ'ল জাতীয ট্ৰেড ইউনিযন ফেডাৰেচন—আৰু ইযাক জাতীযতা-বাদী সকলৰ যি সকল বাঁওপন্থী কমিউনিষ্ট বা এম, এন, ৰয আৰু তেওঁৰ অনুচৰবৰ্গৰ শ্ৰেণী সংগ্ৰামৰ মতবাদ গ্ৰহণ নকৰে, তেওঁলোকে এই নতুন ফেডাৰেচনক সমৰ্থন কৰিলে।

লাল নিচান ট্ৰেড ইউনিয়ন ফেডাৰেচন নিষিদ্ধ কৰাৰ আগতে, তিনিওটা ফেডাৰেচনে, একপ্ৰকাৰ সীমিতভাবে ১৯৩৪ চনৰ জহকালি বোম্বাইৰ পৰা ভাৰতীয বস্ত্ৰ শ্ৰমিকৰ মাজত তেওলোকৰ মজুৰী বৰ কমাই দিযাৰ বিৰুদ্ধে, এক হৰতাল সংগঠন কৰিছিল। প্ৰায ১ লাখ ২০ হেজাৰ কৰ্মীযে হৰতালত যোগ দিছিল। পুলিচৰ অত্যাচাৰ, সোঁপন্থী টেড ইউনিযন নেতাসকলৰ আন্তৰিকতা

শূন্য মনোবৃত্তি আৰু পশ্চাদঘাতীসকলৰ কাৰ্য্যৰ (নিবনুৱা শ্ৰমিকৰ অকল বোম্বাইতেই ৯০,০০০ জন শ্ৰমিক আছিল) দ্বাৰা এই হৰতালক জুন মাহত বিফল কৰা হৈছিল।

এই কালচোবাত তীব্ৰ হৈ পৰা তৃতীয় ধাৰাটো আছিল কেচুৱা অৱস্থাতে থকা কিষাণ বা কৃষক আন্দোলনত গান্ধীবাদ, কংগ্ৰেছ সমাজবাদ আৰু কমিউনিষ্টবাদৰ প্ৰৱেশ। ১৯২০ চনৰ শ্ৰমিক আৰু কৃষক দলবোৰ আৰু ১৯২৯-৩১ চনৰ অৰ্থনৈতিক সঙ্কটৰ কালত স্বতস্ফুৰ্টভাৱে গঢ়ি উঠা বিৰোধী আন্দোলনবোৰ উইলিংদনে অত্যাচাৰেৰে দমন কৰিছিল।

বিহাৰত সহজানন্দ স্বৰস্বতীয়ে এখন শক্তিশালী স্থানীয় কিষাণ সভা সংগঠন কৰিছিল। এই সভাই উত্তৰ প্ৰদেশত পূৰ্বে জনপ্ৰিয় হোৱা বাওপন্থী কৃষি আঁচনিখন সমৰ্থন কৰিছিল। বিহাৰৰ আৰু এজন লেখতলবলগীয়া কৃষক নেতা আছিল কাৰ্য্যানন্দ শৰ্ম্মা। এও পিচলৈ বিহাৰৰ পিচপৰা জিলাবোৰত বৰ প্ৰতিপত্তিশালী হৈ পৰিছিল। উত্তৰ পশ্চিম সীমান্ত প্ৰদেশত, খুদাই খিদমৎগাৰ সকলে আৰু দক্ষিণ মহাৰাষ্ট্ৰত ৰযপন্থীসকলে কৃষকসকলৰ দাবী পুনৰ সঞ্জীৱিত কৰিছিল। বিশাল দেশীয় ৰাজ্য হায়দৰাবাদত, দক্ষিণ মহাৰাষ্ট্ৰৰ দাঁতিত থকা জিলা কেইখনৰ স্থানীয় কৃষক-সকলৰ শোষণৰ বিৰোধিতা কৰিছিল স্বামী ৰামানন্দ তীৰ্থই। মহাৰাষ্ট্ৰৰ এখন জিলাত গান্ধীবাদী দল এটাত তেওঁ ৰাজনৈতিক জীৱন আৰম্ভ কৰি, বোম্বাই নগৰৰ ট্ৰেড ইউনিয়ন আন্দোলনৰ সংস্কাৰপন্থী শাখাত সোমাইছিল। তাৰ পিচত তেও আওৰঙ্গাবাদত গান্ধীৰ আদৰ্শত এটা গাঁও কল্যাণ অনুষ্ঠান খুলিছিল। ৰামানন্দ তীৰ্থৰ প্ৰচেষ্টাৰ ফলতেই পিচৰ কালত হায়দৰাবাদ ৰাজ্যত জন কংগ্ৰেছৰ কাৰণে কৃষক ৰাইজৰ এক শকত ভেটিৰ সৃষ্টি হৈছিল। এই কংগ্ৰেছেই ১৯৪৭ চনৰ পিচত হায়দৰবাদ ৰাজ্যক ভাৰত ইউনিয়নৰ লগত চামিল কৰিবলৈ দাবী কৰি আন্দোলন জুৰিছিল। দক্ষিণ ভাৰতত, উত্তৰ তামিলনাডুত প্ৰধানকৈ সংখ্যাগৰিষ্ঠ ৱান্নিয়াৰ

জাতিৰ লোক সকলে আৰু দক্ষিণ তামিলনাডুত সংখ্যাগৰিষ্ঠ ঠেবাৰ আৰু নাদাৰ সকলে আৰু কেৰালাৰ 'ইৰাবা' সকলে পৌৰ আৰু স্বায়ত্ব শাসনৰ ক্ষেত্ৰত অধিক অংশ গ্ৰহণৰ দাবী কৰিলে।

বঙ্গদেশৰ দক্ষিণ পশ্চিম অঞ্চলৰ মালভূমি আৰু পুৰুলিযা জিলা আৰু বিহাৰৰ ৰাঁচী আৰু সিংভূম জিলাত গান্ধীবাদী কৰ্মীসকলে, পিচপৰা কৃষক বাইজৰ মাজত জাতীযতাবাদৰ ভাবধাৰা আৰু অহিংসা পন্থা প্ৰচাৰ কৰিবলৈ ললে। এই ভাবধাৰাবোৰে মাজে সময়ে সা-সুবিধা নোহোৱা জনজাতীযসকলকো চুইছিলগৈ। ছোটনাগপুৰত, তানা ভগৎ নামক জনজাতীয আন্দোলনে পিচত গান্ধী মহাৰাজ নাম লৈছিল, অসমৰ দাঁতিতে থকা নগালেণ্ডতো বৃটিছ শাসনৰ বিৰুদ্ধে কিছুমান নগাই এজন পুৰোহিতৰ নেতৃত্বত তুমুল আন্দোলন চলাইছিল। এই পুৰোহিতজনে 'গাইডালু' নামৰ এগৰাকী দৈবিক শক্তিসম্পন বুলি খ্যাতি থকা যুৱতীক তেওলোকৰ ৰাণী বা সম্ৰাজ্ঞী ঘোষণা কৰে। ৰাণী গাইডালুৱে জাতীয আন্দোলন সমৰ্থন কৰা বুলি দাবী কৰিলে। ১৯৩০ চনৰ শেহৰফালে অসমৰ দক্ষিণফালে চিলেট জিলাত মৌলানা আব্দুল হামিদ খাঁ ভাছানী নামৰ এজন মুছলমান ধৰ্মী পণ্ডিতে, এক শক্তিশালী কৃষক আন্দোলন সংগঠন কৰিছিল। ওচৰতে থকা পূৰ্ব্ববঙ্গৰ মৈমনসিং জিলালৈকেও এই আন্দোলন বিযপি পৰিছিল।

এই আন্দোলনবোৰ কোনো সম্মিলিত আন্দোলন নাছিল আৰু এইবোৰ কংগ্ৰেছৰ নিযন্ত্ৰণতো হোৱা নাছিল। কংগ্ৰেছ সমাজবাদীসকলে বহুতো কিষাণ সভাৰ নেতৃত্ব কৰিছিল। কেতিযাবা আকৌ বঙ্গদেশৰ তাৰকেশ্বৰ সত্যাগ্ৰহ আৰু ত্ৰিবাঙ্কুৰ ৰাজ্যৰ বাযালাৰ সত্যাগ্ৰহৰ দৰে কিছুমান কিষাণ আন্দোলনক উদগনি দি সেইবোৰৰ নেতৃত্ব কৰিছিল স্থানীয কমিউনিষ্ট সংগঠকসকলে। কংগ্ৰেছৰ গঠনমূলক কৰ্মীসকল যিবোৰ ঠাইত এনে আন্দোলনৰ সংগঠক আছিল, তেনেস্থলত কৃষক আন্দোলনবোৰৰ এটা সৰ্ব্বাত্মক সংস্কাৰবাদী আৰু জাতীয়তাবাদী গাঁথনি আছিল। কিন্তু আনবোৰ ক্ষেত্ৰত

কৃষক ৰাইজ স্থানীয় শ্ৰেণী সমস্যাৰ লগতহে ব্যস্ত আছিল আৰু জাতীয়তাবাদী আন্দোলনৰ লগত তেওঁলোকৰ আন্দোলনৰ সম্পৰ্ক অতি দূৰ আৰু ওপৰে ওপৰেহে আছিল। এনেধৰণৰ কিছুমান আন্দোলনত ধৰ্মীয় নেতাসকলৰ প্ৰাধান্য লক্ষ্য কৰিবলগীয়া আছিল। পিচপৰা অঞ্চলত কেতিযাবা আদিম নৈতিকতাৰ আবেদনে কৃষকসকলৰ অনুভূতিপ্ৰৱণতা জগাই দিছিল। এই নৈতিকতাৰ ব্যাখ্যা কৰোঁতাসকল আছিল তেওঁলোকৰ স্থানীয় ধৰ্মীয় বা জাতিৰ নাইবা জনজাতীয় প্ৰচাৰক আৰু শিক্ষকসকল।

শোষণৰ বিৰুদ্ধে পৰোক্ষভাবে প্ৰতিবাদৰ পন্থা হিচাপে ধৰ্মীয় অনুভূতিলৈ এনে আবেদন জনোৱাৰ দৃষ্টান্ত বহুদেশৰ কৃষকৰ মাজত স্বাধীনতা আন্দোলনৰ বুৰঞ্জীত দেখিবলৈ পোৱা যায়।

আকৌ একে সময়তে শ্ৰমিক আৰু কৃষকসকলৰ শিক্ষা আৰু সংগঠনত নিযুক্ত বহুতো ৰাজনৈতিক কৰ্মী কমিউনিষ্ট আৰু কংগ্ৰেছ সমাজবাদীসকলে আগবঢ়োৱা মাৰ্ক্সবাদী ভাবধাৰাৰ দ্বাৰা তুমুলভাবে আলোড়িত হৈছিল। ৰাজনৈতিক প্ৰদৰ্শনবোৰৰ যুক্ত আন্দোলনবোৰেও উমৈহতীয়া স্বাৰ্থত লগ লগাৰ সুবিধা দিছিল। সেইদৰে একেলগে বহুসংখ্যক ৰাজনৈতিক বন্দীক হিজলী আৰু বক্সাৰৰ আটক কেন্দ্ৰ নাইবা মান্দালয় আৰু আন্দামানৰ জেলখানাৰ দৰে ঠাইত বন্দী কৰি থোৱাৰ ফলতো পৰস্পৰৰ মাজত সংযোগ ঘটিছিল। জেলত বন্দী অবস্থাত থকা কালতে বহু গান্ধীবাদী আৰু সন্ত্ৰাসবাদীয়ে এনে কিছুমান কিতাপ পত্ৰ পঢ়িবলৈ সময় পালে যিবোৰে তেওঁলোকক অহিংসা বা বোমা পেলোৱা আৰু দলগত বীৰত্বৰ পৰা মাৰ্ক্সবাদী শ্ৰেণী সংঘৰ্ষৰ মতবাদলৈ ঢাল খুৱালে, ১৯৩৫ চনৰ মে দিবসৰ দিনাখন ভগৎ সিংৰ সকলো আটক বন্দী সহকৰ্মীক লৈ ৩১ জন আন্দামান জেলৰ বন্দীয়ে নিজৰ ভিতৰতে কমিউনিষ্ট সহযোগী সঙ্ঘ স্থাপন কৰিলে, পিচত আন্দামানত থকা চিটাগঙ দলৰ কিছুমান সভ্যাইও কমিউনিষ্টবাদৰ প্ৰতি ঢাপলি মাৰিলে। এইবোৰ লোকৰ

সংখ্যা পিচে গাঁও অঞ্চলত গান্ধীজীৰ সৰ্ব্বোদয় মতবাদ প্ৰচাৰ চলাই থকা কংগ্ৰেছ কৰ্মীসকলৰ সংখ্যাতকৈ বহু কম আছিল।

এনে ধৰণৰ সাধাৰণ পৰিবেশৰ সন্দৰ্ভতে মুক্তি আন্দোলনৰ নতুন ধৰণৰ কিছুমান দিশৰ বিকাশ হ'ল।

## জাতীয় আন্দোলনত ৰাজ্যবোৰৰ অধিবাসীসকলৰ আলোড়ণ

বৃটিছ ভাৰতৰ প্ৰদেশবোৰ ভাইচৰযে প্ৰত্যক্ষভাবে নিজৰ কাৰ্য্য-পালিকাৰ কৰ্তৃত্বৰে শাসন কৰিছিল। দেশৰ বাকী অঞ্চলত বহুতো সংখ্যক ৰাজশাসনৰ তলতীয়া ৰাজ্য আছিল। বৃটিছসকলে এই ৰাজ্যবোৰক দেশীয ৰাজ্য বুলি উল্লেখ কৰিছিল। আকৃতি আৰু জনসংখ্যাত এই ৰাজ্যবোৰৰ কেইখনমান বৰ বিশাল আৰু কেই-খনমান অতি ক্ষুদ্ৰ আছিল আৰু গোটেই দেশতে বৃটিছ ভাৰতৰ অঞ্চলৰ মাজে মাজে এই ৰাজ্যবোৰ সিঁচৰিত হৈ আছিল। বৃটিছ-সকলে এই ৰাজ্যবোৰক পৰোক্ষভাবে ৰজা আৰু প্ৰধান সকলৰ জৰিয়তে শাসন কৰিছিল।

## জাতীয় আন্দোলনত দেশীয় ৰাজ্যৰ প্ৰজাসকলৰ আন্দোলন

বৃটিছ ভাৰতৰ শাসনভাৰ আছিল ভাইচৰযৰ প্ৰত্যক্ষ কাৰ্য্য-পালিকাৰ হাতত। দেশৰ বাকী অংশত বিশাল সংখ্যক ৰাজতন্ত্ৰ প্ৰচলিত ৰাজ্য বোৰ আছিল। বৃটিছসকলে এই ৰাজ্য বোৰক দেশীয ৰাজ্য বুলিছিল। এই ৰাজ্যবোৰৰ আযতন আৰু জনসংখ্যা অতি বিশালৰ পৰা অতি ক্ষুদ্ৰলৈ জুৰি আছিল।

দেশীয ৰাজ্যৰ ৰজাসকলে তেওঁলোকৰ যথেচ্ছা অনুসৰি ৰাজ্যবোৰ শাসন কৰিছিল। তেওঁলোকৰ সৰহভাগেই যথোপযুক্ত বশ্যতা দেখুৱাই বৃটিছসকলৰ লগত সাবধানে সম্পৰ্ক ৰখাৰ কাৰণে সচেষ্ট আছিল। কেইজনমানে হ'লে এনে কৰা নাছিল। এওঁলোকে

এনেদৰে বৃটিছসকলক বিতুষ্ট কৰিছিল আৰু ফলত এই শাসনকৰ্তা সকলে নিজৰ ৰাজ্যৰ ওপৰত দখল হেৰুৱাব লগীয়াত পৰি কুফল ভোগ কৰিছিল। কিন্তু বিশেষ মন কৰিবলগীয়া কথা হ'ল এয়ে যে ভাৰতত বৃটিছ শাসন আৰু প্ৰভাৱে সৰহভাগ দেশীয় ৰাজ্যতে প্ৰতিক্ৰিয়াশীল, সামন্তবাদী স্বেচ্ছাচাৰী শাসন বজাই ৰাখিছিল। বেছিভাগ ক্ষেত্ৰতে গণতান্ত্ৰিক শাসনৰ একোটাৰে নাছিল। ৰজা আৰু অভিজাতবংশীয় সকলে ভোগ কৰা জাকজমকতা আৰু অত্যধিক মাত্ৰা খৰচৰ তুলনাত প্ৰজাৰ জীৱনৰ মানদণ্ড অতি শোচনীয়ভাৱে নিম্ন আছিল আৰু বহুক্ষেত্ৰত তেওঁলোকৰ ওপৰত নিষ্পেষণ চলিছিল। সাধাৰণ অৱস্থাত, এনে দুৰ্নীতিপৰায়ণ বা স্বেচ্ছাচাৰী শাসকক দেশৰ ভিতৰুৱা বিদ্ৰোহ বা বাহিৰৰ পৰা আক্ৰমণৰে ওফৰাই পেলোৱা হ'লহেঁতেন। কিন্তু ভাৰতৰ দেশীয় ৰাজ্যবোৰৰ ক্ষেত্ৰত বৃটিছ শাসনে এনে ব্যৱস্থা অসম্ভৱ কৰি পেলাইছিল। এই ৰজাসকলে, তেওঁলোকৰ সামন্তবাদী অৱস্থা নিৰাপদ আৰু সুৰক্ষিত অনুভৱ কৰিছিল।

এনেধৰণৰ অসন্তোষজনক আৰু বহুসময়ত পৰস্পৰ বিৰোধী বাতাৱৰণৰ ফলত এই দেশীয় ৰাজ্যবোৰত কিছুমান স্থানীয় অনুষ্ঠানৰ উদ্ভৱ হৈছিল। এই অনুষ্ঠানবোৰে জনসাধাৰণৰ অসন্তুষ্টি আৰু বিৰোধী মনোভাৱৰ পৰিচয় দিছিল।

প্ৰজামণ্ডল বা ৰাজ্যিক জনসাধাৰণৰ সভা (ষ্টেটচ পিপলচ কনফাৰেন্স) আদি বিভিন্ন নামেৰে এই অনুষ্ঠানবোৰ জনাজাত আছিল। মহীশূৰত এখন ৰাজ্যিক কংগ্ৰেচ আছিল। এইবোৰৰ পৰিসৰ স্থানীয় আছিল আৰু বিশেষ এখন ৰাজ্যৰ কথাৰ লগতে প্ৰতিটো অনুষ্ঠান জড়িত আছিল। যেতিয়া দেশীয় ৰাজ্যবোৰত অৱস্থিত সৈন্যদলৰ পৰা পঠিওৱা সৈনিকসকলে প্ৰথম মহাযুদ্ধৰ পৰা উভটি আহিল, তেওঁলোকে নিজৰ ৰাজ্যবোৰত গণতান্ত্ৰিক ভাৱধাৰা বিস্তাৰ কৰিবলৈ সহায় কৰিলে, তাৰোপৰি বৃটিছ ভাৰতৰ অসহযোগ আন্দোলনেও এক গভীৰ সাঁচ বহুৱালে।

১৯২০ চনত, পোনপ্ৰথম বাৰৰ বাবে, নাগপুৰত বহা কংগ্ৰেছৰ বছৰেকীয়া অধিবেশনত দেশীয় ৰজাসকলক তেওঁলোকৰ ৰাজ্যবোৰত সোনকালে সম্পূৰ্ণ দায়িত্বশীল চৰকাৰ পাতিবলৈ অনুমতি দিবলৈ, আহ্বান জনোৱা হৈছিল। কিন্তু একে সময়তে কংগ্ৰেছৰ প্ৰস্তাব-বোৰত স্পষ্টকৈ কোৱা হৈছিল যে ৰাজ্যবোৰৰ ৰাইজে ( দেশীয়-ৰাজ্যৰ প্ৰজা বুলি এওলোকক উল্লেখ কৰা হৈছিল ) কংগ্ৰেছৰ ব্যক্তিগত সভ্য হব পাৰিব যদিও এই সভ্যপদক গাইগুটিয়া ৰাজ্য বোৰত অন্তৰ্বৰ্ত্তী সমস্যাৰ ক্ষেত্ৰত হস্তক্ষেপ কৰিবলৈ ব্যৱহাৰ কৰিব নোৱাৰিব। যদি তেওঁলোকে এনে কৰিবলৈ বিচাৰে, তেনেহলে, নিজৰ ব্যক্তিগত সামৰ্থ্যৰ ওপৰতহে কৰিব পাৰিব, ভাৰতীয় জাতীয়তাবাদী কংগ্ৰেছৰ নামত হলে নোৱাৰে। এই সূত্ৰটো কংগ্ৰেছৰ বৃটিছ অধিকৃত ভাৰতীয় অঞ্চলৰ সভ্যৰ ক্ষেত্ৰটো খাটিছিল। সাধাৰণতে প্ৰত্যেক ৰাজ্যৰে স্থানীয় প্ৰজা মণ্ডল বা ৰাজ্যিক জন-সাধাৰণৰ সভাই ৰাজনৈতিক কাৰ্য্যকলাপ সংগঠন আৰু নিয়ন্ত্ৰণ কৰিব লাগে বুলি কংগ্ৰেছে ভাবিছিল।

বৃটিছ চৰকাৰে সকলো ৰজাকে লৈ ৰজাসকলৰ সদন ( বা নৰেন্দ্ৰ মণ্ডল ) নামেৰে সম্পূৰ্ণভাবে এখন পৰামৰ্শকাৰী সভা গঠন কৰিছিল। ইয়াৰ উদ্দেশ্য আছিল এই ৰাজ্যসকলৰ লগত এক আৰ্হিস্থানীয় সম্পৰ্ক স্থাপন কৰা। বিভিন্ন শ্ৰেণীৰ ৰজাসকলৰ মাজত সৰু বৰৰ সম্মান লৈ খোৱাকামোৰাৰ কাৰণে এই সদন খনৰ ভিতৰতে ৰজাসকলৰ মিলাপ্ৰীতি নাছিল। চাইমন আয়োগ নিয়োগ কৰা বছৰতে, দেশীয়ৰাজ্যবোৰৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত উন্নততৰ সম্পৰ্ক স্থাপনৰ বাবে ব্যৱস্থা কেতবোৰ অনুমোদন কৰিবলৈ বৃটিছ চৰকাৰে "হাৰ্ব্বাট বাৎলাৰ ভাৰতীয় দেশীয় ৰাজ্য কমিটি" এখন নিয়োগ কৰিছিল। চৰকাৰৰ এই কাৰ্য্যৰ প্ৰতিক্ৰিয়া স্বৰূপে ৰাজ্য বোৰৰ প্ৰজাবৰ্গৰ ভিতৰৰ পৰা কাথিবাৰৰ বলবন্ত ৰায় মেহটা আৰু মনিলাল কোঠাৰী আৰু দাক্ষিণাত্যৰ, জি, আৰ, অভয়ঙ্কৰ আদি জাতীয়তাবাদী প্ৰজাসকলে ১৯২৭ চনৰ ডিচেম্বৰ মাহত এখন

সদৌ ভাৰতীয দেশীয ৰাজ্যিক প্ৰজা সভ আহ্বান কৰিলে। এই সভাখন পশ্চিম ভাৰতীয সকলৰ উদ্যোগত পতা হৈছিল যদিও গোটেই ভাৰতৰ পৰা ৭০০ জন প্ৰতিনিধিয়ে ইযাত উপস্থিত হৈছিল। সদৌ ভাৰত দেশীয ৰাজ্য প্ৰজা সভাৰ উদ্দেশ্য আছিল ৰাজ্যৰ চৰকাৰবোৰক "ৰাজ্যৰ প্ৰজাসকলৰ সমূহীয়া জনমতৰ শক্তিৰ দ্বাৰা প্ৰশাসনত আৱশ্যকীয সংস্কাৰ আৰম্ভ কৰিবলৈ' প্ৰভাৱান্বিত কৰা আৰু সকলো ৰাজ্যত ৰাইজৰ দ্বাৰা নিৰ্ব্বাচিত প্ৰতিনিধি সকলৰ দ্বাৰা স্বাযত্বশাসন চলোৱা নীতিৰ ওপৰত গুৰুত্ব আৰোপ কৰা। ৰাইজৰ খাজনা আৰু শাসকৰ নিজা উপাৰ্জ্জনৰ মাজত স্পষ্টভাৱে পাৰ্থক্য স্বীকাৰ কৰাৰ প্ৰয়োজনীযতাৰ ওপৰত সভাই জোৰ দিছিল। ব্যক্তিগত খৰচৰ কাৰণে ৰাজহুৱা ধনৰ অপব্যবহাৰ আৰু শোষণৰ ওৰ পেলাবলৈ এনে ব্যবস্থাৰ প্ৰয়োজন আছিল। সভাই কাৰ্য্যপালিকা আৰু ন্যায পালিকাৰ পৃথকীকৰণৰ বাবেও ওকালতি কৰিছিল যাতে স্বেচ্ছাচাৰী ক্ষমতাৰ বিলোপ সাধন হয। সৰ্বশেষত সদৌ ভাৰত দেশীয ৰাজ্য প্ৰজা সভাই বৃটিছ ভাৰত আৰু দেশীয় ৰাজ্য বোৰৰ মাজত সাংবিধানিক সম্পৰ্ক স্থাপনৰ বাবে দাবী কৰিছিল আৰু এই সম্পৰ্কৰ ক্ষেত্ৰত দেশীয ৰাজ্যৰ প্ৰজাসকলৰ নে কাযকৰী হোৱাটো বিচাৰিছিল। ইযাৰ দ্বাৰা গোটেই ভাৰতৰে স্বৰাজ শীঘ্ৰে লাভ হব বুলি যুক্তি দেখুওৱা হৈছিল।

১৯২৭ চনৰ ডিচেম্বৰ মাহত প্ৰথমখন সভা আহ্বান হোৱাৰ সময়ৰ পৰাই, সদৌ ভাৰত দেশায় ৰাজ্য প্ৰজা সভাখন প্ৰায স্থাযী আৰু চলি থকা ৰাজনৈতিক সম্থাত পৰিণত হৈছিল। ই এৰবাহে সঙ্গতভাবে সামন্তবাদ বিৰোধী আছিল যদিও, কংগ্ৰেছৰ দৰে সিমান স্পষ্টভাবে সাম্ৰাজ্যবাদ বিৰোধী নাছিল। বহু পৰিমাণে ইয়াৰ কাৰণ হ'ল, দেশীয ৰাজ্যৰ প্ৰজাৰ ক্ষেত্ৰত সামন্তবাদী পদ্ধতিয়েহে পোনপটীযা শোষণৰ কাৰণে দাযী আছিল।

সদৌ ভাৰত দেশীয ৰাজ্য প্ৰজা সভা স্থাপন কৰাৰ তৎকালীন ফল স্বৰূপে বিভিন্ন ৰাজ্যৰ ৰাইজৰ আন্দোলনবোৰে সুকীয়া আৰু

স্থানীয় ঘটনা হৈ নেথাকি, এক সৰ্ব ভাৰতীয় ৰূপ গ্ৰহণ কৰিলে। লাহোৰ কংগ্ৰেছ অধিবেশনত সভাপতিৰ ভাষণত পূৰ্ণ স্বৰাজৰ বিষয়ে কওতে জওহৰলাল নেহৰুৱে এইদৰে চৰকাৰীভাবে ঘোষণা কৰিলে

"ভাৰতৰ দেশীয় ৰাজ্যবোৰে ভাৰতৰ বাকী অঞ্চলৰ পৰা আঁতৰি বাচি থাকিব নোবাৰে
এই ৰাজ্যবোৰৰ ভৱিষ্যত নিৰূপণ কৰিবলৈ একমাত্ৰ অধিকাৰ, ৰাজ্যবোৰৰ প্ৰজাসকলৰহে আছে।"

১৯২৯ চনৰ কংগ্ৰেছ অধিবেশনতো সদৌ ভাৰত দেশীয় ৰাজ্য প্ৰজা সভাৰ দাবীবোৰ সমৰ্থন কৰি এটি প্ৰস্তাৱ গ্ৰহণ কৰা হৈছিল।

দেশীয় ৰাজ্যবোৰৰ গোটেই ভাৰতবৰ্ষখনৰ অখণ্ড অংশ হিচাপে লব লাগে বুলি কৰা দাবীৰ প্ৰত্যক্ষ পৰিণাম হিচাপে, সদৌ ভাৰত দেশীয় ৰাজ্য প্ৰজা সভাই, প্ৰথম ঘূৰণীয়া মেজ মেলত দেশীয় ৰাজ্যৰ প্ৰজাৰ প্ৰতিনিধিত্ব থাকিব লাগে বুলি বৃটিছ চৰকাৰলৈ অনুৰোধ জনাইছিল। এই অনুৰোধ ৰক্ষা নহ'ল। প্ৰজা সভাই তেতিয়া, সদৌ ভাৰতীয় ফেডাৰেল সংবিধান এখনৰ কাৰণে ওকালতী কৰি কংগ্ৰেছক এখন আবেদন পত্ৰ দিছিল। এই আবেদন পত্ৰত কৰাচী কংগ্ৰেছত বৃটিছ ভাৰতৰ কাৰণে দাবী কৰা সকলো মৌলিক অধিকাৰ আৰু সা-সুবিধা দেশীয় ৰাজ্যৰ প্ৰজাসকলকো দিব লাগে বুলি কোৱা হৈছিল। সামন্তবাদ-বিৰোধী আন্দোলন এনেদৰে গণতান্ত্ৰিক হৈ পৰিছিল আৰু জাতীয় আন্দোলনৰ লগত একেশাৰীলৈ আহিছিল।

গান্ধীজী কিন্তু দেশীয় ৰাজ্যৰ প্ৰজাৰ আন্দোলন খৰতকীয়াকৈ গণতান্ত্ৰিক হোৱাৰ পক্ষপাতী নাছিল। তেওঁ ১৯২০ চনৰ হস্তক্ষেপ নকৰা নীতিকে পুনৰ দোহাৰিছিল। গান্ধীজীৰ যুক্তি আছিল যে বাহিৰৰ পৰা আৰম্ভ কৰা আন্দোলন সফল হব নোৱাৰে, দেশীয় ৰাজ্যৰ প্ৰজাসকলে আত্মনিৰ্ভৰশীল হবলৈ শিকিব লাগে। অৱশ্যে, ৰজাসকলে নিজ প্ৰজাসকলক মৌলিক অধিকাৰ সমূহ দিব লাগে বুলি কৰা কংগ্ৰেছৰ প্ৰস্তাৱ এটাক গান্ধীজীয়ে উৎসাহিত কৰিছিল।

১৯৩৫ চনৰ ভাৰত বিধানত ফেডাৰেল মূলনীতি স্বীকাৰ কৰা হ'ল যদিও ইয়াৰ প্ৰস্তাব সমূহ এনেদৰে সন্নিবিষ্ট কৰা হৈছিল যে দেশীয় ৰাজ্যবোৰক জাতীয়তাবাদৰ দাবীবোৰত বাধা জন্মাবলৈহে ব্যবহাৰ কৰা হব পাৰে। বিধানখনত কেন্দ্ৰত উচ্চ সদন আসনৰ পাঁচভাগৰ দুভাগ আৰু নিম্ন সদনৰ আসনৰ তিনিভাগৰ এভাগ দেশীয় ৰাজ্য সমূহৰ কাৰণে ৰখা হৈছিল। এনে ব্যবস্থা পিছে সৰ্বসাধাৰণ স্বীকৃত আনুপাতিক প্ৰতিনিধিত্ব অনুসৰি হোৱা নাছিল। দেশীয় ৰাজ্যৰ প্ৰতিনিধি সকলে আচলতে ৰাজ্যসমূহৰ প্ৰজাবৰ্গক প্ৰতিনিধিত্ব কৰা নাছিল। তেওঁলোক মাথোন শাসক সকলৰ দ্বাৰা মনোনীত সভ্যহে আছিল।

বহু ৰাজ্যত বিশেষকৈ ৰাজকোট জয়পুৰ কাশ্মীৰ, হায়দৰাবাদ আৰু ত্ৰিবাঙ্কুৰত গণতন্ত্ৰৰ মূলনীতিবোৰ স্বীকাৰ কৰাৰ বাবে আৰু চৰকাৰী প্ৰশাসনৰ পুনৰ্গঠনৰ বাবে তাৎপৰ্য্যপূৰ্ণ আন্দোলন আৰম্ভ কৰা হৈছিল। নৰেন্দ্ৰবৰ্গই নিৰ্মম অত্যাচাৰেৰে ইয়াৰ প্ৰত্যুত্তৰ দিছিল। তেওঁলোকৰ কিছুমানে সাম্প্ৰদায়িক আবেগৰ জুইত ঘিঁউ ঢালি জনবিদ্ৰোহৰ জোৰাৰত বান্ধ দিবলৈ চেষ্টা কৰিছিল। উদাহৰণ স্বৰূপে হায়দৰবাদৰ নিজামে জন আন্দোলনক মুছলমান-বিৰোধী আখ্যা দিবলৈ চেষ্টা কৰিছিল। সেইদৰে কাশ্মীৰৰ মহাৰজাই জন আন্দোলনক হিন্দু বিৰোধী বুলি প্ৰমাণ কৰিবলৈ বিচাৰিছিল। ত্ৰিবাঙ্কুৰত কোৱা হৈছিল যে আন্দোলনৰ পিচত শক্তি যোগান ধৰিছিল খৃষ্টীয়ান সকলে আৰু তেওঁলোকৰ গীৰ্জাই, আৰু ইয়াৰ উদ্দেশ্য আছিল হিন্দু মহাৰজাজনক গদীচ্যুত কৰা।

ভাৰতীয় জাতীয়তাবাদী কংগ্ৰেছে, দেশীয়ৰাজ্যৰ প্ৰজাসকলক তেওঁলোকৰ স্বাধীনতা যুজত সমৰ্থন কৰিবলৈ ধৰিছিল আৰু এই ৰাজ্যবোৰত গণতান্ত্ৰিক চৰকাৰ প্ৰতিষ্ঠা আৰু প্ৰজাক নাগৰিক অধিকাৰবোৰ দিয়াৰ বাবে দাবী কৰিছিল। কংগ্ৰেছে যেতিয়া ইয়াৰ লক্ষ্য স্বাধীনতাৰ কথা কৈছিল, ই পৰিষ্কাৰকৈ ব্যাখ্যা কৰিছিল যে এই স্বাধীনতা হ'ল দেশীয় ৰাজ্যবোৰকে ধৰি ভাৰতৰ সকলো

অধিবাসীৰ স্বাধীনতা। ১৯৩৮ চনৰ ত্ৰিপুৰী কংগ্ৰেছ অধিবেশনত, কংগ্ৰেছ অনুষ্ঠানে দেশীয় ৰাজ্যবোৰৰ আন্দোলনৰ লগত ঘনিষ্ঠ সহযোগিতা কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছিল। সদৌ ভাৰতীয় ৰাইজৰ উমৈহতীয়া আকাঙ্ক্ষাক গুৰুত্ব দিবলৈ, সদৌ ভাৰতীয় দেশীয় ৰাজ্য প্ৰজা সভাই ১৯৩৯ চনত জওহৰলাল নেহৰুক ইয়াৰ সভাপতি নিৰ্ব্বাচিত কৰিলে। দেশীয় ৰাজ্যবোৰৰ আন্দোলনে অকল যে ৰাজ্যৰ প্ৰজাসকলৰ ৰাজনৈতিক চেতনাকে জগাই তুলিছিল এনে নহয় ভাৰতীয় একতাৰ ভাবধাৰাতো এক নতুন সুদূৰপ্ৰসাৰী দৃষ্টিভঙ্গী আনিবলৈ সক্ষম হৈছিল।

## বিশ্বৰ ঘটনাৱলীৰ প্ৰতি অনুৰাগ

১৯৩০ চনৰ শেহৰ ফালেহে সাধাৰণভাবে ভাৰতীয় জাতীয়তাবাদী আন্দোলনবোৰে আৰু বিশেষকৈ কংগ্ৰেছ নেতৃত্বই বিশ্বৰ সমস্যাবলীৰ প্ৰতি অধিক সচেতনভাবে মনোযোগ দিবলৈ আৰু দেশৰ ৰাইজৰ ওপৰত বাহিৰৰ ঘটনাবলী সংঘাতৰ প্ৰভাবক ভালদৰে বুজিবলৈ আৰম্ভ কৰিছিল।

আৰম্ভনীৰে পৰা বিদেশত, বিশেষকৈ আফ্ৰিকা আৰু এচিয়াত বৃটিছ সাম্ৰজ্যবাদী দুৰাকাঙ্ক্ষা পূৰাবলৈ ভাৰতীয় সেনাবাহিনী আৰু ভাৰতৰ সম্পদৰাজিৰ ব্যৱহাৰ কৰাৰ বিৰুদ্ধে ভাৰতীয় নেতাসকলে প্ৰতিবাদ জনাইছিল। ১৮৮৫ চনত কংগ্ৰেছ অনুষ্ঠান স্থাপিত হোৱাৰে পৰা এই প্ৰতিবাদে কংগ্ৰেছৰ এটা নীতিৰ আকাৰ ধাৰণ কৰিলে। ইয়াৰ প্ৰত্যক্ষ ফল স্বৰূপে, কংগ্ৰেছ বৃটেইনৰ স্বাৰ্থতকৈ নিজৰ দেশৰ স্বাৰ্থ সেবিব পৰাকৈ এক বিদেশী নীতি ( পৰৰাষ্ট্ৰ নীতি ) গঢ়ি তুলিবলৈ আৰম্ভ কৰিছিল, সাধাৰণতে এই নীতিয়ে সকলো প্ৰকাৰৰ সাম্ৰাজ্যবাদৰ বিৰোধ কৰাৰ পক্ষে আছিল। ১৯২৭ চনৰ ফেব্ৰুৱাৰী মাহত জওহৰলাল নেহৰুৱে ব্ৰুচেলচত বহা উপদ্ৰুত জাতিসকলৰ কংগ্ৰেছ সভাত যোগদান কৰিছিল। এই সভাখন

সাম্ৰাজ্যবাদী শক্তি সমূহৰ ৰাজনৈতিক বা অৰ্থনৈতিক শোষণৰ ফলত দুৰ্ভোগ ভোগা এচিয়া আফ্ৰিকা আৰু লেটিন এমেৰিকাৰ ৰাজনৈতিক বিপ্লবী আৰু নিৰ্ব্বাসিত নেতা সকলে সংগঠিত কৰিছিল। ব্ৰুচেলচ কংগ্ৰেছে সাম্ৰাজ্যবাদৰ বিৰুদ্ধে সকলোৰে সহযোগিতাৰ মাজেৰে এখন উমৈহতীয়া আচনি তৈয়াৰ কৰিবলৈ বিচাৰিছিল। নেহৰুৱে ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰতিনিধি হিচাপে ইয়াত যোগদান কৰিছিল। কংগ্ৰেছলৈ দিয়া ভাষণত তেওঁ কৈছিল

> পৰাধীন আৰু অৰ্দ্ধ স্বাধীন আৰু উপদ্ৰুত ৰাইজে চলাই যোৱা আন্দোলনবোৰৰ এটা যে উমৈহতীয়া মিল আছে সেইটো আমি উপলব্ধি কৰো। ইয়াৰ বিৰোধী সকল সদায় একেধৰণৰ। অৱশ্যে কেতিয়াবা বিভিন্ন মুখা পিন্ধি আমাৰ আগত ওলায় কিন্তু তেওঁ লোকক দমন কৰাৰ যি পন্থা সি প্ৰায়ে একেধৰণৰ।"

এই ব্ৰুচেলচ কংগ্ৰেছতেই "সাম্ৰাজ্যবাদ বিৰোধী লীগ' ( লীগ এগেইনষ্ট ইম্পিৰিয়েলিজম ) স্থাপন কৰা হৈছিল। নেহৰুক এই লীগৰ কাৰ্য্যনিৰ্ব্বাহক পৰিষদৰ সদস্য নিৰ্ব্বাচিত কৰা হৈছিল। সেই বছৰৰে শেষৰ ফালে মাদ্ৰাজ কংগ্ৰেছ অধিৱেশনত এক উত্তেজিত বাক-বিতণ্ডাৰ পিচত নিজৰ সাম্ৰাজ্যবাদী উদ্দেশ্য পূৰাবলৈ বা ৰক্ষা কৰিবলৈ বৃটেইনে হাতত লোৱা কোনো যুদ্ধৰ যুদ্ধৰ নিচিনা কামত ভাৰতবাসীয়ে যে কেতিয়াও সহায় নকৰে সেই বিষয় সুনিশ্চিতভাৱে চৰকাৰক কংগ্ৰেছ সকিয়াই দিছিল। ১৯৩০ চনৰ পৰা কংগ্ৰেছ পৃথিবীৰ যি কোনো অঞ্চলতে সাম্ৰাজ্যবাদৰ বিৰোধিতা কৰাৰ পক্ষে দৃঢ়ভাৱে থিয় হৈছিল। এচিয়া আৰু আফ্ৰিকাৰ জাতীয়তাবাদী আন্দোলনবোৰ কংগ্ৰেছে মুক্তভাৱে সমৰ্থন জনাইছিল। এই সময়ত ইটালী, জাৰ্ম্মানী আৰু জাপানত গণতন্ত্ৰৰ বিৰুদ্ধে এক নতুন ভাবুকী—ফেছীবাদৰ অভ্যুদয় হৈছিল। নিকৃষ্ট উগ্ৰবাদী পন্থা হিচাবে ফেছীবাদ সাম্ৰাজ্যবাদৰেই এটা ভিন্নৰূপ আছিল। ইয়াৰ মতবাদ বৰ্ণশ্ৰেষ্ঠতাৰ ওপৰতো স্থাপিত আছিল। কংগ্ৰেছ সেয়েহে ইথিওপিয়া, স্পেইন আৰু চেকোশ্লোভেকিয়াত ফেছীষ্ট

বিৰোধী যুঁজক অকুণ্ঠ সমৰ্থন দিছিল। ১৯৩৭ চনত জাপানে চীনক আক্ৰমণ কৰিছিল। কংগ্ৰেছে এই কাৰ্য্যক সাম্ৰাজ্যবাদী আক্ৰমণাত্মক কাৰ্য্য বুলি অভিহিত কৰিছিল আৰু ভাৰতীয় ৰাইজক "চীনৰ ৰাইজৰ প্ৰতি সহানুভূতিৰ চিন স্বৰূপে জাপানী বযবস্তু ব্যবহাৰৰ পৰা বিৰত হবলৈ" অনুৰোধ জনাই এটা প্ৰস্তাব পাছ কৰিছিল। তাৰ পিচৰ বছৰত, ১৯৩৮ চনত ডক্টৰ এম অটলৰ নেতৃত্বত ড কটনিচৰ সৈতে চীনা সৈন্যবাহিনীৰ লগত কাম কৰিবলৈ এটা ডাক্তৰৰ সজাতি দল চীনলৈ পঠিওৱা হৈছিল।

ভাৰতীয় জাতীয় কংগ্ৰেছৰ এই নীতিৰ মূলত আছিল এচিয়া আৰু আফ্ৰিকাৰ দেশ সমূহৰ ভৱিষ্যত যে পৰস্পৰৰ ভাগ্যৰ লগত জড়িত সেই কথাৰ উপলব্ধি আৰু ফেছীবাদ আৰু স্বাধীনতাৰ শক্তি সমূহৰ, সমাজবাদ আৰু গণতন্ত্ৰৰ মাজত আগন্তুক পৰস্পৰ বিৰোধী আন্দোলনে যে ভাৰতবৰ্ষৰ ওপৰতো ভয়াবহ প্ৰভাৱ পেলাব সেই কথাৰ সম্যক জ্ঞান। যদিও এই ভাববোৰ ভাৰতীয় নেতা সকলৰ বহুতৰেই মনলৈ আহিছিল, পৰৰাষ্ট্ৰ সম্পৰ্কীয় ঘটনাবলীৰ ক্ষেত্ৰত অকল জওহৰলাল নেহৰুহে কংগ্ৰেছী নেতাসকলৰ মুখপাত্ৰ আছিল। এই ক্ষেত্ৰত তেওঁ অকল কংগ্ৰেছৰ কাৰণেই নহয়, গোটেই জাতিটোৰ কাৰণে কৈছিল। ভাৰতীয় নেতাসকলৰ ভিতৰত তেওঁৱেই প্ৰথমে আমাৰ দেশৰ বিকাশত বিশ্বৰ ঘটনাবলীৰ গুৰুত্ব স্বীকাৰ কৰিছিল। তেওঁ এই সম্পৰ্কে বাৰে বাৰে উল্লেখ কৰিছিল। উদাহৰণ স্বৰূপে ১৯৩৬ চনত লক্ষ্ণৌত বহা কংগ্ৰেছ অধিবেশনৰ সভাপতিৰ ভাষণত তেওঁ এই বুলি কৈছিল

> "আমাৰ আন্দোলন কিন্তু স্বাধীনতাৰ কাৰণে এক বৃহৎ আৰু বিশাল আন্দোলনৰ এটা অংশহে। যিবোৰ শক্তিয়ে আমাক চলাইছে সেইবোৰে পৃথিবীৰ সকলো ঠাইৰে কোটি কোটি মানুহক চলাই গৈছে আৰু তেওঁলোকক কামত নিয়োজিত কৰিছে। পুঁজিবাদ যেতিয়া আহুকালত পৰে, তেতিয়া ফেছীবাদৰ ৰূপ লয় নিজৰ দেশতে ফেছীবাদে দখলত থকা

উপনিবেশবোৰৰ প্ৰতি সাম্ৰাজ্যবাদে বহুদিনৰ পৰা যেনে আচৰণ কৰি আহিছে, তনে আচৰণ কৰে। ফেছীবাদ আৰু সাম্ৰাজ্যবাদ এনেদৰে আজিৰ প্ৰবংসমুখী পুঁজিবাদৰে দুখন মুখৰ দৰে। পশ্চিমত সমাজবাদে আৰু পূৰ্ব আৰু অন্যান্য পৰাধীন দেশত গঢ়ি উঠা জাতীয়তাবাদে ফেছীবাদ আৰু সাম্ৰাজ্যবাদৰ এই সানমিহলিৰ বিৰোধিতা কৰে।"

ভাৰতে সাম্ৰাজ্যবাদী শক্তিবোৰৰ মাজত হোৱা কোনো যুদ্ধত অংশগ্ৰহণ নকৰাৰ ওপৰত নেহৰুৱে জোৰ দিছিল। ভাৰতে কিন্তু সম্পূৰ্ণ আন্তৰিকতাৰে 'বিশ্বৰ অগ্ৰগামী শক্তি বোৰলৈ, যিবোৰ স্বাধীনতাৰ বাবে ৰাজনৈতিক আৰু সামাজিক বন্ধনৰ শিকলি খুলি পেলাবলৈ থিয় হৈছে সেই সকলোলৈ 'সমৰ্থন আগবঢ়াব, 'কাৰণ সাম্ৰাজ্যবাদ আৰু ফেছীবাদী প্ৰতিক্ৰিয়াশীলতাৰ বিৰুদ্ধে তেওঁলোকৰ যুদ্ধৰ মাজেৰে আমি উপলব্ধি কৰে। যে আমাৰ আন্দোলন হ'ল এক উমৈহতীয়া মানবীয় আন্দোলন '

## সাম্প্ৰদায়িকতাৰ অভ্যুদয়

১৯৩৫ চনৰ বিধানত থকা সীমিত গণতন্ত্ৰই আকৌ এবাৰ আঞ্চলিকতা আৰু সাম্প্ৰদায়িকতাৰ মনোভাব বিৰিঙাই তুলিলে। এই দুই মনোবৃত্তিৰ মূলত আছিল চৰকাৰৰ 'বিভেদ জগাই শাসন' কৰা নীতি সমগ্ৰ দেশতে জমীদাৰ আৰু মাটিৰ মালিক শ্ৰেণীৰ অৰ্দ্ধ সামন্তবাদী দৃষ্টিভঙ্গী আৰু এক ধৰণৰ যুদ্ধ দেহী ধৰ্মীয় গোড়ামীৰ প্ৰতিপত্তি। আৰু মুছলমানৰ কাৰণে সংৰক্ষিত ৫৮ খন আসনৰ কাৰণে প্ৰতিযোগিতা কৰি কংগ্ৰেছে মাথোন ২৬ খন আসনহে লাভ কৰিব পৰিছিল। এই ২৬ খন আসনৰো ১৫ খন উত্তৰ পশ্চিম সীমান্ত প্ৰদেশতহে লাভ কৰা হৈছিল আৰু তাকো খান আব্দুল গফফৰ খাঁ আৰু তেওঁৰ খুদাই খিদমংগাৰ সকলৰ শক্তিশালী প্ৰভাবেহে সম্ভৱ কৰিছিল। এই প্ৰদেশত মুছলীম লীগে মুছলমান-

সকলৰ কাৰণে সংৰক্ষিত আসনৰ বৰ বেছি আসন লাভ কৰা নাছিল। কংগ্ৰেছে উপলব্ধি কৰিলে যে গোটেই দেশবাসীৰ কাৰণে মাত মতাৰ আন্তৰিক আগ্ৰহ থকাতো আৰু স্বেচ্ছাকৃত বিধানৰ ব্যবস্থা কৰা সত্বেও আৰু কংগ্ৰেছৰ ভিতৰত জাতীযতাবাদী মুছলমান-সকল থকা সত্বেও, সাধাৰণ মুছলমান ৰাইজক এতিযাও ইযাৰ ফলীযা কৰিব পৰা হোবা নাই। সেই কাৰণে কংগ্ৰেছ দলে নিৰ্ব্বাচনত লাভ কৰা বিজযেৰে নিজৰ স্থান টনকিযাল কৰিবলৈ ললে আৰু জনসাধাৰণৰ লগত সংযোগ কৰিব পৰা এক স গঠনৰ অ াচনিৰ বিষযে গভীৰ ভাবে চিন্তা কৰিবলৈ ধৰিলে।

কংগ্ৰেছে, সংখ্যালঘিষ্ঠ মুছলমানসকলৰ স্বকীযা অস্তিত্ব আৰু বিশেষত্ব খৰ্ব কৰিবলৈ চেষ্টা চলোবা বুলি মুছলীম লীগে দোষাৰোপ কৰিলে। লীগে, হিন্দু আৰু মুছলমান দুটা স্বকীযা জাতি বুলি এক মতবাদৰ প্ৰচাৰ চলাবলৈ ধৰিলে।

হিন্দুসকলৰ মাজত দেখাত গণতান্ত্ৰিক পতাকাৰ তলত সমবেত হলেও জাতিভেদৰ ওপৰত ভিত্তিশীল সন্থাবোৰক এতিযা স্পষ্টভাবে দেখা গ'ল। এই সকলৰ মাজত প্ৰধান সন্থা আছিল—অনুন্নত শ্ৰেণীৰ শ্ৰমিক সকলৰে গঠিত, জাতীয ট্ৰেড ইউনিযন মৰ্চ্চাৰ সমৰ্থন পোবা বোম্বাইৰ ডক্টৰ আম্বেদকাৰৰ স্বাধীন শ্ৰমিক দল আৰু ব্ৰাহ্মণৰ দ্বাৰা নিযন্ত্ৰিত বুলি অভিযোগ তুলি কংগ্ৰেছৰ বিৰোধিতা কৰা মাদ্ৰাজৰ পুনৰ্সংস্কাৰিত জাষ্টিচ পাৰ্টি।

এনে ধৰণৰ অনুষ্ঠানে আন আন অঞ্চলতো গজালি মেলিছিল। হিন্দু মহাসভা ইতিমধ্যে স্থাপন হৈছিলেই। ১৯৩৫ চনৰ আগভাগত ৰাষ্ট্ৰীয স্বযংসেবক সঙ্ঘৰো অভ্যুদয হৈছিল। হিন্দু সাম্প্ৰদাযিকতা-বাদীসকলে বহু বছৰ ধৰি হিন্দু-মুছলমানৰ সম্পৰ্ক আৰু তিক্ততৰ কৰি পেলাইছিল। মুছলমানসকলৰ দুই জাতিৰ সাম্প্ৰদাযিক মতবাদৰ সমানে সমানে এওঁলোকে ভাৰতীয জাতি বুলিলে হিন্দুকহে বুজায আৰু অইন ধৰ্ম অনুসৰণকাৰী সকল "বিদেশী" এনে অবিজ্ঞান সম্মত মতবাদ থিয কৰিছিল। দুযোটা সাম্প্ৰদাযিক মতবাদৰ

পৰিণাম হৈছিল ভাৰতবাসীক বিভক্ত কৰি বিদেশীৰ বিৰুদ্ধে চলোৱা আন্দোলনক দুৰ্ব্বল কৰা। তাৰোপৰি এই হিন্দু আৰু মুছলমান সাম্প্ৰদায়িক অনুষ্ঠানবোৰে অনুসৰণকাৰীসকলক কংগ্ৰেছৰ বিৰুদ্ধে যুঁজিবলৈ শিকাইছিল। বিদেশী সাম্ৰাজ্যবাদীসকলৰ প্ৰতি এওঁলোকৰ মনোভাব আছিল বশ্যতা আৰু সহযোগিতাৰ। যেতিয়াই বৃটিছ চৰকাৰে কংগ্ৰেছ আৰু অন্যান্য জাতীয়তাবাদী অনুষ্ঠানক আক্ৰমণ কৰিছিল, তেতিয়াই সাম্প্ৰদায়িকতাবাদী দুযোটা দলে চৰকাৰ কৰ্তৃপক্ষৰ লগত সহযোগিতা কৰিছিল।

১৯৩৯ চনৰ পিচত সাম্প্ৰদায়িক উত্তেজনা বৃদ্ধি পাইছিল। এই ক্ৰমবৰ্দ্ধমান সাম্প্ৰদায়িক উত্তেজনাৰ মূল কংগ্ৰেছী আকোৰগোঁজালী নাছিল, আছিল বৃটিছসকলৰ সাম্ৰাজ্যবাদী নীতি আৰু ভাৰতীয় সাম্প্ৰদায়িকতাবাদ আৰু আঞ্চলিক বাদৰ মাজত পৰম্পৰৰ প্ৰতিক্ৰিয়া। দেখাত দায়িত্বশীল চৰকাৰৰ মাত্ৰা বঢ়াবলৈ বুলি লোৱা যেন বৃটিছ নীতিয়ে নগৰৰ সম্পত্তিশালী লোক আৰু চহকী কৃষক শ্ৰেণীয়ে ক্ষমতাৰ বাবে কৰা আকাঙ্ক্ষা আৰু তেতিয়াও কিছুমান শ্ৰেণীৰ লোকে মনত পুহি থকা পুৰুষানুক্ৰমিক আৰু অগণতান্ত্ৰিক সংৰক্ষণশীলতাক উৎসাহ দিছিল। এই শ্ৰেণীবোৰে বৃটিছৰ "বিভেদ জগাই শাসন কৰা" নীতিৰ চেৰে চেৰে নাচি ফুৰা হিন্দু আৰু মুছলমান উভয় সম্প্ৰদায়ৰে আঞ্চলিক আৰু সাম্প্ৰদায়িক দলবোৰৰ সহায় বিচাৰিবলৈ চেষ্টা কৰিছিল।

কংগ্ৰেছ মন্ত্ৰীমণ্ডলীয়ে শাসনভাৰ হাতত লোৱা প্ৰদেশবোৰত, চৰকাৰে শ্ৰমিক বিবাদৰ চালিচাকৰণ, হৰিজন সকলৰ অৱস্থাৰ উন্নয়ন, প্ৰাথমিক শিক্ষাৰ বিস্তাৰ আৰু নগৰৰ উদ্যোগ কেন্দ্ৰবোৰৰ ওচৰৰ দোকান বিলাকত পোৱা সস্তীয়া মদৰ উৎকট সমস্যা সমাধান কৰিবলৈ কেইবাটাও সংস্কাৰমূলক কাম আৰম্ভ কৰিছিল। মাদ্ৰাজৰ কংগ্ৰেছ মন্ত্ৰীমণ্ডলীয়ে মদ নিবাৰণ পোন প্ৰথমতে আৰম্ভ কৰিছিল। এই ব্যৱস্থাৰ ফলতেই কংগ্ৰেছৰ ভৱিষ্যত কাৰ্য্যসূচীত মদ নিবাৰণে সদায় এটা গাত লাগি থকা নীতি হৈ পৰিছিল। মাদ্ৰাজ চৰকাৰে

শ্ৰমিক বিবাদৰ ক্ষেত্ৰত তিনিভগীয়া চুক্তিৰ এক পদ্ধতি প্ৰচলন কৰিছিল। এই পদ্ধতিৰে চৰকাৰে ট্ৰেড ইউনিয়ন আৰু মালিকৰ মাজত বিভেদ নাইকীয়া কৰিবলৈ মিলাপ্ৰীতিৰ ব্যৱস্থা কৰিছিল। স্বাধীনতাৰ পৰবৰ্তী কালত এই নীতি ভৱিষ্যতৰ শ্ৰমিক সম্বন্ধীয় ক্ষেত্ৰত উল্লেখযোগ্য অৱদান আছিল, সমূহীয়া আলাপ আলোচনাৰ মাজেৰে শ্ৰমিক বিবাদৰ নিষ্পত্তি কৰিবলৈ বুলি ই এটা উদাৰ প্ৰচেষ্টা আছিল। ইয়াৰ ফলত ট্ৰেড ইউনিয়নবোৰৰ শক্তি বাঢ়ি গৈছিল যদিও উদ্যোগত শান্তি বজাই ৰখাৰ আবেদনৰ প্ৰতি সহাঁৰি দিছিল। বাওপন্থী ট্ৰেড ইউনিয়ন সন্থাসমূহে ইয়াক শ্ৰমিক আৰু পুঁজিপতি সকলৰ মাজত লেনদেন বুলি আৰু ইয়াৰ দ্বাৰা পুঁজিবাদী পদ্ধতিক স্থায়ী কৰাহে হব বুলি সমালোচনা কৰিছিল। মুঠতে ১৯৩৭ চনৰ পৰা ১৯৩৯ চনলৈকে, কংগ্ৰেছ মন্ত্ৰীমণ্ডলীৰ কাৰ্য্যাবলী সোপন্থী আৰু নৰমপন্থী নেতাসকলৰ গান্ধীবাদী নীতিক কাৰ্য্যত পৰিণত কৰা প্ৰচেষ্টা আছিল। স্বাধীনতাৰ আৰম্ভনীৰ কাল চোবাত এই নীতি ভাৰত চৰকাৰৰো চৰকাৰী নীতি আছিল।

১৯৩৫ চনত উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ পঞ্জাব সিন্ধু, বঙ্গদেশ আৰু অসম এই প্ৰদেশ কেইখনক পাকিস্তানত সামৰাৰ দাবী কৰা হৈছিল। কিন্তু এই অঞ্চলবোৰৰ নিৰ্ব্বাচনৰ ফলাফললৈ চাই মুছলীম লীগে বৰ বেছি কৃতকাৰ্য্যতা লাভ কৰিব পৰা নাছিল। লীগে মুছলমান সংখ্যালঘিষ্ঠ উত্তৰ প্ৰদেশৰ দৰে প্ৰদেশবোৰতহে ভাল ফল দেখুৱাইছিল। কংগ্ৰেছে যদি ১৯৩৭ চনৰ নিৰ্ব্বাচনৰ পৰা সঠিক বুজ ললেহেঁতেন, তেনেহলে বহুতো মুছলমানে তেওলোকক ভোট নিদিয়াৰ মূলত যে ধৰ্মীয় সংখ্যাগৰিষ্ঠ অৰ্থাৎ হিন্দুসকলে প্ৰাদেশিক চৰকাৰবোৰত নিজৰ আধিপত্য বিস্তাৰ কৰি ধৰ্মীয় সংখ্যালঘিষ্ঠ সকলক একো নাইকীয়া কৰিব পাৰে বুলি মুছলমান সকলে কৰা আশঙ্কাহে, সেই কথা বুজি পালেহেঁতেন। যি কোনো দেশতে সংখ্যা-লঘিষ্ঠসকলৰ মনলৈ স্বাভাৱিকতে এনে ধৰণৰ আশঙ্কা আহিব পাৰে বুলি আৰু কংগ্ৰেছ অনুষ্ঠানৰ ভিতৰে বাহিৰে এনে সাম্প্ৰদায়িক

ভাবধাৰা থকাত এনে আশঙ্কা বৃদ্ধি পোৱা স্বাভাবিক বুলি কংগ্ৰেছে উপলব্ধি কৰিব নোৱাৰিলে। এনে অৱস্থাত কংগ্ৰেছৰ বহুতো নেতাই নিজৰ দলৰ ভিতৰতে সাম্প্ৰদায়িকতাৰ বিৰুদ্ধে এক দৃঢ়মনা আন্দোলন কৰি আৰু সাম্ৰাজ্যবাদ বিৰোধী স্বাধীন চিন্তাশীল মুছলমান সকলৰ প্ৰতি এক বন্ধুত্বপূৰ্ণ আৰু বুজাপৰাৰ মনোভাব দেখুৱাই তেওঁলোকক জয় কৰা আৰু লগতে সকলো ধৰণৰ সামন্ত বাদী উপাদানৰ বিৰুদ্ধে কৃষকসকলৰ সংগঠন কৰাৰ এক সবল প্ৰচেষ্টাহে—একমাত্ৰ সমাধান আছিল।

১৯৩৭ চনৰ মাৰ্চ্চ মাহত নেহৰুৱে মুছলমান জনসাধাৰণৰ লগত যোগাযোগ স্থাপন কৰিবলৈ আৰু তেওঁলোকক সাম্ৰাজ্যবাদ-বিৰোধী আন্দোলনৰ বিষয় বুজাই দিবলৈ কংগ্ৰেছৰ এটি শাখা খোলাৰ কথা ঘোষণা কৰিলে। এই শাখাই মাঝই অহৰৰ আৰু জামাইৎ-উলেমা-ই-হিন্দৰ, দৰে উত্তৰ ভাৰতৰ মুছলমান ধৰ্মী দলবোৰক কংগ্ৰেছৰ লগত হাত মিলাবলৈ সম্মত কৰাব পাৰিছিল। কিন্তু কংগ্ৰেছ নেতৃবৃন্দৰ জনসাধাৰণৰ লগত এই যোগাত্মক পৰিকল্পনাই, শোষিত বাইজৰ সকলোকে একত্ৰিত কৰিব নোৱাৰাত সম্পূৰ্ণভাৱে সফলতা লাভ কৰিব নোৱাৰিলে।

কিন্তু এই জনসাধাৰণৰ লগত যোগাযোগ কৰা কাৰ্যসূচীয়ে, পশ্চিম উত্তৰ প্ৰদেশৰ ধনা মাটিৰ মালিক লিযাকৎ আলী খাঁৰ দৰে লীগপন্থীসকলৰ ভয় বঢ়ালে। লিযাকৎ আলী খাঁ, তেতিয়া মানে জিন্নাৰ এজন অতি ঘোৰ হিন্দু বিৰোধী সমৰ্থক হৈ পৰিছিল। কংগ্ৰেছৰ ক্ৰমবৰ্দ্ধমান পূৰ্বাপৰ নিয়ম বিৰোধী কৃষি কাৰ্য্যসূচীয়ে তেওঁলোকৰ অৰ্দ্ধ-সামন্তবাদী আসনৰ ভেটি লৰাই দিব পাৰে আৰু মুছলমানসকলৰ মাজত সাম্ৰাজ্যবাদ বিৰোধী অনুভূতিৰ সৃষ্টি হ'লে সাম্প্ৰদায়িক নেতাসকলৰ প্ৰতি চৰকাৰী পৃষ্ঠপোষকতাৰ বিলোপ হব বুলি তেওঁলোকে ভয় খালে।

কিন্তু সাম্প্ৰদায়িক শক্তিসমূহে দেখাদেখিকৈ এইবোৰক কংগ্ৰেছৰ বিৰোধিতাৰ কাৰণ বুলি কব নোৱাৰিলে। ইয়াৰ সলনি, তেওঁলোকে

কংগ্ৰেছৰ বিফলতাক অতিৰঞ্জিত কৰাৰ সুযোগ গ্ৰহণ কৰিলে। তেওঁলোকে বঙ্গদেশত কংগ্ৰেছে মাটিৰ মালিকসকলৰ পক্ষপাতী সোঁপন্থী নীতি লোৱা বুলি দোষাৰোপ কৰিলে। উত্তৰ প্ৰদেশত কংগ্ৰেছে জনসাধাৰণৰ লগত যোগাত্মক আচনি কাৰ্য্যকৰী কৰাত হোৱা বিফলতাক বৰ ডাঙৰকৈ ফঁহিয়াই দেখুৱালে। ১৯৩৭ চনত মুছলীম লীগৰ লক্ষ্ণৌ অধিবেশনত সভাপতিৰ ভাষণত জিন্নাই ঘোষণা কৰিলে যে কংগ্ৰেছ মন্ত্ৰীমণ্ডলীয়ে মুছলমানৰ প্ৰতি অন্যায় আৰু তেওলোকৰ ওপৰত অত্যাচাৰ কৰিছে।

মুছলীম লীগে ৰাজনৈতিক মতবাদ প্ৰকাশৰ এখন কাৰ্য্যকৰী আঁচনি আৰম্ভ কৰিলে। ১৯৩৮ চনৰ ভিতৰত লীগৰ ১৭০ খন নতুন শাখা খোলা হ'ল। ইযাৰে উত্তৰ প্ৰদেশত ৯০ খন আৰু পঞ্জাবত ৪০ খন শাখা আছিল। অকল উত্তৰ প্ৰদেশতে একলাখ সভ্য ভৰ্ত্তি কৰা হ'ল। ১৯৪০ চনত পাকিস্তানৰ কাৰণে কৰা দাবীৰ সন্দৰ্ভত, মুছলীম লীগৰ ৰাজনীতিৰ এই অধ্যাযটোৰ প্ৰফেচাৰ এ, এফ, চালাহুদ্দিন আহমদে সঠিকভাবে মূল্যাঙ্কণ কৰিছে। কলিকতাত ১৯৭২ চনৰ এপ্ৰিল মাহত, ইউনিভাৰচিটি গ্ৰেণ্টচ কমিচনে ( বিশ্ব-বিদ্যালয মঞ্জুৰী আযোগ ) পতা বাঙ্গলাদেশৰ ওপৰত এখন আলোচনা চক্ৰত আগবঢ়োৱা এখন কাকতত, প্ৰফেচাৰ চালাহুদ্দিনে কৈছিল

> যি আন্দোলনে, পাকিস্তানৰ সৃষ্টি কৰিছিল, সেযা ধৰ্মীয় আন্দোলন নাছিল হিন্দুসকলৰ ৰাজনৈতিক আধিপত্যই মুছলমান সম্প্ৰদাযৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সাংস্কৃতিক স্বাৰ্থ বেযাকৈ আঘাত কৰাৰ আশঙ্কাই এই আন্দোলনক প্ৰভাবান্বিত কৰাৰ এটা গুৰুত্বপূৰ্ণ কাৰণ আছিল। যদিও ইচলাম ধৰ্মৰ পৰম্পৰাগত ৰীতি অনুসৰি ৰাজনীতি আৰু ধৰ্ম বেলেগ কৰিব নোৱাৰি, সমসাময়িক মুছলমান সমাজত কিন্তু আজি আৰু এই কথা নাখাটে আন্দোলনৰ অতি কমসংখ্যক নেতাৰহে পৰম্পৰাগত ইছলামৰ প্ৰতি ব্যক্তিগত গভীৰ অনুৰাগ আছিল। সঠিকভাবে কবলৈ গলে এই কাৰণেই মুছলীম লীগৰ নেতাসকল ইছলাম

অনুৰাগী নহয় বুলি ভাবি, মাইহচ-ই অহৰৰ মাইআং-উল হিন্দ আদিৰ দৰে গোড়া মুছলমানৰ প্ৰতিনিধিত্ব কৰা সন্থাসমূহে লীগক সমৰ্থন কৰা নাছিল। এই গোড়াপন্থী মুছলমান ধৰ্মতাত্ত্বিক-সকলৰ (এইটো মন কৰিবলগীয়া যে সকলো মুছলমান ধৰ্মতাত্ত্বিক মুছলীম লীগ বিৰোধী নাছিল) বিৰোধিতা সত্বেও মুছলীম লীগে মুছলমান মধ্যবিত্ত শ্ৰেণীৰ আনুষত্তি লাভ কৰি তাৰ জৰিয়তে সাধাৰণ ৰাইজৰো আনুগত্য লাভ কৰিছিল। তেওঁলোকৰ কাৰণে পাকিস্তান সৃষ্টিৰ দ্বাৰা প্ৰতিযোগিতাৰ কোনো আশঙ্কা নোহোৱাকৈ বিভিন্ন দিশত উন্নতি কৰাৰ সুযোগ সূচাইছিল।

## দ্বিতীয় মহাসমৰ

১৯৩৯ চনত যুদ্ধ আৰম্ভ হোৱাত ভাৰতীয় নেতাসকল বৰ সঙ্কটত পৰিল। ফেছীষ্ট দৰ্শনত বৰ্ণ শ্ৰেষ্ঠতাৰ গোড়ামীক ধৰি একপ্ৰকাৰ নিমম স্বেচ্ছাচাৰবাদৰ উচটনি থকা কাৰণে, ভাৰতীয় নেতাসকল ইয়াৰ সম্পূৰ্ণ বিৰোধী আছিল। ১৯৩৯ চনৰ আগতেও ফেছীবাদ যেতিয়া আক্ৰমণাত্মক প্ৰসাৰবাদী কাৰ্য্যসূচীৰে সৈতে এক ৰাজ-নৈতিক দৰ্শন হিচাপে উঠি আহিছিল জওহৰলাল নেহৰু প্ৰমুখ্যে বহু ভাৰতীয় নেতাই ইউৰোপৰ এই ঘটনাৱলীত ব্যাকুল হৈ পৰিছিল। কংগ্ৰেছে ফেছীবাদক স্পষ্টভাবে গৰিহনা দিছিল আৰু স্পেইন, ইথিওপিয়া আৰু জেকোশ্লোভেকিয়াৰ দুখ জৰ্জ্জৰিত ৰাইজৰ প্ৰতি মুক্তভাৱে সমৰ্থন জনাইছিল। জাপানত ফেছীবাদ মনোভাৱৰ বিকাশ হোৱাত, তেওঁলোকৰ সেই একে মনোবৃত্তি দেখা গৈছিল আৰু জাপানে যেতিয়া চীনক আক্ৰমণ কৰিছিল কংগ্ৰেছ নেতা-সকলে জাপানক আক্ৰমণকাৰী বুলি অভিহিত কৰি যুক্তিযুক্তভাৱে চীনক সমৰ্থন জনাইছিল। কিন্তু তেওঁলোকে সাম্ৰাজ্যবাদৰে ঘোৰ বিৰোধী আছিল। সেই কাৰণে যুদ্ধ খনৰ প্ৰতি কংগ্ৰেছৰ মনোভাৱ যুদ্ধৰ উদ্দেশ্য আৰু বাস্তৱলক্ষ্যৰ ওপৰত নিৰ্ভৰশীল আছিল। যদি

এই যুঁজখন, এফালে তেওলোকৰ উপনিবেশ সমূহৰ দখল বজায় ৰাখিবলৈ আৰু এচিয়া আৰু আফ্ৰিকাৰ বহু দেশৰ ওপৰত ঔপনিবেশিক দখল কায়েম কৰিবলৈ আগ্ৰহান্বিত পুৰণি সাম্ৰাজ্যবাদী শক্তি আৰু আনফালে ফেছীষ্ট শক্তিৰ্গবই প্ৰতিনিধিত্ব কৰা নব সাম্ৰাজ্যবাদী শক্তিৰ মাজত লাগে, তেনেহলে ইযাত ভাৰতবৰ্ষৰ একো কৰিবলগীয়া নাই। কিন্তু মিত্ৰশক্তিয়ে যদি তেওলোকৰ নীতি পৰিবৰ্তন কৰে আৰু প্ৰকৃততে আৰু সঁচাকৈয়ে "গণতন্ত্ৰৰ কাৰণে বিশ্বক বচাবলৈ" ফেছীষ্ট সকলৰ সৈতে যুঁজ কৰে, তেনেহলে ভাৰতবৰ্ষই এই যুজলৈ যিমান পাৰে সিমান সমৰ্থন আগবঢ়াব। কিন্তু সেইবুলি—মিত্ৰশক্তিয়ে যি কথা কয় সেয়া যে সচাকৈয়ে কাৰ্য্যত পৰিণত কৰা হব, তাৰ কিবা সম্ভবপৰ প্ৰমাণ দেখুৱাব লাগিব। বিশেষকৈ, বৃটেইনে তৎকালে ভাৰতৰ ওপৰত সাম্ৰাজ্যবাদী আৰু ঔপনিবেশিক দখল এৰি পেলাব লাগিব আৰু ভাৰতীয় সকলে নিজেই স্বাযত্বশাসন চলাব পৰাকৈ যথাবিধি ব্যবস্থা কৰিব লাগিব।

কিন্তু ভাৰতীয় নেতা আৰু ৰাইজৰ এনে ভাববোৰৰ প্ৰতি কোনেও কৰ্ণপাত কৰক চাৰি বিবেচনাকে নকৰিলে। চেপ্তেম্বৰ মাহৰ ৩ তাৰিখে যুদ্ধ ঘোষণা কৰা হ'ল এই ঘোষণাই আপোনা আপুনি ভাৰতবৰ্ষক যুদ্ধৰ প্ৰতি প্ৰতিশ্ৰুত কৰাইছিল। ১৯৩৫ চনৰ ভাৰত বিধানৰ ফেডাৰেল দফাটো তেতিযাও কাৰ্য্যকৰী কৰা হোৱা নাছিল কাৰণে অকল সাংবিধানিক দৃষ্টিভঙ্গীৰ পৰা চালে ভাইচৰযৰ এই কাৰ্য্য আইনসম্মত আৰু শুদ্ধ আছিল। কিন্তু ই কেতিযাও ভাৰতীয় অনুভূতিৰ প্ৰতি কোনো আকৰ্ষণীয় আবেদন জগাব নোৱাৰিছিল। প্ৰদেশবোৰত ৰাইজৰ নিৰ্ব্বাচিত প্ৰতিনিধিয়ে পতা চৰকাৰ অধিষ্ঠিত আছিল। দেশত ভালদৰে সংগঠিত, সম্পূৰ্ণভাবে স্বীকৃত ৰাজনৈতিক দল আছিল। সমস্যাবোৰৰ পৰম্পৰৰ গ্ৰহণ যোগ্য সমাধানৰ কাৰণে ভাৰতৰ বহুতো নেতাৰ লগত চৰকাৰ আলোচনা কৰাত অভ্যস্ত আছিল। কিন্তু

৩ চেপ্তেম্বৰৰ ঘোষণাৰ সময়ত কাৰো লগত চৰকাৰে কোনো আলোচনা কৰা নাছিল। আগন্তুক যুদ্ধৰ প্ৰতি ভাৰতীয় নেতাসকলৰ মনোভাবৰ কথা চৰকাৰে আগতেই জানিছিল বাবে ভাৰতবাসীৰ কাৰণে এই ঘোষণা আচহুৱা যেন লাগিছিল। ৯৩৯ চনৰ জহকালিৰ অধিবেশনত মালয় আৰু সুদূৰ প্ৰাচ্যলৈ সতৰ্কতাৰ ব্যৱস্থা হিচাপে ভাৰতীয় সৈন্যবাহিনাক পঠিওৱাৰ বিপক্ষে প্ৰতিবাদ কৰি কেন্দ্ৰীয় বিধান পৰিষদত কংগ্ৰেছ দলে যোগদান কৰাৰ পৰা বিৰত আছিল।

কিন্তু নেতাসকলৰ মাজত প্ৰবল যেছ ৪ বিৰোধ মনোভাব থকা কাৰণে বোধকৰো, যুদ্ধ ঘোষণাৰ প্ৰতি কংগ্ৰেছৰ তৎকালে তাৰ প্ৰতিক্ৰিয়া আপোচ মূলক আছিল। ৯৩৯ চনৰ ১৪ চেপ্তেম্বৰ তাৰিখে কংগ্ৰেছে এটা উক্তি প্ৰকাশ কৰিছিল। এই উক্তিয়ে দলৰ মতামত স্পষ্টভাবে ব্যাখ্যা কৰিছিল

যদি যুদ্ধখন, স্থিতাবস্থা, সাম্ৰাজ্যবাদী দখল, উপনিবেশ স্বাৰ্থ আৰু সা-সুবিধা বজাই ৰাখিবলৈহে কৰা হৈছে, তেনেহলে ভাৰতবৰ্ষৰ ইয়াৰ লগত একো সম্পৰ্ক নাই। কিন্তু যদি যুদ্ধখনৰ উদ্দেশ্য গণতন্ত্ৰ আৰু গণতান্ত্ৰিক নীতিৰ ভেটিত প্ৰতিস্থিত এক সাৰ্ব্বজনীন বিশ্বনীতিৰ অবতাৰণা কৰা তেনেহলে ভাৰতবৰ্ষ ইয়াৰ প্ৰতি অসীমভাবে আকৃষ্ট। এক মুক্ত গণতান্ত্ৰিক ভাৰতবৰ্ষই— আক্ৰমণৰ বিৰুদ্ধে পৰস্পৰৰ প্ৰতি ৰক্ষাৰ কাৰণে আৰু অৰ্থনৈতিক সহযোগিতাৰ বাবে, অইন স্বাধীন ৰাষ্ট্ৰবোৰৰ সৈতে ৰ মনে সহযোগিতা কৰিব। (কিন্তু) এই সহযোগিতা, সমানৰ মাজত আৰু পৰস্পৰৰ সম্মতি ক্ৰমেহে হব পাৰিব। কংগ্ৰেছ কাৰ্য্য নিৰ্ব্বাহক সমিতিয়ে সেই কাৰণে বৃটিছ চৰকাৰৰ পৰা কোনো দ্ব্যৰ্থবোধক নোহোৱাকৈ গণতন্ত্ৰ আৰু সাম্ৰাজ্যবাদৰ সন্দৰ্ভত যুদ্ধ খনৰ লক্ষ্য আৰু তেওঁলোকে ভবিষ্যতে প্ৰচলন কৰিবলগীয়া বিচৰা নীতি, বিশেষকৈ এই লক্ষ্যবোৰ কেনেদৰে ভাৰতৰ ক্ষেত্ৰত খটোৱা হব আৰু বৰ্তমানে ভাৰতক কি দিয়া হব সেই বিষয়ে সুস্পষ্ট

ঘোষণা বিচাৰিলে। যি কোনো ঘোষণাৰ প্ৰকৃত প্ৰমাণ হ'ল, বৰ্তমান অবস্থাত তাৰ প্ৰযোগ ”।

ভাৰতীয দৃষ্টিভঙ্গীৰ ফালৰ পৰা ভাইচৰযৰ উত্তৰ একোপধ্যেই সন্তোষজনক নাছিল। এমাহতকৈ বেছি পলম কৰি ১৯৩৯ চনৰ ১৭ অক্টোবৰ তাৰিখে, উত্তৰত ভাইচৰযে বৃটেইনৰ যুদ্ধৰ লক্ষ্য সম্পৰ্কে বৃটিছ প্ৰধান মন্ত্ৰীতকৈ বেছি বাখ্যা কৰিবলৈ তেও অপাৰগ বুলি জনালে। বৰ্তমানৰ কাৰণে, ভাইচৰযে কাৰ্য্যপালিকা পৰিষদত বেছিস‌ংখ্যক ভাৰতীয সভ্য লবলৈ সাজু আছিল। যুদ্ধৰ কালচোবাত ভাৰতবাসীৰ হাতলৈ গুৰুত্বপূৰ্ণ শাসনভাৰ সলনি কৰা সম্ভৱ নহয বুলি ভবা হৈছিল। অবশ্যে নিষ্ঠুৰভাবে বিক্ষুব্ধ হৈ পৰা ভাৰতীয ৰাইজক কিছু সান্ত্বনা দিযাৰ আশাত, নিৰাপদ দূৰত্বত এটা টোপ আঁৰি থোবা হৈছিল। যুদ্ধৰ পিচত, বৃটেইনে ১৯৩৫ চনৰ বিধানখনত, “ভাৰতবৰ্ষই যাতে ডাঙৰ ডমিনিযন বোৰৰ লগতে একে আসনলাভ কৰিবলৈ সক্ষম হয তাৰ বাবে কিছু সালসলনি কৰিব পাৰি নে নোবাৰি, সকলো দল আৰু উপদলৰ লগত আলচ কৰি চাবলৈ সাজু হব বুলি কোবা হৈছিল।

তৎকালে নহয, সুদূৰ ভবিষ্যতেও ক্ষমতা এৰি দিবলৈ বৃটেইনৰ কোনো ইচ্ছা দেখা নগ'ল। ভাৰতবৰ্ষই ভবিষ্যতেও সাম্ৰাজ্যৰ ভিতৰতে সম্পূৰ্ণ স্বাধীন নহৈ, ‘ডমিনিযন ষ্টেটাচ’ হৈ থকাৰহে কথা ক'লে। বৃটেইনৰ সমিধান ক‌ংগ্ৰেছৰ কাৰণে একোপধ্যেই গ্ৰাহ্য ন'হল আৰু সেযে কাৰ্য্যনিৰ্বাহক সমিতিযে ভাইচৰয়ৰ প্ৰস্তাব প্ৰত্যাখান কৰি ক‌ংগ্ৰেছ মন্ত্ৰীসভাবোৰক অক্টোবৰ মাহৰ শেহৰ ফালে পদত্যাগ কৰিবলৈ নিৰ্দেশ দিলে।

কিন্তু সমিলমিলৰ দুবাৰ তেতিয়াও অলপ মুকলি কৰি ৰখা হ'ল। কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ উক্তিত কোবা হ'ল যে যদি বৃটেইনৰ দৃষ্টিভঙ্গী আৰু নীতিৰ পৰিবৰ্তন হয, তেনেহলে সহযোগিতাৰ ব্যবস্থা হব পাৰে। উক্তিত কোৱা হৈছিল “এনে অৱস্থাত সমিতিয়ে গ্ৰেট

বৃটেইনক কোনো সমর্থন আগবঢোবা সম্ভৱ নহয়। কাৰণ এনে সমর্থনে সাম্ৰাজ্যবাদী নীতিৰ প্ৰতি সমর্থন সূচায়।"

কৰলৈ গলে কাৰ্য্যনির্বাহক সমিতিৰ এই উক্তি ভাৰতৰ প্ৰতি বৃটিছ নীতিৰ পৰিবৰ্তন হোৱা চৰ্ত্তৰ ওপৰত নির্ভৰশীল সহযোগৰ প্ৰস্তাৱ আছিল। আন কি এবছৰ পিচত ১৯৪০ চনৰ অক্টোবৰ মাহত গান্ধীজীয়ে যেতিয়া এক নতুন সত্যাগ্ৰহ আন্দোলন আৰম্ভ কৰাৰ কথা ভাবিছিল, এই আন্দোলন বছা বছা কেইগৰাকীমান ব্যক্তিতেই সীমাবদ্ধ ৰখাৰ সিদ্ধান্ত লোৱা হৈছিল। ইয়াৰ কাৰণ হল চৰকাৰৰ বিদ্বেষ ভাব থকা সত্বেও কংগ্ৰেচ তাইবা গান্ধীজী, কোনেও গণ আন্দোলনৰ দ্বাৰা যুদ্ধ প্ৰচেষ্টা গভীৰভাৱে ব্যাহত হোৱাটো বিচৰা নাছিল। প্ৰকৃততে, ভাৰতবৰ্ষই সৰ্বান্তঃকৰণে যুদ্ধ প্ৰচেষ্টাত সহায় কৰিছে বুলি বৃটেইনে কৰা দাবীক ভুল বুলি প্ৰমাণ কৰি বলৈহে সত্যাগ্ৰহ আৰম্ভ কৰা হৈছিল। ভাইচৰয়লৈ দিয়া এখন চিঠিত গান্ধীজীয়ে ব্যক্তি বিশেষৰ সত্যাগ্ৰহ আন্দোলনৰ উদ্দেশ্য এনেদৰে ব্যাখ্যা কৰিছিল

> যি কোনো বৃটিছ নাগৰিক যিমান নাজীবাদ বিৰোধী হব পাৰে কংগ্ৰেছো সিমানেই নাজীবাদৰ বিৰোধী। কিন্তু কংগ্ৰেচৰ লক্ষ্যবোৰ যুদ্ধত অংশগ্ৰহণ কৰাৰ মাত্ৰালৈকে নিব নোৱাৰি। আৰু যিহেতু, আপুনি আৰু ভাৰত সচিবে গোটেই ভাৰতবৰ্ষই যুদ্ধ প্ৰচেষ্টাত সহায় কৰিছে বুলি ঘোষণা কৰিছে, তেনেস্থলত ভাৰতৰ বেছি ভাগ লোকে যে ইয়াৰ প্ৰতি কোনো অনুৰাগ দেখুওৱা নাই তাক ভালদৰে বুজাই দিয়াৰ প্ৰয়োজন হৈছে। এওলোকে নাজীবাদ আৰু ভাৰতক শাসন কৰা দ্বৈত স্বেচ্ছাচাৰীতাৰ মাজত একো পাৰ্থক্য নেদেখে।

১৯৪০ চনৰ অক্টোবৰ মাহত এই ব্যক্তি বিশেষৰ আইন অমান্য আন্দোলন আৰম্ভ কৰা হৈছিল। গান্ধীজীয়ে পোন প্ৰথমে বিনোবা ভাবেক এই সত্যাগ্ৰহৰ বাবে বাচিছিল।

## ক্ৰিপচ সঁজাতিদল ( মিছন )

ইউৰোপত যুদ্ধৰ গতি আগবাঢ়ি ১৯৪১ চনত এক শীৰ্ষবিন্দু পাইছিল। বৃটেইনৰ বাবে যুদ্ধত বিফল হলেও জাৰ্ম্মানীয়ে পোল্যাণ্ড, বেলজিযাম, হলাণ্ড, নৰওবে, ফ্ৰান্স আৰু পূব ইউৰোপৰ বেছি ভাগ ৰাজ্যকে জয় কৰি উঠি ১৯৪১ চনৰ জুন মাহত ৰুচিয়া আক্ৰমণ কৰিলে। ডিচেম্বৰ মাহত জাপানে 'পাৰ্লহাৰ্বাবৰ' ওপৰত এক আকস্মিক আক্ৰমণ কৰি যুদ্ধত যোগদান কৰিলে। এইদৰে ১৯৪১ চনৰ শেহৰ ফালে যুদ্ধৰ জুইযে গোটেই বিশ্ব বিযপি পৰি এক সৰ্বগ্ৰাসী আকাৰ ধাৰণ কৰিলে, আৰু এই মহাযুদ্ধত যুক্তৰাষ্ট্ৰ আৰু চোভিযেট ৰুচিযাই সম্পূৰ্ণভাবে জড়িত হৈ মিত্ৰপক্ষৰ ফালে যুদ্ধ কৰিবলৈ ললে। পিচে ইযাৰ ফলত যে মিত্ৰপক্ষৰ সোনকালে জয হ'ল এনে নহয। ইযাৰ বিপৰীতে এচিযাখণ্ডৰ যুদ্ধত সকলো ক্ষেত্ৰতে প্ৰাথমিক সফলতা জাপানৰ সপক্ষেহে হৈছিল। ফিলিপাইন, ইণ্ডোনেচিযা, মালয আৰু বৰ্মা—এই সকলোবোৰ দেশ অতি শীঘ্ৰে জাপানৰ দখললৈ আহিল। জাপানী সৈন্যবাহিনীযে ১৯৪২ চনৰ মাৰ্চ্চ মাহত ৰেঙ্গুন দখল কৰিলে। ভাৰতৰ সীমান্তত প্ৰত্যক্ষভাবে ভাবুকীযে দেখা দিলে।

বৃটেইনে এতিযা অকল জাপানীসকলৰ অগ্ৰগতি বন্ধ কৰিবলৈযে নহয, সৰ্বাত্মক যুদ্ধ প্ৰচেষ্টাৰ বাবেও ভাৰতৰ সম্পূৰ্ণ আৰু সক্ৰিয সহযোগিতা পাবলৈ উৎকণ্ঠিত হ'ল। এই সহযোগিতা লাভ কৰিবলৈ ভাৰতবৰ্ষক ভবিষ্যতৰ কাৰণে কিবা দৃঢ প্ৰতিশ্ৰুতি আৰু বৰ্তমানৰ কাৰণে সম্পৰ্ণ স্বাযত্বশাসন দিব লাগে বুলি বৃটেইনৰ ধাৰণা হ'ল। বৃটিছ চৰকাৰে এই অনুসাৰে বৃটেইনৰ যুদ্ধকালীন মন্ত্ৰীসভাৰ সভ্য চাৰ ষ্টাফোৰ্ড ক্ৰিপচক এটা ঘোষণাৰ খচৰা এখেনেৰে সৈতে ভাৰতলৈ পঠিযালে। ক্ৰিপচ এজন মেধাবী উকিল আৰু সাম্ৰাজ্য বাদী আছিল। তেওঁ বহুদিনৰে পৰা ভাৰতৰ সমস্যাবলী গভীৰভাবে অধ্যযন কৰিছিল আৰু ভাৰতীয আশা আকাঙ্খাৰ প্ৰতি তেওঁৰ পক্ষপাতিত্ব থকা বুলি খ্যাতি আছিল। তেওৰ লগত নেহৰুৰ

ব্যক্তিগত পৰিচয আছিল। কিন্তু তেও অনা ঘোষণাৰ খচৰাত অনুমোদনৰ কাৰণে বিশেষ একো নাছিল। ইযাত যুদ্ধ শেষ হোবা মাত্ৰেই ডমিনিযন ষ্টেটাচ আগবঢোবা হৈছিল বস্তু ভাৰতক পৃথক হবলৈ অধিকাৰো দিয়া হৈছিল। এই ব্যৱস্থা কাৰ্য্যকৰী কৰিবলৈ যুদ্ধ শেষ হোবা মাত্ৰকে এখন সংবিধান সভা পতাৰ কথা কৈছিল। এই সংবিধান পৰিষদৰ সভ্যসকলক বৃটিছ ভাৰত আৰু দেশীয়ৰাজ্য উভযৰে পৰা লোবাৰ কথা আছিল। বৃটিছ ভাৰতীয় প্ৰদেশ সমূহৰ বিধান সভাৰ নিম্ন সদনৰ দ্বাৰা সংবিধান সভাৰ সভ্যসকল নিৰ্ব্বাচিত হোবাৰ কথা আছিল। দেশীয় ৰাজ্যৰ প্ৰতিনিধিসকলক শাসক সকলে মনোনীত কৰিবলগীয়া আছিল। পৰিষদে প্ৰস্তুত কৰা সংবিধানখন বৃটিছ চৰকাৰে গ্ৰহণ কৰিবলে সম্মত হল আৰু ভাৰতৰ লগত এখন চুক্তিৰ বন্দোবস্ত কৰাৰ কথা হল। কিন্তু এই ঘোষণাৰ খচৰাত এটা দফা অনুসৰি যি কোনো প্ৰাদেশে নিজৰ ইচ্ছা অনুসৰি ভাৰত যুক্তৰাজ্যৰ বাহিৰত থাকি বৃটেইনৰ লগত পোনপটীয়া ভাৱে আলোচনা চলাব পৰাৰ ব্যৱস্থা আছিল। যুদ্ধৰ কালচোৱাত, কোনো সাংবিধানিক পৰিবৰ্তনৰ প্ৰস্তাৱ কৰা হোৱা নাছিল, কিন্তু ভাৰতীয দল আৰু নেতাসকলে এখন ৰাষ্ট্ৰীয় চৰকাৰ গঠন আৰু কাৰ্য্যকৰী কৰাত সহযোগিতা কৰিবলৈ মান্তি হব বুলি আশা প্ৰকাশ কৰা হৈছিল। প্ৰতিৰক্ষাৰ প্ৰকৃত সামৰিক বিষয়বোৰ অৱশ্যে বৃটিছ "কমাণ্ডাৰ-ইন-চীফ" ( সৈন্যাধক্ষ্য ) জনে চোৱা চিতা কৰি থকাৰ কথা হৈছিল, কিন্তু লগতে এজন ভাৰতীয়ক প্ৰতিৰক্ষা মন্ত্ৰী হিচাপে লোবাৰ কথাও হৈছিল।

এই প্ৰস্তাব সমূহ প্ৰায সকলোবোৰ দলেই প্ৰত্যাখ্যান কৰিছিল। অৱশ্যে প্ৰত্যাখ্যানৰ কাৰণবোৰ ভিন ভিন আৰু প্ৰায় পৰস্পৰ বিৰোধী আছিল। কংগ্ৰেছে যি কোনো প্ৰদেশ ভাৰত ইউনিয়নৰ পৰা পৃথক হব পৰা নীতিক স্বাগত কৰিব বুলি আশা কৰিব পৰা নগৈছিল। কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে অৱশ্যে গণতান্ত্ৰিক আত্ম-নিয়ন্ত্ৰণৰ নীতি গ্ৰহণ কৰিছিল। এতেকে সমিতিৰ প্ৰস্তাৱটোত

একেবাৰে আগবাঢ়ি গৈ "সমিতিয়ে কোনো অঞ্চলৰ একক গোটক তেওলোকৰ ঘোষিত আৰু সিদ্ধান্তত অহা ইচ্ছাৰ বিৰুদ্ধে ভাৰতীয় ইউনিয়নত থাকিবলৈ বাধ্য কৰাৰ কথা ভাবিব নোবাৰে" বুলি কোৱা হৈছিল। ক ংগ্ৰেছে "স ংবিধান পৰিষদত নিৰ্ব্বাচিত হৈ প্ৰতিনিধিত্ব নকৰা সভ্য সোমোৱা নীতিও গ্ৰহণযোগ্য বুলি নাভাবিলে, কিন্তু এই সকলোতকৈ ডাঙৰ কথা হ'ল—ক ংগ্ৰেছে ভবিষ্যতৰ প্ৰতিশ্ৰুতিৰ ওপৰত নিৰ্ভৰ কৰিবলৈ নিবিচাৰিলে। ই ৰাজনৈতিক ক্ষমতাত এক বুজন পৰিমাণৰ অ শ বিচাৰিলে। আন দেশত স্বাধীনতাৰ কাৰণে যুঁজিবলৈ ই যি কোনো প্ৰকাৰৰ নিজস্ব চৰকাৰ এটা ইয়াতে আৰু এতিয়াই বিচাৰিলে। আন ফালে মুছলীম লীগে প্ৰদেশবোৰ ইউনিয়নৰ বাহিৰত থকাৰ সম্ভাৱনাক স্বাগত জনালে, কাৰণ এই কথাত মুছলমান স ংখ্যাগৰিষ্ঠ প্ৰদেশ বা অঞ্চলবোৰে যে ইচ্ছা কৰিলে এখন নিজৰ সুকীয়া ইউনিয়ন গঠন কৰিব পাৰে সেইটো নিহিত আৰু স্বীকৃত আছিল। কিন্তু লীগে ক্ৰিপচৰ প্ৰস্তাব বোৰৰ স ংবিধান ৰচনা কৰা প্ৰণালী অনিশ্চিত আৰু প্ৰস্তাবটো সালসলনিৰ অনুমতি নোহোৱাকৈ বৰ কঠোৰ হোৱা বুলি সমালোচনা কৰিলে।

হিন্দু মহাসভাই দেশ বিভাজন হব বুলি আশঙ্কা কৰি প্ৰস্তাববোৰৰ বিৰোধিতা কৰিলে, শিখ সাম্প্ৰদায়িকতাবাদী সকলে পঞ্জাবৰ স ংখ্যাগৰিষ্ঠ মুছলমানসকলে ইউনিয়নৰ বাহিৰত থাকিবলৈ লব বুলি ভয় কৰিলে। আম্বেদকাৰ আৰু এম, চি ৰাজাই, "হৰিজন" সকল উচ্চ বৰ্ণ হিন্দু সকলৰ দয়াৰ পাত্ৰ হব লাগিব বুলি ভয় কৰিছিল। এওলোক সকলোৱে মধ্যবৰ্ত্তী কালৰ প্ৰস্তাবটো বৰ অনিশ্চিত আৰু অসন্তোষজনক হোৱা বুলি ভাবিলে কাৰণ প্ৰশাসনৰ ওপৰত ভাৰতীয়সকলৰ নিয়ন্ত্ৰণৰ মাত্ৰাৰ বিষয় বিশেষভাবে কতো উল্লেখ কৰা হোৱা নাছিল। স্বায়ত্ব-শাসন বুলিবলৈ যে বিশেষ একো প্ৰস্তাব নাছিল সেইটো ক্ৰিপচে আলোচনাৰ আৰম্ভনীতে 'জাতীয় চৰকাৰ' আৰু 'মন্ত্ৰীসভা'ৰ কথা কৈ হঠাতে যেতিয়া এই সভাঃ

ভাইচৰযৰ কাৰ্য্যপালিকা পৰিষদ খনকে বহলাই কৰা হব বুলি কলে, তেতিযাই স্পষ্ট হৈ পৰিল। সৰ্বশেষত প্ৰস্তাবাবোৰ প্ৰত্যাখ্যান কৰা হ'ল আৰু ক্ৰিপচ সজাতি দলে অচল অবস্থা সমাধান কৰাত বিফল হ'ল।

## ১৯৪২ চনৰ বিদ্ৰোহ

ক্ৰিপচ সঁজাতি দলৰ বিফলতাই দেশক হতাশা আৰু ক্ৰোধেৰে বুৰাই পেলালে। সৰহভাগ ক্ষেত্ৰ তই এক সাধাৰণ নিৰাশাৰ মনোভাব পৰিলক্ষিত হ'ল। অকল মুছলীম লীগ আৰু যুদ্ধৰ কণ্ট্ৰাক্টৰ লাভজনক ব্যবসায আৰু বৰ্দ্ধিত চাকৰীৰ সা সুবিধাৰ পৰা উপকাৰ পোৱা কিছুমান ব্যক্তিৰ মনতহে এই হতাশাৰ ভাব দেখা নগৈছিল। কিন্তু প্ৰশ্ন হ'ল ইযাৰ পিচত কি ব্যবস্থা লব পাৰি ? অকৰ্মন্য হৈ থকা অসহনীয আছিল।

গান্ধীজীয়ে ক্ৰিপচ প্ৰস্তাবৰ প্ৰতি বৰ আগ্ৰহ দেখুওৱা নাছিল। যদিও, সজাঁতি দলৰ বিফলতাই তেওক বৰ নিৰাশ কৰিছিল দক্ষিন পূৰ্ব এচিযাৰ ঘটনাবলী দেখি তেও ব্যাকুল হৈ পৰিছিল। মালয, চিঙ্গাপুৰ আৰু বৰ্ম্মাৰ পৰা বৃটিছ সৈন্য অপসাৰণৰ পিচত সেই অঞ্চলবোৰত স্থানীয প্ৰতিৰোধ ব্যবস্থা সম্পূৰ্ণভাৱে ভাগি পৰিছিল আৰু এই দেশবোৰে জাপানৰ ওচৰত সেও হৈ সম্পূৰ্ণ আত্মসমৰ্পণ কৰিছিল। ফিলিপাইন আৰু ইণ্ডোনেচিযাতো একেধৰণৰ বিপত্তি ঘটিছিল। শত্ৰুক ঠেকত পেলাবলৈ খেতিবাতি পুৰি পেলোৱা নীতিৰ ফলত দেশবোৰ ছাৰখাৰ হৈ গৈছিল। ভাৰতৰ ভাগ্যতো ভবিষ্যতে কি থাকিব পাৰে তাৰ সোৱাদ, পূৰ্ব সীমান্তত আক্ৰমণ হ'লে শত্ৰুৰ হাতত যাতে পৰিব নোৱাৰে তাৰ বাবে নৈত চলিব পৰা হেজাৰ হেজাৰ সৰু নাওবোৰ বঙ্গদেশত ধ্বংস কৰাৰ ফলত উদ্ভৱ হোৱা হাহাকাৰতে পোৱা গৈছিল। অকল বঙ্গদেশৰ অৰ্থনীতিৰেই যে গভীৰ ক্ষতি হৈছিল, এনে নহয, খাদ্য যোগানৰ ক্ষেত্ৰত এক

গভীৰ সঙ্কটৰ সৃষ্টি হৈছিল। গান্ধীজী আৰু কংগ্ৰেছ নেতাসকলে মালয আৰু বমাত হোবা ঘটনাবলীৰ যাতে ভাৰতবৰ্ষতো পুনৰাবৃত্তি নহয তাৰ ভাবে উৎকণ্ঠিত হৈছিল। সামৰিক আক্ৰমণৰ সম্মুখত ৰাইজৰ মাজত ভযৰ প্ৰতিক্ৰিযা হৈছিল। তেওলোকে সাহসেৰে সঙ্কটৰ বিৰুদ্ধে সম্মুখীন হোবা নাছিল। ভাৰতত এনে অবস্থা হবলে দিব নালাগিব। গান্ধীজীযে এই সিদ্ধান্তলৈ আহিল যে ভাৰতীয ৰাইজে সকলো ভয দলিযাই পেলাই আক্ৰমণকাৰীৰ লগত যুঁজিবলে সাজু হোবাৰ একমাত্ৰ উপায হ'ল, ৰাইজে অকল যে তেওলোকেই নিজৰ দেশৰ গৰাকী বুলি ভাবিব লাগিব এনে নহয, দেশৰ প্ৰতিৰক্ষা কৰা যে তেওঁলোকৰ কৰ্তব্য আৰু প্ৰতিৰক্ষা বৃটিছ-সকলৰহে দাযিত্ব বুলি ভাবি তেওলোকে এই কৰ্তব্যৰ পৰা আঁতৰি থাকিব নালাগে তাক উপলব্ধি কৰিব লাগিব। সেই কাৰণে গান্ধীজীযে ভাৰতীযসকলৰ হাতত ক্ষমতা সোধাই দি ভাৰত ত্যাগ কৰিবলৈ বৃটিছক আহ্বান জনাই এক আন্দোলন আৰম্ভ কৰাৰ সিদ্ধান্ত ক'ৰিলে। গান্ধীজীযে ব্যাখ্যা কৰিলে 'কথাটোৰ নতুনত্ব আৰু বিশেষকৈ এই সন্ধিক্ষণত এই সিদ্ধান্তই বহু লোকক উচপ খুবাইছে বুলি মই জানো। মোক পগলা বুলি কোবাৰ আশঙ্কা থকা সত্বেও, মই নিজৰ প্ৰতি সচা হব লাগিলে সত্য কথা কবই লাগিব। মই ইযাক যুদ্ধৰ প্ৰতি এক বুজন পৰিমাণৰ ৰৱঙনি বুলি আৰু দুৰ্যোগৰ পৰা ভাৰতক উদ্ধাৰ কৰাৰ পন্থা বুলি ভাবোঁ।"

বহুতো নেতাই এনেধৰণৰ কঠোৰ দাবী কৰাৰ এযা প্ৰকৃত সময় নহয বুলি বিবেচনা কৰিছিল। তেওঁলোকে এহাতে ভয আৰু অৰাজকতাৰ বিষময ফলাফল আৰু আনহাতে জাপানৰ দৰে অতি নিষ্ঠুৰ শত্ৰুৰ হাতত দেশবাসীৰ সম্পূৰ্ণ অসহায আত্মসমৰ্পণৰ কথা ভাবি শঙ্কাবোধ কৰিছিল। নেহৰুৰ আকৌ অইন কিছুমান চিন্তা হৈছিল। ক্ৰিপচ সঁজাতি দলৰ বিফলতাই নেতাসকলক, দেশৰ প্ৰতিৰক্ষাৰ ক্ষেত্ৰত সম্পূৰ্ণভাবে সহযোগিতা কৰাৰ সুবিধাৰ পৰা বঞ্চিত কৰিলে। এতিযা বাৰু দেশখনক এক তুমুল হাহাকাৰৰ

মাজত বুৰাই, তাৰ ফল স্বৰূপে মিত্ৰশক্তিৰ ফেছীবাদ-বিৰোধী প্ৰচেষ্টাক পৰাজিত কৰা উচিত হব নে? ভাৰতত বৃটেইনৰ সাম্ৰাজ্য-বাদী দমনৰ বিৰুদ্ধে যুজ দিয়া আৰু চক্ৰশক্তিৰ পক্ষৰ বিৰুদ্ধে ৰুচিয়া আৰু চীনক সহায় নকৰা—এই দুটাৰ মাজত কোন পন্থা বাছি লব লাগিব সেই বিষয়ে নেহৰুৱে বিশেষকৈ চিন্তান্বিত হৈছিল।

বাদানুবাদ আৰু আলাপ আলোচনা দীৰ্ঘতৰ আৰু তিক্ত হৈ পৰিছিল। গান্ধীজীয়ে অলপ অচৰ হৈ আনক পতিয়ন নিয়াবলৈ চেষ্টা কৰিছিল। যদি ৰাজনৈতিক ক্ষমতা তৎকালে ভাৰতবাসীৰ হাতলৈ হস্তান্তৰিত কৰা হয়, তেনেহলে বৃটিছ সৈন্যবাহিনীক ভাৰতত থাকিবলৈ দিবলৈ আৰু তেওঁলোকক ভাৰতক ঘাঁটি ৰাখি যুদ্ধ চলাবলৈ দিবলৈ গান্ধীজী সম্মত হৈছিল। ইমানতো যদি তেওঁৰ প্ৰস্তাব গ্ৰহণযোগ্য নহয় তেনেহলে তেওঁ কংগ্ৰেছ এৰিব আৰু "ভাৰতৰ বালিৰ পৰা এনে এক আন্দোলনৰ সৃষ্টি কৰিব যি কংগ্ৰেছতকৈও বিশালতৰ হব।"

কাৰ্য্যনিৰ্ব্বাহক সমিতিয়ে জুলাইৰ প্ৰথম ভাগত ওৰাৰ্দ্ধাত লগ লাগি "ৰাষ্ট্ৰীয় দাবী"ৰ আঁচনি তৈয়াৰ কৰিলে। ই বৃটেইনক তৎক্ষণাৎ ভাৰতবাসীৰ হাতলৈ ক্ষমতা হস্তান্তৰ কৰিবলৈ আহ্বান জনালে আৰু বৃটিছসকলক "ভাৰত ত্যাগ কৰিবলৈ" কলে। যদি এই প্ৰস্তাব প্ৰত্যাখ্যাত হয় তেতিয়া হ'লে কংগ্ৰেছে ১৯২০ চনৰে পৰা যিমান অহিংস শক্তি সংগ্ৰহ কৰিছে সেই সকলোখিনি ব্যৱহাৰ কৰিবলৈ অনিচ্ছাসত্বেও বাধ্য হব" আৰু প্ৰত্যক্ষ সংগ্ৰাম আৰম্ভ কৰিব। এই নীতিগত সিদ্ধান্তত সমৰ্থন জনাবলৈ ৭ আগষ্ট তাৰিখে বোম্বাইত অখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ অধিবেশন মতা হৈছিল।

ইতিমধ্যে, চীনৰ জেনেৰেলাইচিমো চিয়াং কাইশ্বেক আৰু যুক্ত-ৰাষ্ট্ৰৰ প্ৰেচিডেণ্ট ৰুজভেল্টে এই অলপ অচৰ পৰিস্থিতিৰ সমাধান কৰি ভাৰতৰ লগত এটা সমিলমিললৈ আহিবলৈ বৃটেইনক সৈমান নিয়াবলৈ চেষ্টা চলাইছিল। কিন্তু বৃটিছ প্ৰধান মন্ত্ৰী চাৰ্চিল এনে সমিলমিলৰ ঘোৰ বিৰোধী আছিল। তেওঁ ৰাজহুৱাভাবে এই

বুলি ঘোষণা কৰিছিল যে "বৃটিছ সাম্ৰাজ্যৰ সমাপ্তীকৰণৰ দায়িত্ব লবলৈ তেও মহামান্য সম্ৰাটৰ প্ৰথমজনা মন্ত্ৰী হব নোবাৰে।"

১৯৪২ চনৰ অখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ বোম্বাই অধিবেশন এখন ঐতিহাসিক সভা আছিল। ইয়াতেই বিখ্যাত "ভাৰত ত্যাগ কৰা" এই প্ৰস্তাবটো পাছ কৰা হৈছিল। কিন্তু সেইবুলি এই দাবী একেবাৰে বিশুদ্ধ সৈমান নোহোৱা দাবী নাছিল। ইয়াত যুদ্ধ প্ৰচেষ্টাৰ কাৰণে সহযোগিতা আগবঢ়োৱাৰ প্ৰস্তাবো আছিল। এই প্ৰস্তাবত চৰকাৰক সোনকালে আৰু তৎকালে কাম কৰিবলৈ আহ্বান জনাবা হৈছিল—"ভাৰতবৰ্ষৰ স্বাধীনতা ঘোষণা হোৱাৰ পিচত এক অস্থায়ী চৰকাৰ স্থাপন কৰা হব আৰু স্বাধীন ভাৰত, সম্মিলিত ৰাষ্ট্ৰ সমূহৰ মাজত এক মিত্ৰভাবাপন্ন দেশ হব।" মুছলীম লীগৰ কাৰণে "ইউনিয়নৰ গোটবোৰৰ হাতত যথাসম্ভব অধিক স্বাধীনতা দিয়াৰ আৰু কেন্দ্ৰীয় আৰু প্ৰাদেশিক কৰ্তৃত্বাধীন বুলি উল্লখিত বিষয় বোৰৰ বাহিৰে আন সকলো বিষয়ৰ ওপৰত এই গোটবোৰক কৰ্তৃত্ব দিয়াৰ" ব্যবস্থা কৰি এখন সংবিধানৰ প্ৰতিশ্ৰুতি দিয়া হ'ল। প্ৰস্তাবটোৱে সামৰণিত খোলাখুলি ভাবে এনেদাৰ কলে, "সাম্ৰাজ্যবাদ আৰু স্বেচ্ছাচাৰী শাসন ব্যবস্থাৰ বিৰুদ্ধে ঠিয় কৰিবলৈ চেষ্টা কৰা জাতিটোক বাধা দি ধৰি ৰখা আৰু উচিত নহয় কমিটিয়ে সেযে অতি বিস্তাৰিত ভাবে অংহিস পন্থাৰে এক গণ আন্দোলন আৰম্ভ কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে। এনে এক আন্দোলন অনিবাৰ্য্যভাবেই গান্ধীজীৰ নেতৃত্বত হব লাগিব।"

প্ৰস্তাবটো গ্ৰহণ কৰাৰ পিচত গান্ধীজীয়ে সভাত গোটখোৱা প্ৰতিনিধিসকলক সম্বোধন কৰি এটি ভাষণ দিছিল। ভাষণত তেওঁ কৈছিল 'প্ৰকৃত আন্দোলন এই মুহূৰ্তৰে পৰা আৰম্ভ নহয়। আপানালোকে মোৰ হাতত মাথোন কিছুমান ক্ষমতাহে দিছে। মোৰ প্ৰথম কাম হব মহামান্য ভাইচৰয়ক লগ ধৰি, কংগ্ৰেছৰ দাবী মানি লবলৈ তেওঁক অনুৰোধ কৰা। ইয়াকে কৰোঁতে দুই বা তিনি সপ্তাহ মান লাগিব। এই সময়খিনি আপোনালোকে কেনেকৈ

কটাব ? আপোনালোকৰ হাতত অবশ্যে যঁতৰটো আছেই কিন্তু আপোনালোকে আৰু কিছু কৰিব লাগিব আপোনালোকৰ সকলোৱে এই মুহূৰ্তৰে পৰা, নিজক মুক্ত পুৰুষ বা নাৰী বুলি বিবেচনা কৰিব লাগিব আৰু আপোনালোকে যেন এই সাম্ৰাজ্যবাদৰ গোৰোহাব তলিত অবদমিত নহৈ মুক্ত নাগৰিকহে, তেনেদৰে কাম কৰিব লাগিব ।'

কিন্তু চৰকাৰে গান্ধীজীয়ে ভাইচৰয়ক লগ ধৰিবলে বুলি বাট চাই নাথাকিল। চৰকাৰী শাসনযন্ত্ৰ দেখাদেখিকৈয়ে সাজু কৰি ৰখা হৈছিল আৰু ই বিজুলীগতিৰে আৰু দানবসুলভ ক্ৰোধেৰে আগবাঢ়ি আহিছিল। ৮ আগষ্ট তাৰিখে নিশা পলমকৈ অখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ অধিবেশন শেষ হোৱাৰ কেইঘণ্টামানৰ ভিতৰতে গান্ধীজী আৰু কাৰ্যনিৰ্ব্বাহক সমিতিৰ সকলোবোৰ সভ্যকে, গ্ৰেপ্তাৰ কৰি এখন বিশেষ ৰেলগাড়ীৰে বোম্বাইৰ পৰা আঁতৰাই পঠিয়াই দিয়া হ'ল। গান্ধীজীক পুণাৰ আগা খাঁ প্ৰাসাদত বন্দী কৰি থোৱা হ'ল আৰু অইন নেতাসকলক আহমেদনগৰ দুৰ্গলৈ পঠিওৱা হ'ল।

"ভাৰত ত্যাগ'ৰ প্ৰস্তাব আৰু নেতাসকলৰ গ্ৰেপ্তাৰৰ বাতৰি দুযোটা একেলগে ৯ আগষ্টৰ দিনাখন বাতিপুৱা ৰাইজৰ কাণত পৰিল। তেঁওলোক বৰ আচৰিত হ'ল আৰু তবধ মানিলে। ৰাইজৰ প্ৰতিক্ৰিয়া স্বতস্ফূৰ্টভাবে আৰু তৎক্ষণাৎ ওলাই পৰিল। দৈনন্দিন জীবনৰ গতি একেবাৰে বন্ধ হৈ গ'ল। সকলো ধৰণৰ বেহা বেপাৰ আৰু বেচা কিনা বন্ধ হৈ পৰিল। প্ৰত্যেকখন মহানগৰ আৰু নগৰত 'হৰতাল পালন কৰা হ'ল। সকলো ঠাইতে প্ৰদৰ্শন আৰু শোভাযাত্ৰা হ'ল। নেতাসকলৰ মুক্তিৰ দাবী কৰি ৰাষ্ট্ৰীয় গান আৰু ধ্বনিৰে আকাশ নিনাদিত হ'ল। তেতিয়াও কোনো হিংসাত্মক কাৰ্য্য হোৱা নাছিল। উত্তেজিত আৰু আলোড়িত হোৱা সত্বেও, মুঠতে জনতাই শান্ত অৱস্থাতে আছিল। কিন্তু সকলো ঠাইতে বৰ উত্তেজনা দেখা গ'ল আৰু জনতাৰ

আকাৰ দেখি চৰকাৰে ভয় খালে। জনতাই যেতিয়া সাৱধান বাণী শুশুনিলে আৰু ছত্ৰভঙ্গ হবলৈ অস্বীকাৰ কৰিলে, পুলিচে বাচ-বিচাৰ নোহাবাকৈ গুলীযাবলৈ ধৰিলে। অকল দিল্লীতেই ১১ আৰু ১২ আগষ্টৰ, দুয়ো দিনা পুলিচে নিৰস্ত্ৰ জনতাৰ ওপৰত সাতচল্লিচ বাৰ গুলী বৰষিলে। ৬৭ জন লোকৰ মৃত্যু হ'ল আৰু ১১৪ জন গুৰুতৰভাবে আহত হ'ল। দেশৰ সকলো ঠাইতে একে অবস্থা হ'ল—জনতাৰ প্ৰদৰ্শন, পুলিচৰ হিংসাত্মক ব্যবহাৰ, আৰু গুলী চালনা আৰু গ্ৰেপ্তাৰ।

অতি শীঘ্ৰে পৰিস্থিতি সম্পূৰ্ণভাবে আয়ত্তৰ বাহিৰলৈ গ'ল। ৰাইজৰ কোনো পথ প্ৰদৰ্শক নাছিল। সৰহভাগ নেতাই জেলত আছিল, আৰু কেইজনমানে আত্মগোপন কৰি ফুৰিছিল। ইফালে ক্ৰোধ আৰু আবেগৰ বেগ ভীষণ বৃদ্ধি পাইছিল। ব্যক্তি আৰু দল সকলোৱে এনে অবস্থাত নিজৰ নিজৰ মনোবৃত্তি অনুসৰি পৰিস্থিতিৰ বুজ ললে আৰু তেওলোকে যিহকে উৎকৃষ্ট বুলি ভাবে তেনে কাম কৰিবলৈ ললে। পুলিচৰ জুলুম চলি থকাত আৰু 'অধ্যাদেশ ৰাজ'ৰ খুন্দাত ৰাইজৰ অনুভূতিৰ জুই বেছিকৈয়ে জ্বলি উঠিল। আইন অমান্য আন্দোলনৰ কাৰণে কংগ্ৰেছৰ পৰা কোনো আহ্বান দিয়া হোৱা নাছিল। প্ৰথমতে ব্যক্তিৰ ক্ৰোধৰ বিৰোধ হিচাপে আৰম্ভ হোৱা গাইগুটীয়া কাৰ্যই শীঘ্ৰে গৈ আন্দোলনৰ ৰূপ ললে আৰু আন্দোলন গৈ বিদ্ৰোহত পৰিণত হ'ল।

এই বিদ্ৰোহত ছাত্ৰ, শ্ৰমিক আৰু কৃষক সকলে আগভাগ লৈছিল। কাৰখানাত, কলেজত স্কুলত হৰতাল পালন কৰা হৈছিল। পুলিচ থানা, ডাকঘৰ আৰু ৰেল ষ্টেচনৰ ওপৰত আক্ৰমণ কৰা হৈছিল কাৰণ এই বোৰক দেশত বৃটিছ কৰ্তৃত্বৰ প্ৰতীক বুলি বিবেচনা কৰা হৈছিল। এই বোৰত জুই লগাই দিয়া হৈছিল নাইবা ভাঙি পেলোৱা হৈছিল। পিচত কিছুমান পশ্চাদঘাটী কাৰ্য্যও কৰা হৈছিল। টেলিফোনৰ তাঁৰ কাটি পেলোৱা হৈছিল আৰু ৰেলগাড়ী বগৰাই দিবলৈকো চেষ্টা কৰা হৈছিল। খেতিয়কসকলক খাজনা দিবলৈ

মানা কৰি নেৰানেপেৰা বুজনি দি থকা হৈছিল। বহু অঞ্চলত কৃষকসকলে বেলেগ চৰকাৰ গঠন কৰিছিল। সেইবোৰ ঠাইত কেইবা দিনো আৰু কেইবা সপ্তাহো চৰকাৰৰ শাসন চলা নাছিল।
বালিযাত স্থানীয় নেতাসকলে নগৰৰ কৰ্তৃত্ব গ্ৰহণ কৰাত সশস্ত্ৰ বাহিনীৰ সহাযতহে তেওঁলোকক খেদি পঠিওৱা হৈছিল। চুতাহাটা আৰু কৰ্ণাটকত কৃষকসকলে বৃটিছ শাসনৰ বিৰুদ্ধে গুপ্ত গৰিলা প্ৰতিৰোধ চলাইছিল। এই প্ৰতিৰোধ ১৯৭৪ চনলৈকে চলি আছিল। গুপ্ত আন্দোলনৰ লেখত লবলগীয়া নেতাসকল আছিল জযপ্ৰকাশ নাৰাযণ, ৰাম মনোহৰ লোহিয়া আৰু অৰুণা আচফ আলী।

বিপ্লবাত্মক হিংসাৰ আকাৰ বাৰুকৈয়ে বৃদ্ধি পাইছিল। এই বিদ্ৰোহ অকল বৃটিছ ভাৰততে সীমাবদ্ধ নাছিল। কেইবাখনো দেশীয ৰাজ্যৰ বাইজো এই বিদ্ৰোহৰ দ্বাৰা প্ৰভাবান্বিত হৈছিল। চৰকাৰৰ প্ৰতিক্ৰিয়া বৰ প্ৰখৰ আছিল আৰু এক ভয়াবহ অত্যাচাৰ চলোৱা হৈছিল। লাঠিৰ প্ৰহাৰ গুলীচালনা আৰু দলে দলে লোকৰ গ্ৰেপ্তাৰ ইমান সাধাৰণ কথা হৈ পৰিছিল যে দেশখন এখন পুলিচ ৰাষ্ট্ৰলৈ ৰূপান্তৰিত হৈছিল নিৰস্ত্ৰ ৰাইজৰ ওপৰত আকাশৰ পৰা মেচিনগানেৰে গুলীওৱা কেইবাটাও ঘটনা ঘটিছিল। পুলিচৰ ভযাবহ অত্যাচাৰ দৈনন্দিন ঘটনাত পৰিণত হৈছিল। শাস্তিমূলক জৰিমনা আৰু বিচাৰ নকৰি চমুকৈ কাৰাদণ্ড দিয়া দৈনিক নিযম হৈ পৰিছিল। বিদ্ৰোহ ক্ষণস্থায়ী হলেও বৰ গভীৰ আছিল। দহ হেজাৰৰো ওপৰ সংখ্যক লোকক পুলিচ আৰু সৈন্য বাহিনীয়ে গুলী কৰি মৰাৰ পিচতহে চৰকাৰে এই বিদ্ৰোহ দমন কৰাত কৃতকাৰ্য্য হৈছিল। ১৮৫৭ চনৰ বিদ্ৰোহৰ পিচত এনে সৰ্বব্যাপী আৰু কঠোৰ নিষ্পেষণৰ দৃষ্টান্ত দেশত দেখা নগৈছিল।

১৯৪২ চনৰ বিদ্ৰোহ বিফল হৈছিল, কাৰণ ক্ষমতাত অধিষ্ঠিত সাম্ৰাজ্যবাদী চৰকাৰৰ বিশাল শক্তিৰ বিপক্ষে নেতা আৰু সংগঠন নোহোৱাকৈ, নিৰস্ত্ৰ ৰাইজে যুঁজা সম্ভৱ নাছিল। কিন্তু এই বিদ্ৰোহে

দুটা কথা সাধন কৰিছিল। ই সাম্ৰাজ্যবাদৰ বিৰুদ্ধে চমকলগা আৰু নিৰ্ভুলকৈ ভাৰতৰ ক্ৰোধ আৰু স্বাধীন হবলৈ দৃঢ়প্ৰতিজ্ঞাৰ কথা প্ৰকাশ কৰিছিল। জাতীয়তাবাদী ভাবধাৰাই যে কিমান গভীৰ আৰু উচ্চ স্থান পাইছিল আৰু স্বাধীন হৈ তেওলোকৰ অধিকাৰ খটুৱাবলৈ ৰাইজে যে কিমান ত্যাগ আৰু কষ্ট স্বীকাৰ কৰিবলৈ আগ বাঢ়িছিল, এই বিদ্ৰোহ তাৰেই এক জ্বলন্ত সাক্ষী আছিল। দ্বিতীয়তে, ১৯৪২ চনৰ বিদ্ৰোহৰ পিচত, ভাৰতৰ ওপৰত সাম্ৰাজ্যবাদী দমনৰ দিন যে চমু চাপি আহিছে সেই সম্পৰ্কে বৃটিছসকলৰ মনত কোনো সন্দেহ নৰ'ল।

এটা অৰ্থত ১৯৪২ চনৰ বিদ্ৰোহে ভাৰতীয় জাতীয় আন্দোলনৰ সমাপ্তি সূচাইছিল। ১৯৪২ চনৰ আন্দোলনৰ পিচত ক্ষমতা হস্তান্তৰ কেবল সময় সাপেক্ষ আছিল। স্বাধীনতাৰ পিচত দেশত হবলগীয়া চৰকাৰৰ গাথনি নিৰ্ণয় আদি কথাৰে প্ৰশ্ন হৈছিল। অৱশ্যে ১৯৪২ চনৰ বিদ্ৰোহ আৰু ১৯৪৭ চনৰ প্ৰকৃততে স্বাধীনতা অহা দিনবোৰৰ ভিতৰত নানা ৰাজনৈতিক ঘটনা ঘটিছিল, আলাপ-আলোচনা আৰু দৰদাম চলিছিল। কিন্তু স্বাধীনতা আন্দোলন যে জয়যুক্ত হোৱাৰ নিচেই ওচৰ চাপিছিল, সেই বিষয়ে কোনো সন্দেহ নাছিল।

## চিমলা সন্মিলন

১৯৪৫ চনৰ বসন্তকালত, ইউৰোপৰ যুদ্ধই শেষ অৱস্থা পাইছিল গৈ। ভাৰতবৰ্ষত, লিনলিথগোৰ পিচত ওৱাভেল ভাইচৰয় হৈ আহিছিল। তেও বৃত্তিগত ভাবেই এজন যোদ্ধা আছিল আৰু লিনলিথগো ভাইচৰয় হৈ থকা কালত ভাৰতৰ সৈন্য বাহিনীৰ অধ্যক্ষ আছিল। সেই সময়ত সামৰিক বিশেষজ্ঞসকলৰ মতে জাপানৰ লগত যুদ্ধ আক কিছু দিন অন্তত কমেও এবছৰ লৈকে চলি থকাৰ কথা আছিল। এই মতৰ লগত এজন সামৰিক লোক

হিচাপে ওবাভেলো একমত আছিল। তেতিযালৈকে ১৯৪৫ চনৰ আগষ্ট মাহত পৰমাণু অস্ত্ৰৰ ব্যবহাৰ কৰি এচিযাত যুদ্ধৰ নাটকীয় সামৰণি মৰাৰ কোনো শুংসূত্ৰ নাছিল। এচিযাত যুদ্ধ চলি থকাৰ ফলত ভাৰতৰ ঘাটিসমূহৰ আৰু ভাৰতীয সা-সম্পদৰ অধিক ব্যবহাৰ আৰু সম্পূৰ্ণ নিযোগৰ প্ৰযোজন হ'ল। সেই সমযৰ ৰাজনৈতিক বাতাবৰণলৈ চাই ওবাভেলে এই অলৰ-অচৰ অৱস্থা সলাই পেলোৱা প্ৰযোজনীযতা অনুভব কৰিলে আৰু ইযাৰ দ্বাৰা জাপানৰ বিৰুদ্ধে যুদ্ধত ভাৰতীয ৰাইজ আৰু নেতাসকলৰ সহযোগিতা পোৱাৰ উপায বিচাৰিলে।

১৯৪৫ চনৰ এপ্ৰিল মাহত ইউৰোপত যুদ্ধৰ সামৰণি পৰিল। চাৰ্চিলে পদত্যাগ কৰিলে আৰু নতুন নিৰ্ব্বাচন পাতিবলগীয়া হ'ল। ১৪ জুনৰ দিনাখন ১৯৩৫ চনৰ ভাৰত শাসন বিধিৰ পৰিসৰৰ ভিতৰতে আৰু কিছু সাংবিধানিক পৰিবৰ্তন কৰা হব বুলি নতুন প্ৰস্তাব ঘোষণা কৰা হ'ল। কংগ্ৰেছ কাৰ্য্যনিৰ্ব্বাহক সমিতিৰ সকলো সভ্যকে মুক্তি দিযা হ'ল, ( গান্ধীজীৰ ওপৰত আটকৰ আদেশ ইতিমধ্যে উঠাই লোৱা হৈছিল ) আৰু ৰাইজৰ প্ৰতিনিধিত্ব কৰিব পৰা ৰাজনৈতিক নেতৃবৰ্গৰ এখন সন্মিলন আহ্বান কৰা হ'ল। এই সন্মিলন ২৩ জুনৰ পৰা চিমলাত বহাৰ কথা হ'ল।

প্ৰস্তাববোৰ কিছু পৰিমাণে আপোচমূলক আছিল যদিও এটা বিষযত অসন্তোষজনক আৰু ক্ষোভ উৎপাদক আছিল। ভাইচৰয়ৰ কাৰ্য্যপালিকা পৰিষদখনৰ সভ্যসকলৰ দুজনৰ বাহিৰে আটাইবোৰেই ভাৰতীয হোৱাৰ কথা হৈছিল। এই দুজনৰ এজন আছিল ভাইচৰয় নিজে আৰু আনজন বৃটিছ সৈন্যাধক্ষ্য জন। ভাইচৰয়ৰ বিশেষ ক্ষমতা নাইকীয়া কৰা হোৱা নাছিল। কিন্তু এই ক্ষমতা "যুক্তি নোহোৱাকৈ" ব্যবহাৰ কৰা নহব বুলি প্ৰতিশ্ৰুতি দিয়া হৈছিল। এইখিনিলৈকে এই প্ৰস্তাববোৰ আগবঢ়া বিধৰ আছিল। কিন্তু ইয়াৰ পিচত বিভাজনমূলক বিশেষত্ব বোৰ ওলাই পৰিল। পৰিষদত

"বৰ্ণ হিন্দু আৰু মুছলমানৰ সমান আনুপাতিক প্ৰতিনিধিত্ব" থাকিব, ইয়াৰ অৰ্থ হ'ল যে মুছলীম লীগে কৰা, ৰাজনৈতিক ভাৰসাম্য নহৈ সাম্প্ৰদায়িক ভাৰ-সাম্যৰ দাবীক পোন প্ৰথমবাৰৰ বাবে বৃটিছ চৰকাৰৰ ঘোষিত নীতিত সমৰ্থন কৰা হ'ল। কিন্তু এই প্ৰস্তাববোৰত "কোনো সংবিধানিক সমাধান জাপি দিয়াৰ বা তৈয়াৰ কৰাৰ প্ৰচেষ্টা নাছিল, এইবোৰক চিমলা সন্মিলনত আলচ কৰাৰ কথা আছিল।"

সন্মিলন আৰম্ভ হোৱাৰ সময়ত আশা আৰু সু-ভবিষ্যতৰ এক বাতাবৰণৰ সৃষ্টি হৈছিল, কিন্তু অতি শীঘ্ৰে জিন্নাৰ মইমতালী আৰু সাম্ৰাজ্যবাদীসকলৰ পশ্চাতঘাতী কাৰ্য্যই সে এই সন্মিলনক সফল হবলৈ নিদিয়ে, সেই কথা স্পষ্ট হৈ পৰিল। সন্মিলনৰ আলোচনা ভাগি গ'ল কাৰণ জিন্নাই কাৰ্য্যপালিকা পৰিষদৰ মুছলমান সভ্য-সকলক অকল লীগেহে মনোনীত কৰিব বুলি জিদ কৰিলে। আনহাত মুছলীম লীগে সন্মতি নিদিলে বৃটিছে কংগ্ৰেছৰ লগত কোনো চুক্তি চহী কৰিবলৈ ইচ্ছা নকৰিলে। "বিভেদ জগাই শাসন কৰা" নীতি এনেদৰে শীৰ্ষস্থান পালেগৈ।

## ভাৰতীয় জাতীয়তাবাদী বাহিনী

১৯৪২ চনৰ বিদ্ৰোহ মষিমূৰ কৰি দমন কৰাৰ পিচত ১৯৪৫ চনৰ যুদ্ধৰ শেহলৈকে, দেশত ৰাজনৈতিক কাৰ্যকলাপ প্ৰায় নাছিল বুলিলেই হয়। বিখ্যাত নেতাসকলৰ সকলোবোৰ জেলত আছিল আৰু দেশৰ পৰিস্থিতি নতুন নেতৃত্বৰ জন্ম দিব পৰা অবস্থাত নাছিল। এটা সাধাৰণ অবসাদৰ ভাবে আগুৰি ধৰিছিল। অৱশ্যে উমিউমি জ্বলি থকা জুই তলে তলে বাঢ়ি আছিল। যুদ্ধ চলি আছিল, কিন্তু জাতীয় আন্দোলন অচল হৈ পৰিছিল।

সুভাষচন্দ্ৰ বসুৱে ১৯৪১ চনৰ মাৰ্চ্চ মাহত ভাৰতৰ স্বাধীনতা যুঁজৰ কাৰণে সহায় বিচাৰি চোভিয়েট ইউনিয়নলৈ যাবলৈ গোপনে ভাৰত

এৰে। কিন্তু ১৯৪১ চনৰ জুন মাহত জাৰ্মানীয়ে চোভিয়েত ইউনিয়ন আক্ৰমণ কৰাত, ৰুচিয়াই মিত্ৰপক্ষৰ লগত যোগ দিলে। বসুৱে সেই কাৰণে কিবা যদি সাহায্য পাব পাৰি তাৰ আশাত জাৰ্মানীলৈ গ'ল। জাৰ্মানসকলৰ পৰা কিছু প্ৰতিশ্ৰুতি পোৱাত তেওঁ জাপানৰ সহায় লৈ ভাৰতৰ মুক্তি আন্দোলন সংগঠন কৰিবলৈ জাপানলৈ গ'ল। ইতিমধ্যে বৃটিছসকলে মালয় আৰু বৰ্ম্মাৰ পৰা অপসাৰণ কৰোঁতে এৰি থৈ যোৱা ভাৰতীয় সেনাবাহিনীৰ বিষয়া আৰু সৈনিকসকলৰ সহায়ত জাপানে এটা ভাৰতীয় জাতীয়তাবাদী বাহিনী গঢ়িবলৈ চেষ্টা কৰিছিল। এই বাহিনী গঠন কৰোঁতে ভাৰতীয় সৈন্যবাহিনীৰ এই সকল লোকৰ উপৰিও অকল মালয়াতে যুদ্ধ বন্দী হৈ থকা ৬০,০০০ লোক আৰু ঘৰলৈ উভটিব নোৱাৰি অন্যত্ৰ পৰি থকা দক্ষিণ পূৰ্ব এচিয়াৰ দেশবোৰৰ ভাৰতীয় নাগৰিক সকলোৰে সহায় লোৱাৰ কথা হৈছিল। সুভাষ বসুৱে এই বাহিনীটোৰ সংগঠনৰ ভাৰ ললে। ইতিমধ্যে এই বাহিনীটোৱে জাপানী সৈন্যবাহিনীৰ লগত যোগ দিলে আৰু ভাৰতবৰ্ষৰ ফালে আগুৱাই আহিল। ভাৰতীয় জাতীয় বাহিনী ( আই, এন, এ )ৰ উচ্চপদস্থ বিষয়া আৰু সৈনিক সকল এক দেশাত্মবোধ ভাবৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। তেওঁলোকে মুক্তি সৈনিক হিচাপে ভাৰতত সোমাবলৈ বিচাৰিছিল।

জাপানৰ পৰাজয়ৰ লগতে ভাৰতীয় জাতীয় বাহিনীৰ পৰিকল্পনাও লোপ পালে। টোকিওলৈ যোৱাৰ বাটত এখন উৰাজাহাজৰ দুৰ্ঘটনাত সুভাষ বসুৰ মৃত্যু হ'ল। এইটো সঁচা যে বহু নেতাই জাপানৰ দৰে এখন দেশ আৰু তাৰ ফেছিবাদী মিত্ৰসকলৰ সহায় লৈ ভাৰতে স্বাধীনতা অৰ্জন কৰা কথাটো ভাল পোৱা নাছিল। কিন্তু যুদ্ধৰ শেষৰ বছৰ কেইটাত সুভাষ বসু আৰু আই, এন এই, দেশত অসহায় আৰু হতাশ অনুভৱ কৰা জাতীয়তাবাদী ভাৰতীয় সকলৰ পৰি যোৱা উৎসাহক জগাই তুলিব পাৰিছিল। এওঁলোকে সৈন্যবাহিনীত কাম কৰা লোককে ধৰি ভাৰতীয় বাইজৰ সকলো

শ্ৰেণীব আগত, উদ্দীপনাময় আৰু মহৎ সাহস আৰু দেশপ্ৰেমৰ চানেকী দাঙি ধৰিছিল।

যেতিয়া চৰকাৰে, বৃটিছ সম্ৰাটৰ প্ৰতি আনুগত্যৰ শপত ভঙ্গ কৰা বুলি ৰাজদ্ৰোহৰ অভিযোগত কেইজনমান আই, এন, এ বিষযাক অভিযুক্ত কৰাৰ সিদ্ধান্ত ঘোষণা কৰিলে, দেশজুৰি এক জাতীযতাবাদী প্ৰতিবাদৰ ঢৌ বৈ গ'ল। দেশৰ সকলো ঠাইতে বিৰাট বিক্ষোভ প্ৰদৰ্শন হ'ল।

বিষযা কেইজনক এৰি দিব লাগে বুলি নেৰানেপেৰা দাবী তোলা হ'ল। অকল কংগ্ৰেছেই নহয দেশৰ প্ৰায সকলো ৰাজনৈতিক দলৰ নেতা এই বিচাৰৰ বিৰোধী আছিল আৰু আই, এন, এৰ বিষযাসকলক এৰি দিযাৰ সপক্ষে স্পষ্টভাবে দাবী প্ৰকাশ কৰিছিল। কংগ্ৰেছে এখন আই, এন, এ, প্ৰতিৰক্ষা কমিটি স্থাপন কৰিছিল। এই কমিটিত ভূলাভাই দেশাই তেজ বাহাদুৰ চাপ্ৰু কৈলাশনাথ কাটজু, আৰু আছফ আলীৰ দৰে বিখ্যাত উকিল সকল আছিল। নেহৰুও কমিটিৰ এজন সভ্য আছিল। যেতিয়া এই জাতীযতাবাদী নেতাসকলে আই, এন, এৰ বিষযাসকলৰ পক্ষ সমৰ্থন কৰিবলৈ দিল্লীৰ লালকিল্লাৰ বুৰঞ্জী প্ৰসিদ্ধ হলটোত থিয হ'ল, গোটেই দেশতে এটা নাটকীয পৰিবেশৰ সৃষ্টি হ'ল। সামৰিক আদালতে আটাইকেইজন অভিযোগীকে দোষী সাব্যস্ত কৰিলে আৰু তেওলোকক, কাৰাদণ্ড বিহা হ'ল। কিন্তু জনমত ইমান প্ৰবলভাবে উত্তেজিত হ'ল যে চৰকাৰে সেও মানিবলগীযাত পৰিল। দণ্ডৰ আদেশ ৰহিত কৰা হ'ল আৰু আই, এন, এ বিষযাসকলক এৰি দিয়া হ'ল।

## আন্দোলনৰ সামৰণি

**যুদ্ধৰ ওৰ পৰাৰ লগে লগে এইটো স্পষ্টভাবে প্ৰতীযমান হ'ল যে ভাৰতৰ স্বাধীনতা আৰু পলম কৰিব নোৱাৰি। বিদেশত আৰু**

ভাৰততো ঘটা বহু ঘটনাই বৃটেইনক এই কথা পতিয়ন নিযাৰ বাবে দাযী আছিল। যুদ্ধই পৃথিবীত, বৃটেইনৰ অবস্থা আৰু ক্ষমতাৰ আমুল পৰিবৰ্তন আনিলে। চোভিযেট ইউনিযন আৰু যুক্তৰাষ্ট্ৰৰ, দুটা ডাঙৰ শক্তি হিচাপে অভ্যুদয় হ'ল। এই দুযোখন ৰাষ্ট্ৰই ভাৰতৰ স্বাধীনতাৰ পক্ষপাতী আছিল। যুদ্ধত জিকিলেও বৃটেইনৰ অৰ্থনৈতিক আৰু সামাজিক শক্তিত ভীষণ আঘাত পৰিছিল। ইযাক পুনৰ্গঠন আৰু পুনবসতি কৰাৰ ব্যবস্থা কৰিবলৈ সময়ৰ প্ৰযোজন আছিল। বৃটেইনৰ জনসাধাৰণ, বিশেষকৈ সামৰিক বাহিনীৰ লোকসকল যুদ্ধত ভাগৰি পৰিছিল। তেওঁলোকে সাম্ৰাজ্যৰ প্ৰতিৰক্ষাৰ কাৰণে আৰু শ্ৰম কৰি থাকিবলৈ সাজু নাছিল। নিৰ্ব্বাচনত ৰক্ষণশীল দল হাৰিছিল আৰু ক্ষমতাত অধিষ্ঠিত হোৱা শ্ৰমিক দলে ভাৰতৰ দাবীত সম্মতি দিযাৰ পক্ষপাতী আছিল। আটইতকৈ ডাঙৰ বিবেচনাৰ কথা অবশ্যে এযে আছিল যে ভাৰতৰ অবস্থা সম্পূৰ্ণভাবে সলনি হৈছিল আৰু বৃটিছ সকলৰ কাৰণে ক্ষমতা হাতত ৰখা অসম্ভব হৈ পৰিছে।

ভাৰতীয ৰাইজে যে নিষ্পেষণ সহ্য কৰিবলৈ নাইবা অস্পষ্ট প্ৰতিশ্ৰুতিকে লৈ সন্তোষ হৈ থাকিবলৈ আৰু প্ৰস্তুত নাছিল সেই কথা ভাৰতীয জাতীয় বাহিনী (আই, এন, এ)ৰ বিচাৰতে নিসন্দেহে প্ৰমাণিত হৈছিল। ভাৰতাযসকলৰ যুজাৰ মনোবৃত্তি জাগি উঠিছিল। জাতীযতাবাদীসকলৰ দাবা সম্পূৰ্ণভাবে পূৰণ কৰিলে, পৰিস্থিতি অতি ভযানক হৈ পৰাৰ আগন্তুক হৈছিল। এই সিদ্ধান্তত অহাৰ বহুতো যুক্তি আছিল। ১৯৪৬ চনৰ ফেব্ৰুৱাৰী মাহত বোম্বাইত ভাৰতীয় নৌ সেনাৰ বিদ্ৰোহ, ভাৰতীয় বিমান বাহিনীত ব্যাপক অসন্তোষ আৰু হৰতাল, জব্বলপুৰত ভাৰতীয চিগনেল কোৰৰ হৰতাল পালন আদি ঘটনাৰ পৰা নিসন্দেহে এই কথা প্ৰমাণিত হৈছিল। আন কি পুলিচ আৰু আমোলাতন্ত্ৰইও জাতীয় তাবাদী মনোবৃত্তিৰ ফালে ঢাল খোৱা, দেখা গৈছিল এওঁলোকক জাতীয় আন্দোলন দমন কৰিবলৈ ব্যবহাৰ কৰা বৃটিছ চৰকাৰৰ বাবে

নিৰাপদ নহব বুলি ধাৰণা কৰা হৈছিল। এইবোৰৰ উপৰিও বৃটিছ ভাৰতৰ সকলো ঠাইতে হৰতাল পিকেটিং আৰু প্ৰদৰ্শনৰ সংখ্যা বৃদ্ধি পাই আহিছিল আৰু দেশীয় ৰাজ্যলৈও এইবোৰ বিযপি পৰিছিল।

বৃটিছ চৰকাৰে, সেযেহে ভাৰতবাসীৰ হাতলৈ ক্ষমতা হস্তান্তৰ কৰিবলৈ সিদ্ধান্ত গ্ৰহণ কৰিলে আৰু দূৰবৰ্তী আৰু নিকটবৰ্তী ব্যৱস্থা বিশদভাৱে বিবেচনা কৰিবলৈ তেওঁলোকে ভাৰতলৈ এটা মন্ত্ৰীসভাৰ সঁজাতি দল পঠিয়ালে। সকলো দল আৰু সন্থাৰ প্ৰতিনিধিত্ব কৰা বিভিন্ন নেতাসকলৰ লগত দীঘল আৰু বিশদ আলোচনাৰ পিচত, মন্ত্ৰীসভা সজাতি দলে ইয়াৰ আচনি এখন ঘোষণা কৰিলে। কংগ্ৰেছ আৰু মুছলীম লীগ উভয়ে এই আঁচনি গ্ৰহণ কৰিলে। কিন্তু পিচত আঁচনিখনৰ ব্যাখ্যা লৈ মতৰ অমিল হ'ল। কিন্তু ওৱাভেলে যথাসম্ভৱ শীঘ্ৰে এখন অন্তৰ্বৰ্তী চৰকাৰ স্থাপন কৰিবলৈ ব্যাকুল হৈ পৰিছিল। শেহত কংগ্ৰেছে ১৯৪৬ চনৰ চেপ্তেম্বৰ মাহত জওহৰলাল নেহৰুক, মন্ত্ৰীপৰিষদৰ নেতা হিচাপে লৈ এনে এখন চৰকাৰ স্থাপন কৰিলে। অক্টোবৰ মাহত মুছলীম লীগেও মন্ত্ৰীসভাত যোগ দিলে, কিন্তু সংবিধান ৰচনা কৰা কাৰ্য্যত তেওঁলোকে অংশ গ্ৰহণ নকৰিবলৈ সিদ্ধান্ত ললে। বৃটেইনৰ প্ৰধান মন্ত্ৰী ক্লিমেণ্ট এটলীয়ে ১৯৪৭ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে ঘোষণা কৰিলে যে পলমকৈ হলেও ১৯৪৮ চনৰ জুন মাহৰ ভিতৰতে ভাৰতীয়সকলৰ হাতলৈ ক্ষমতা হস্তান্তৰিত কৰা হব।

ক্ষমতা হস্তান্তৰ কৰাৰ ব্যৱস্থা কৰিবলৈ লৰ্ড লুই মাউণ্টবেটেনক ভাইচৰয় নিযুক্ত কৰি ভাৰতলৈ পঠিওৱা হ'ল। কংগ্ৰেছ আৰু মুছলীম লীগৰ মাজত ভীষণ মতবিৰোধ হোৱা সত্বেও, লৰ্ড মাউণ্ট-বেটেনে এখন আপোচমূলক আঁচনি তৈয়াৰ কৰি উলিয়ালে আৰু ক্ষমতা হস্তান্তৰৰ দিনটো এবছৰৰ আগলৈ আগুৱাই আনিলে। ১৯৪৭ চনৰ ১৫ আগষ্টত ভাৰত স্বাধীন হোৱাৰ কথা হল কিন্তু দেশখন বিভক্ত হবলগীয়া হ'ল। পশ্চিমত পঞ্জাবৰ পশ্চিম অঞ্চল, উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ, সিন্ধু আৰু বেলুচিস্থান, আৰু বঙ্গদেশৰ

পূৰ্ব্বাদ্ধ অঞ্চল আৰু অসমৰ শ্ৰীহট্ট জিলা মিলি নতুন স্বাধীন ৰাষ্ট্ৰ পাকিস্তান গঠিত হোবাৰ কথা হ ল আৰু একেসময়তে ১৫ আগষ্টৰ দিনাখনেই এই ৰাজ্য খনৰো উদ্বোধনী দিবস ধাৰ্য্য কৰা হ ল। উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ আৰু শ্ৰীহট্ট জিলাত অৱশ্যে পিচত ৰাইজৰ মত লবলৈ বুলি গণভোট লোবাৰ ব্যবস্থা ৰখা হৈছিল।

স্বাধীনতা অৰ্জ্জনৰ গৌৰব আৰ আনন্দৰ গভীৰতা দেশ বিভাজনৰ কষ্ট আৰু বেদনা আৰু বিভাজনৰ পৰিণামে বহুখিনি পাতল কৰি পেলাইছিল। কিন্তু দেশবাসী নিৰাশ নহ ল। স্বাধীনতা আছিল মাথোন প্ৰথন পদক্ষেপ। আত্মনিৰ্ভৰ বিশ্বাস আৰু আশাৰে সৈতে ভাৰতবৰ্ষই স্বাধানতা গণতন্ত্ৰ আৰু সামাজিক ন্যায়ৰ প্ৰত্যাহবানৰ সম্মুখীন হবলৈ আগবাঢ়ি গল।